# স্মৃতিৰ পাপৰি

ঃ নানা তবহৰ দেখা-শুনা প্ৰসঙ্গ ঃ

প্ৰণেতা
অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা
তপোবন, গুৱাহাটী




দত্তবৰুৱা এণ্ড কোম্পানী
পানবজাৰ, গুৱাহাটী—১

SMRITIR PAPORI : Memoires writen by Prof. Atul Chandra Hazarika and published by Shree Munindra Narayan Dutta Barua, Dutta Baruah & Co. Gauhati—781001.

প্ৰকাশক
শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা
দত্তবৰুৱা এণ্ড কোং

প্ৰথম প্ৰকাশ
নৱেম্বৰ, ১৯৭৭ চন

মূল্য—১২·০০ টকা

ছপাশাল
শ্ৰীগুৰু প্ৰেছ
মালিগাঁও, গুৱাহাটী—১১

# মোৰ কথা

ডাঙৰ কিতাপ, ডাঙৰ আপদ বুলি কথা এষাৰ আছে। মই 'স্মৃতিলেখা' নামৰ কিতাপ এখন ৰচনা কৰি, প্ৰকাশৰ বেলিকা এই কথাষাৰৰ যথাৰ্থতা হাড়ে হাড়ে উপলব্ধি কৰিছিলো। স্মৃতিলেখাৰ দৰে বৃহৎ পুথি এখনৰ বাবে সততকৈ প্ৰকাশক এজন পোৱাটো টান। সেই কাৰণে অগতিৰ গতি অসম প্ৰকাশন-পৰিষদৰ কাষ চাপিছিলো। পৰীক্ষা-নিৰীক্ষা পৰ্বৰ অন্তত পৰিষদৰ পৰা জনা গ'ল যে পুথিখন ভালেই হৈছে কিন্তু মন থাকিলেও প্ৰকাশৰ জোখাৰে হেনো ধনৰ নাটনি। আমাক ইয়াকো জনোৱা হৈছিল বোলে জাবকৰা অংশ (!) বাদ দি কিতাপখনৰ কলেবৰ ৯০০ পিঠিৰপৰা ৩০০ মান পিঠিলৈ কমাই দিলে পৰিষদে প্ৰকাশৰ ভাৰ লব পাৰে। চোচোঁৰাই নিওতা নাই, কাঠসংস্কাৰ কৰিব কোনে? সেয়ে স্থূলাঙ্গী স্মৃতিলেখাক ক্ষীণাঙ্গী কৰি হলেও ৰাইজৰ আগলৈ উলিয়াই দিব পাৰিলেও যথালাভ—নাই মোমাইতকৈ কণা মোমায়ে ভাল। তাকে ভাবি মই কোনো বাদ-বিসম্বাদৰ মাজত নোসোমোৱাকৈ পৰিষদৰ প্ৰস্তাবত মান্তি হলোঁ আৰু কোনো কোনো অংশ খৰামূৰা হলেও যথাসম্ভৱ সংকোচন আৰু বৰ্জন কৰি কিতাপখন যথাবিধি সমৰ্পণ কৰিলোঁ। পিছে দাতাই দিলেও বিধতাই নিদিয়ে। কাল চাচোঁতেই মাহৰ বতৰ গ'ল। সুদীৰ্ঘ প্ৰায় পাঁচবছৰ পৰিষদৰ অন্তৰপুৰতে অতিবাহিত কৰি স্মৃতি-লেখাই সম্প্ৰতি কলিকতাৰ কোনোবা এটা ছপাশালৰ ভিতৰত সোমাইছেগৈ। সেই কাৰণে পুথিখন কেতিয়া আৰু কি ৰূপত ওলাই আছে, সেই কথা দেখিলেহে লেখিব পাৰিম।

পিছে অবে এৰিলেও কৰ্পটিয়ে নেৰে। সেয়েহে স্মৃতিলেখাৰ পেলনীয়া আৰু তথাকথিত জাবকৰা অংশবোৰৰ সদ্ব্যৱহাৰ কৰিবৰ উদ্দেশ্যে সেইবোৰৰ কিছু অংশ লৈ আৰু তাৰ লগত কিছু

কথা যোগ দি আন এখন নতুন কিতাপ এই 'স্মৃতিৰ পাপৰি' যুগুত কৰিলোঁ। লিখোঁতে লিখোঁতে 'স্মৃতিৰ পাপৰি'ও 'স্মৃতিলেখা'ৰ দৰে গায়ে-গাৰিয়ে শকত হৈ পৰিল। একে গছৰ পাণ, সি কি হব আন? আকৌ প্ৰকাশৰ সমস্যা আছিল। এইবাৰ সহায়-হাত বিচাৰি, বিশেষ নভৰা-নিচিন্তাকৈ কণাৰ দলিৰ দৰে ফৰ্মুটি মাৰি কিতাপখন পঠিয়াই দিছিলোঁ। সাহিত্যানুৰাগী লব্ধপ্ৰতিষ্ঠ প্ৰকাশক শ্ৰীমান মুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱালৈ। সুখৰ বিষয় তেওঁ মোৰ অনুৰোধত তপত স'হাৰি জনাই মোক জানিবলৈ দিলে, দত্তবৰুৱা কোম্পানীয়ে পাপৰিৰ পাতত ছপাৰ পোহৰ পেলাই সঞ্জীবিত কৰি তুলিব। ভেকুলীৰ পিঠিত নোম গজিল। সেইমতে দত্তবৰুৱাই কিতাপখন যথাবিহিত আপদাল কৰি উলিয়াই দিবলৈ 'নীলাচল'ৰ সম্পাদক শ্ৰীমান হোমেন বৰগোহাঞিৰ হাতত গতাই দিলে।

বাৰমিহলি অভিজ্ঞতাত স্মৃতিৰ টুকুৰাবোৰ গোট খুৱাই সৃষ্টি কৰা এই উকমুকৰ পোৱালিটো অৰ্থাৎ আলু-তালু নোহোৱা আণ্টু-কাণ্টু কথাৰ সানপোটক কৰি ৰচনা কৰা এই পুথিখন সাহিত্যৰ ফুটত উঠিল নে নাই সেই বিষয়ে টং কৰি চোৱা নাছিলোঁ। পিছে বাহুনিঘৰতে জুতি চাই, জিভাত বিভিন্ন ৰুচিৰ সোৱাদ লাগি থকা শ্ৰীমান বৰগোহাঁয়ে 'স্মৃতিৰ পাপৰি' এখন ভাল কিতাপ হোৱা বুলি মোৰ আগত ভূয়সী প্ৰশংসা কৰাত মই আশ্বস্ত হলোঁ। তেওঁ কিতাপখনৰ ছপাত অগ্ৰাধিকাৰ দিবলৈ প্ৰকাশকক পৰামৰ্শ দিলে। মুঠতে কান্ধৰ পৰা এই ভালুকৰ সাঙী দত্তবৰুৱাই নিজ কান্ধত তুলি লোৱাত মোৰ গাটো পাতল পাতল লাগিছিল।

হ'ক নহ'ক বৰ সেঁওতা কালি মৰ। হোৱা তাত নথৰা ৰাখি, পাবা চৰাই পেলাবা পাখি। 'স্মৃতিৰ পাপৰি'ৰ ভাগ্য ভাল, প্ৰকাশকৰ অনুগ্ৰহৰ বাবে বোন্দাপৰ দি স্মৃতিলেখাৰ দৰে চুঁচিমাজি সেঁওতা কালি থাকিবলৈ নাইবা হোৱা তাত ৰাখি থৰলগীয়া নহ'ল। কাল ল থলে কালে খায়, পুৱালৈ থলে মেকুৰীয়ে খায়।

মোৰ আন আন কিতাপৰ দৰে দত্তবৰুৱাৰ সহৃদয়তাত 'স্মৃতিৰ পাপৰি' কাললৈ সাঁচি ৰাখিবৰো আৱশ্যক নহ'ল।

নকলেও নোৱাৰোঁ ফটা মুখ, কলেও লাগে ভকতৰ দোষ। ফটা মুখ মেলোঁতে কৰবাত যদি দোষ লাগে, ভকতে নিজগুণে ক্ষমিব বুলি আশা কৰিছোঁ। এই কথা হলে মই ডাঠি কওঁ যে পাপৰিবোৰ কৰণিত ভৰাওঁতে কাৰো গাত আঁচোৰ এটা মাৰিবলৈ এচিকটামানো অসজ অভিপ্ৰায় মোৰ মনত নাছিল। তথাপি হাতীৰো পিচলে পাও, সজ্জনৰো বুৰে নাও। পাপৰিতো অনিচ্ছাকৃত ভুল নিশ্চয় বৈ গৈছে। গুণীজনৰ পৰশত ভুলবোৰ গুচি ফুল হব বুলি আশা কৰিলোঁ।

স্মৃতি ৰোমন্থন কৰোঁতে স্বৰ্গগতসকলৰ ভিতৰত পণ্ডিত হেমচন্দ্ৰ গোস্বামী, ৰঘুনাথ চৌধাৰী আৰু দৈবচন্দ্ৰ তালুকদাৰৰ পৰা পোৱা সমলত ভেজা লোৱা হৈছে। অধ্যাপক শ্ৰীৰজনীকান্ত দেৱশৰ্মা, শ্ৰীকমলেশ্বৰ চলিহা, শ্ৰীঅতুলচন্দ্ৰ বৰুৱা আৰু শ্ৰীৰামচৰণ ঠাকুৰীয়াই দুই-এটা সঁচা সাধু কৈ শুনাইছিল। মোৰ পত্নী শ্ৰীমতী সাবিত্ৰী হাজৰিকাই কোনো কোনো সাধুৰ সমল যোগোৱাৰ উপৰিও ঠায়ে ঠায়ে পাহৰা কথা মনত পেলাই দি সহায় কৰিছে। আৰু অনেক সহায়কৰ নাম পাপৰিৰ পাতে পাতে লিপিট খাই আছে। গুৰুৰ কৃপাত শ্ৰীগুৰু প্ৰেছৰ কৰ্মীবৃন্দই কিতাপখন পোহৰলৈ উলিয়াই দিছে। সংশ্লিষ্ট সকলোটিলৈকে ধন্যবাদ।

সদৌ শেষত জোৰণিৰ বাটঘৰ পাৰ হৈ মূল বিষয়ৰ মাৰলঘৰত সোমোৱাৰ আগতে কবিতাৰে মোৰ মনৰ কথা কৈছোঁ :

দিক্‌চৌ বাটৰ মই আকুল পথিক
আহি আছোঁ মৰমৰ চেকুৰা বুটলি,
মাজে মাজে ৰই ৰই চাওঁ পাছফালে
এৰি অহা বাটটো যে ধুঁৱলিকুঁৱলী।
দেখা পালোঁ বহু দৃশ্য নানা তৰহৰ
হাটকৰা, বাটকৰা দেখিলোঁ বহুত
উঠা-নমা, হঁহা-কন্দা কত অভিনয়
সেইবোৰে চাট মাৰি ধৰিছে চকুত ।
আহি আহি জীৱনৰ আবেলি পৰত
বাটৰ হেঙাৰবোৰ দূৰলই ঠেলি,
থিয় হৈ একেথৰে দেখিছোঁ আগত
অশ্বক্লান্ত সমীপত পথক্লান্ত ৫
সিপাৰত কিনো আছে নেজানো সঠিক
ইপাৰত আছে কিন্তু বহু খেলিমেলি,
থকৰাই ধাৰ সাধে, পকৰাই পায়
স্মৃতিৰ কুঁৱৰীবোৰে নাচে হালিজালি ।
বহু স্মৃতি বিস্মৃতিত যদিও বিলীন
নৃত্যৰতা 'স্মৃতিলেখা' আধাডুখৰীয়া,
'স্মৃতিৰ পাপৰি'বোৰে উৰি উৰি ঘূৰি
আজৰি পৰত মোক কৰে মতলীয়া।

তপোবন, গুৱাহাটী—১
১৫।১০।৭৭

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

# সূচীপত্ৰ

টোকা ঃ তৰুণ ফুকনৰ সাধুকেইটা ওপৰৰ সূচীত দিয়ামতে একেটা পাপৰিৰ অন্তৰ্গত হব। কিতাপৰ ভিতৰত ৩৪ নং পাপৰিৰ (৮১ পৃঃ) নাম হব 'বাধা দেউৰ সাধু'।

# শুদ্ধিপত্ৰ

কিতাপখন নিভু'লকৈ আৰু চকুত লগাকৈ উলিয়াব নোৱাৰি আমাৰ মনত নথৈ দুখ। তলত কেইটামান মাথোন বেয়া ভুল তুলি দিয়া হ'ল—পঢ়াৰ আগতে শুধৰাই লোৱাৰ অনুৰোধেৰে।

| পৃষ্ঠা | শাৰী | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|
| ৯ | ১৪ | দুই | ভতিজা পুতেক আৰু |
| ৩২ | ১৭ | কলঙ্ক মোচন | সত্ৰৰ কলঙ্কমোচন |
| ৭৭ | ২৭ | পাৰ্বতী | পাৰ্বতীপুৰ |
| ৮১ | ১ | বামুণৰ মাংস | ৰাধা দেউৰ সাধু |
| ৮৯ | ১ | ধোঁৱা পান | ধোঁৱাপান |
| ৯০ | ৮ | দালি পাণ | দালিপান |
| ৯২ | ৮ | ১৯২৪ | ১৯৭৪ |
| ৯৬ | ৬ | খচমচায় | খচখচায় |
| ৯৮ | ২০ | কলৰ নাও | যন্ত্ৰৰ নাও |
| ১১৫ | ১৪ | মাজ নিশাৰ | মাজনিশাৰ |
| ১৬১ | ৮ | কলিতা | চলিহা |
| ১৬৬ | ১ | শ্মশান বন্ধু | শ্মশানবন্ধু |
| ১৭০ | ১৫ | শিশু বন্ধু | শিশুবন্ধু |
| ১৯৬ | ২০ | বৰ্ত্তমান | পৰলোকগত |
| ২০৪ | ৯ | ইন্দ্ৰ ধনুৰ | ইন্দ্ৰধনুৰ |
| — | — | নাগকটা | নাগকটা (নাগপোতা) |
| ২৩৪ | ১৪ | হেমচন্দ্ৰ বৰদলৈ | শিৱপ্ৰসাদ বৰুৱা |
| ২৪৯ | ৮ | ভনীটিলৈ | ভনীটীৰ |
| ২৬৪ | ২৭ | ভোগেন্দ্ৰ | ভোকেন্দ্ৰ |
| ৬৩ | ২৭ | এই শাৰীটো বাদ দিব। | |

# অৰ্পণ

গুৱাহাটী বিশ্ববিদ্যালয়ৰ নিৰ্মাতা, জ্ঞানাচাৰ্য্য

শ্ৰীকৃষ্ণকান্ত সন্দিকৈদেৱৰ

শ্ৰীকৰকমলত

আন্তৰিক শ্ৰদ্ধাৰে

# স্মৰণ কৰা জনচেৰেক

মহাত্মা গান্ধী, আউনিআটী সত্ৰাধিকাৰ (৩ জনা), হেমচন্দ্ৰ বৰুৱা (১), দুলাল চৌধাৰী, ৰমাকান্ত চৌধাৰী, সত্যনাথ বৰা, কমলাকান্ত ভট্টাচাৰ্য্য, জালনুৰ আলি, লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰকুমাৰ আগৰৱালা, ৰজনীকান্ত বৰদলৈ, মাণিকচন্দ্ৰ বৰুৱা, নবীনচন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, গোপীনাথ বৰদলৈ, ফখৰুদ্দিন আলি আহমেদ, ৰাধাকান্ত সন্দিকৈ, শিৱপ্ৰসাদ বৰুৱা, পদ্মনাথ বিদ্যাবিনোদ, লক্ষ্মীনাথ চেটাৰ্জী, কালিৰাম মেধি, কনকলাল বৰুৱা, ৰঘুনাথ চৌধাৰী, অম্বিকাগিৰী ৰায়চৌধুৰী, দুৰ্গেশ্বৰ শৰ্মা, মফিজুদ্দিন আহমেদ হাজৰিকা, নীলমণি ফুকন, সূৰ্য্যকুমাৰ ভূঞা, যতীন্দ্ৰনাথ দুৱৰা, নলিনীবালা দেৱী, জে-বৰুৱা, বেণুধৰ শৰ্মা, পদ্মধৰ চলিহা, ৰত্নকান্ত বৰকাকতী, প্ৰসন্নলাল চৌধুৰী, ৰাজমোহন নাথ, উমেশ চৌধাৰী, লক্ষ্মীনাথ দাস, অম্বিকা বৰা, জ্ঞান বৰা, দৈৱ তালুকদাৰ, ডিম্বেশ্বৰ নেওগ, চন্দ্ৰনাথ শৰ্মা, হেমচন্দ্ৰ বৰুৱা (২), অমিয়কুমাৰ দাস, ভুবনেশ্বৰ বৰুৱা, গুৰুপ্ৰসাদ বৰুৱা, ৰুদ্ৰ শৰ্মা, মাণিকচন্দ্ৰ চৌধাৰী, জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণু ৰাভা, গৌৰী-দত্ত মিশ্ৰ, লক্ষ্মীধৰ শৰ্মা, গিৰিশচন্দ্ৰ বৰুৱা, ভৱনাথ হাজৰিকা, হেমন্তকুমাৰ শৰ্মা, কুলবিলৰ কবিৰাজ, দিদাৰুদ্দিন আহমেদ, শ্ৰীকান্ত চৌধাৰী, হৰকান্ত চৌধাৰী, ৰাধিকাকান্ত দাস, জেহিৰুদ্দিন আহমেদ, বিশ্বনাথ ৰাজবংশী, মুকুন্দ দাস, ব্ৰজনাথ শৰ্মা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, মহেন্দ্ৰনাথ ডেকাফুকন, শশীকান্ত গোস্বামী, নাৰায়ণ বৰুৱা, দুলাল বৰুৱা, নিত্য বৰদলৈ, যোগেন বৰকাকতী, মীন বৰদলৈ, ৰবিধৰ বৰুৱা, ৰাধাগোবিন্দ বৰুৱা, হৰিনাৰায়ণ দত্তবৰুৱা, বিচিত্ৰনাৰায়ণ দত্তবৰুৱা, প্ৰেমনাৰায়ণ দত্ত, উপেন্দ্ৰ লেখাৰু, চন্দ্ৰ কলিতা, সোণাৰাম বেজ, লক্ষ্মীনাথ ফুকন, হৰেন্দ্ৰনাথ বৰুৱা, নবীন শৰ্মা, কেশৱকান্ত বৰুৱা, হীৰাপ্ৰভা হাজৰিকা, জোনাকী (বিজয়লক্ষ্মী) আৰু আনেমান।

# মোৰ দুখন ভাত-ঘৰ

ল'ৰাকালত মোৰ দুখন ভাত-ঘৰ আছিল। এই দুখন ঘৰ আৰু মোৰ নিজৰ সৰু ঘৰখনৰ মাজত কোনো প্ৰভেদ নাছিল। প্ৰথম ঘৰখন হৈছে ককা দুলাল চৌধাৰীৰ ঘৰ। এই ঘৰখন সেই দিনত উত্তৰপাৰৰ নলবাৰীৰ অঞ্চলৰ বহু মানুহৰ প্ৰবস্থুৰা জিৰণিঘৰৰ দৰে আছিল। সেই কালত আজিকালিৰ দৰে পৰিবহনৰ সুগম পথ নাছিল। নাও, গৰুগাড়ী আৰু ভৰি দুখনেই আছিল থাই বাহন। ৰেল-জাহাজ নামত আছিল যদিও কামত সিমান নাছিল। নলবাৰীৰ পৰা গুৱাহাটীলৈ অহা-যোৱা কৰা হাবিতলীয়া বাটটো তেতিয়া বৰ বিপদসংকুল আছিল। বাটত অৱশ্যে চোৰ-ডকাইতৰ উপদ্ৰৱ নাছিল বুলিলেই হয়। সেই দিনত চোৰ-ডকাইতবিলাকৰ মনতো ধৰ্মভয় আছিল হব পায়। তেতিয়াৰ অসমীয়া চোৰ আজি-কালিৰ ভাটীৰ ফালৰপৰা অহা চোৰ-ডকাইতৰ নিচিনা সিয়ানো নাছিল। তেতিয়াৰ দিনত কামৰূপত বিৰহূপতীয়া নামৰ চোৰ এজনেই আছিল ৰজা-চোৰ। সেই বিৰহুপতীয়া চোৰেও মহাৰাণীৰ টকালৈ লোভ নকৰিছিল। মহাৰাণী মানে ৰাণী ভিক্টোৰিয়া। এই গৰাকী ৰাণী মৰাৰ বহু দিন পিছলৈকে তেওঁৰ নামৰ যাদুৱে আমাৰ মানুহৰ মনত প্ৰভাব বিস্তাৰ কৰিছিল। তহচিলদাৰ-মৌজাদাৰে জাল-মোনাত খাজানাৰ চিকাৰূপ ভৰাই ভাৰীৰ কান্ধত নিৰাপদে জিলাৰ কাছাৰীলৈ পঠাব পাৰিছিল। কিন্তু বাঘ, ভালুক আদি বনৰীয়া জন্তুবোৰে হলে মহাৰাণী, দেও-মনিষ কালৈকো কেৰেপ নকৰিছিল। হাবিতলীয়া

বাটত শলঠেকত পালে বাঘে মানুহৰ নেলু ছিঙি তেজ পিছিল, ভালুকে চকু ঘূকি উলিয়াইছিল। সেই কাৰণে গাঁৱৰপৰা মানুহ জিলালৈ আহিবলৈ হলে হাঁহ-পাৰ মাৰি লগে-ভাগে এসাজ খাই আহিছিল। মেল-মোকৰ্দমা আৰু ঘৰুৱা লেঠাত জীউটো টোপোলাত বান্ধি জিলালৈ অহা অনেক নলবৰীয়া মানুহে দুলাল চৌধাৰীৰ ঘৰত ৰাতি বঞ্চিছিল। সেইসকলৰ বাবে চৌধাৰীৰ ঘৰৰ দুৱাৰ মুকলি আছিল। ভাতমুঠিৰ উপৰিও সজ দিহা-পৰামৰ্শও পোৱা গৈছিল।

কোৱা শুনিছিলো, দুলাল চৌধাৰী ভব্যগব্য, থুলন্তৰ, সভা-শুৱনি পুৰুষ আছিল। তেওঁ ৰাতিপুৱাতেই বাহিৰৰ চৰাঘৰলৈ ওলাই আহি নানা তৰহৰ মেল মাৰে, ৰোগীক আয়ুৰ্বেদীয় ঔষধ দিয়ে। পুৱাৰ কাম-কাজ সামৰি তেওঁ ভিতৰ সোমোৱাৰ লগে লগে এটা গলহেকাৰি মাৰে। সেই শব্দই হাউলিৰ ইমূৰ-সিমূৰ ভেদি যায়। ভাই-বোৱাৰী আৰু আন আন আবুৰত থকা তিৰোতাবিলাক সেই শব্দ শুনি পলাই ফাট মাৰি নিজ নিজ শোৱনিকোঠাত সোমায়গৈ। ডাঙৰীয়াই খাই-বৈ ওলাই গলেহে তেওঁলোক সঁজাৰপৰা আকৌ মুকলি হয়। চ'ৰাঘৰত থকা মানুহে টনা কাপোৰৰ পাখাখন মাণিক চৌধাৰীৰ দিনলৈকে আছিল। মই যি বছৰত উপজি-ছিলো, সেই বছৰতে দুলাল চৌধাৰীৰ ভাৰস্তত চাউল উঠিছিল। মই পৃথিবীৰ পোহৰৰ মুখ দেখিছিলো ১৯০৩ চনৰ, ৯ ছেপ্টেম্বৰৰ (২৩ ভাদ) শেষ ৰাত্ৰি। সেই ৰাতি মোৰ মাতৃ দেৱীয়ে হেনো দুলাল ককাৰ গিয়াতালি-ভোজ খাই আহিছিল। সি যি নহওক দুলাল চৌধাৰীৰ মৃত্যুৰ বহু দিন পিছলৈকে মানুহৰ মনৰপৰা তেওঁৰ স্মৃতিবোৰ মচ খাই যোৱা নাছিল।

এইখন ঘৰতে মই আইৰ মাক আইদেউতা, দুই মোমাই শ্ৰীকান্ত, হৰকান্ত, কৃষ্ণচন্দ্ৰ চৌধাৰী, মাণিকচন্দ্ৰ চৌধাৰী, শিৱকান্ত মহন্ত, গুণেশ্বৰ শৰ্মা, উত্তম চৌধাৰী, ললিত চৌধাৰী, ধিনাথ দেউ, বাঁহীয়াকাই,

নিনাওৰাম প্ৰভৃতি কিমানক যে লগ পাইছিলো, লেখ দিবলৈকে টান।

দুলাল চৌধাৰীৰ একমাত্ৰ পুত্ৰ কৃষ্ণচন্দ্ৰ চৌধাৰীও বৰ খিভাপী লোক আছিল। তেওঁক মই মনছুপ মামা বুলি মাতিছিলো। তেওঁক গুৱাহাটীৰ ঘৰত খুব কমেইহে দেখা গৈছিল। মনছুপী কামত অসমৰ বিভিন্ন ঠাইত প্ৰবসুৱা ঘৰ পাতি আছিল। তেওঁ যি ঠাইতে আছিল, সেই ঠাইতে মানুহৰ লগত মিলি গৈছিল আৰু সেই ঠাইৰ জন-হিতকৰ সাংস্কৃতিক অনুষ্ঠানবোৰত আগভাগ লৈছিল। মনছুপ মামা বৰ চৌখিন আৰু খানেৱালা মানুহ আছিল। তেওঁ গুৱাহাটীৰ ঘৰত থকা কালত ভালবো ভালটো ফ'চীবজাৰৰপৰা নিজে গৈ কিনি আনি জুতি লগাই বন্ধাইছিল আৰু খাইছিল। আমিও সেই খানাৰ ভাগ পাইছিলো। বতৰৰ পাচলি গুৰু-ভকতক লগাৰ লগে লগে তেওঁতো লাগিছিল। সেই সময় আছিল ঘোঁৰাগাড়ীৰ যুগ। দুটা ঘোঁৰাই টনা বাকছৰ দৰে গাড়ীয়ে আছিল সৰ্বসাধাৰণৰ যানবাহন। ধনী আৰু মানী মানুহবিলাক এক ঘোঁৰাই টনা টম্‌টম্ গাড়ীত উঠি ফুৰিছিল। এই এক ঘোঁৰাৰ গাড়ী আজিকালি চেবেলা ঘোঁৰাই মাল কঢ়িওৱা গাড়ী নাছিল। তেতিয়াৰ দিনত সেই টম্‌টম্ গাড়ীবোৰেই আছিল আজিকালিৰ 'এম্বেছেদৰ' মটৰকাৰ। এটা বৰ ওখ তেজাল ঘোঁৰাই সেই গাড়ী টানিছিল। আৰোহীয়ে নিজেই আগৰ আসনত বহি গাড়ী চলায়; গাৰোৱান বা চহিছ বহে পাছফালে পাছমুখীয়াকৈ। কৃষ্ণ চৌধাৰীৰো আবেলি হাৱা খোৱা আৰু বজাৰ কৰা এখন টম্‌টম্ গাড়ী আছিল। মই তেতিয়া নিচেই সৰু ল'ৰা। মোকো তেওঁ সেই টম্‌টম্ গাড়ীৰ কাষতে বহুৱাই মাজেসময়ে আবেলি ফুৰাবলৈ নিছিল। বৰ ওখ পশ্চিমাজৰ নিচিনা ঘোঁৰাটোৱে যেতিয়া চেকুৰ মেলিছিল, মোৰ মনটোৱে তাৰ লগে লগে চেকুৰি কোনোবা ধুবুৰী পাইছিলগৈ। কি যে ভাল লাগিছিল! তেওঁ খাইছিল যেনেকৈ তেনেকৈ মানুহক খুৱাইছিলো। চৌধাৰীৰ ঘৰত ওৱাদানীকৈ ভোজ-ভাত পতা পৰম্পৰা এটা সিদিনাখনলৈকে চলি আছিল। নাম্না

গোসাঁইৰ (কুমুদেশ্বৰ গোস্বামী) ঘৰতো একেভাৱে বাৰটা মাহত তেৰটা পূজা-পাতল আৰু ভোজভাত চলিছিল।

বিহগী-কবি চৌধাৰী কবিৰ খেতিয়কো আছিল। তেওঁ কবিতাৰ খেতি কৰাৰ নিচিনাকৈ কবিৰ খেতি কৰিও বৰ ভাল পাইছিল। এবাৰ তেওঁৰ বোন্দাৰ খাটত হোৱা আধামোন ওজনৰ ফুলকবি এটা আনি চা-চিনাকি মানুহক ঘৰে ঘৰে দেখুৱাই ফুৰিছিল। নকলেও হব সেই দিনত আধুনিক কৃষিপদ্ধতি আৰু আজিকালিৰ চৰ্কাৰী সাৰৰ নাম-গোন্ধেই নাছিল। কবিটো দেখি সকলোৱে কবিক বাঃ বাঃ দিছিল। স্কুল-কলেজৰ ছাত্ৰবিলাকে সৰস্বতী পূজাৰ ভোজৰ বাবে কবিটো কিনি লবলৈ বিচাৰিছিল ; কবিয়ে নিদিলে। তেতিয়াও তেওঁৰ প্ৰদৰ্শনী শেষ হোৱা নাছিল। অৱশেষত সেই ধানপুৰীয়া কবিটো ঘূৰিপকি কৃষ্ণ চৌধাৰীৰ ওচৰ পালেগৈ। চৌধাৰী ডাঙৰীয়াই সন্তোষ প্ৰকাশ কৰি কবিটো তেওঁৰ আখলঘৰলৈ পঠাই দিলে, তাতে ভাৰ দিহা লগাবলৈ। আখলঘৰৰ পৰা কবিটো ওলাই আহি গৰাকী কবিৰ কাষ নাপালে। বিহগী কবিয়ে তেওঁৰ ফুলকবিটো নেপালে, দামো নেপালে ; সাধিবও নোৱাৰে! জাতো গ'ল, পেটো নভৰিল।

কৃষ্ণ চৌধাৰীৰ মৃত্যুত সেইখন ঘৰত তেওঁৰ পুতেক মাণিক চৌধাৰীৰ আমোল আৰম্ভ হ'ল। মাণিকচন্দ্ৰ চৌধাৰী অসমৰ এগৰাকী যশস্বী অভিনেতা। তেওঁৰ দুটা কথাই মোৰ শিশুমনত প্ৰভাৱ বিস্তাৰ কৰিছিল। এটা নাট্যাভিনয়, আনটো ফুলৰ প্ৰতি অনুৰাগ। বাপেক-ককাকৰ দৰে তেওঁৰ কুসুম-প্ৰীতি বেছি নহলেও কম নাছিল। কেৱল ফুলেই নহয় চৌধাৰীৰ বাৰীৰ ৰহৰহীয়া আম, কৰ্দৈ, কৰ্জা, ঔটেঙা আদিৰ টেঙা-মিঠা সোৱাদ আজিও মোৰ জিভাত লাগি আছে। এই গছবোৰত থকা ভূত-পিশাচবোৰৰ লগতো সেই দিনত মোৰ দেখা-সাক্ষাৎ নহলেও কাল্পনিক চা-চিনাকি আছিল। শুনিছিলো কৰ্দৈজোপাত হেনো এটা মূৰাকন্ধ আছিল, ঔজোপাৰ তলত হেনো দেওলগা টকাৰ ঘাগৰি আছিল। সেই ঘাগৰিবোৰ শনিবাৰে-মঙলবাৰে

মাজবাতি কোনোবাই টনাটনি কৰি লৈ ফুৰে। চুবুৰীয়া জগবন্ধু দাসৰ হাউলিত হেনো সেই দেওলগা টকাৰ ঘাগৰিয়ে বিপৰ্য্যয় ঘটাইছিল। মুঠতে কবলৈ হলে এই ঘৰখনেই মোৰ শিশু-জীৱনক ভৱিষ্যত গঢ় দিয়াত ভালেখিনি সহায় কৰিছিল। এই ঘৰৰ বাৰটা মাহৰ তেৰটা ধৰ্মীয় উছৱেও মোৰ মনত দকৈ ৰেখাপাত কৰিছিল। আজিকালিৰ নাস্তিক পৰিবেশে মানুহক বিপথগামী হবলৈ ইন্ধন যোগায়। তেতিয়াৰ পৰিবেশে কিন্তু সমাজত অলেখ কুসংস্কাৰ থকা সত্বেও বাট এৰি অবাটে যাবলৈ সুবিধা দিয়া নাছিল।

* * *

এতিয়া মোৰ দ্বিতীয়খন ভাত-ঘৰৰ কথা কওঁ। এইখন ঘৰ বিহগী-কবিৰ ঘৰ নাইবা 'প্ৰতিধ্বনি'ৰ কবি উমেশ চৌধাৰীৰ ঘৰ। ল'ৰাকালত মই এই ঘৰখনক জেঠাইৰ ঘৰ বুলি জানিছিলো, আন মানুহে জানিছিল গৰ্গ নাজিৰৰ ঘৰ বুলি। জেঠাদেউ গৰ্গ চৌধাৰী নাজিৰক মই দেখা পোৱা নাছিলোঁ। তেওঁৰ পত্নী স্বৰ্ণলতা চৌধাৰী জেঠাইদেউ উমেশ দাদাৰ মাতৃ। এইগৰাকী মৰমী মহিলাই মোক পুত্ৰবৎ স্নেহেৰে আকৃষ্ট কৰিছিল।

জেঠাইদেউ এগৰাকী ধৰ্মপ্ৰাণা মহিলা আৰু নামজলা নামতী আছিল। তেওঁ বহু গোসাঁইনাম, আইনাম মুখে মুখে ৰচি গোসাঁই-ঘৰত নামৰ জাউৰি তুলিছিল। তেওঁৰ স্বভাৱজাত কবিপ্ৰতিভা পুতেক উমেশচন্দ্ৰৰ গাতো সংক্ৰামিত হৈছিল। জেঠাইৰ লগৰী-য়ানীও দুজনী প্ৰসিদ্ধ নামতী আছিল, কলিমতী বাই আৰু থুলুকী বাই। কলিমতী বাই আছিল 'একে দিনে হোৱা নাই চীনৰ প্ৰাচীৰ' নামৰ একেটা মিঠা কবিতা লিখি খ্যাতি আৰ্জোতা মাটিৰাম দাসৰ মাতৃ। মোৰ মাতৃদেৱীয়েও সততে জেঠাইদেউৰ নাম-সবাহত ভাগ লৈছিলগৈ। ঢোলৰ লগত টেমেকা হৈ আইৰ আঁচলত ধৰি মন্ত্ৰো জেঠাইৰ ঘৰলৈ তাঁতবাতি কাঢ়িছিলো। মই অৱশ্যে গৈছিলোঁ

মাহ-চাউলৰ লোভত, গুৰিসান্দহৰ লোভত নাইবা জেঠায়ে মৰম কৰি কিবা নহয় কিবা এবিধ মুখত গুজি দিয়াৰ লোভত আৰু বাৰীৰ পৰা একোচ তলসৰা বালিচঁহীয়া বগৰী বুটলি আনিবলৈ। জেঠায়েও মোক গোসাঁই-ভকতৰ সাধু কৈ শুনাইছিল। তেওঁ ৰচা নামবোৰ গুণগুণাই গাই শুনাইছিল। শিশুমনত এইবোৰৰ প্ৰভাৱ অনস্বীকাৰ্য্য।

দিনবোৰ গৈ আছিল। মযো পাঠশালাৰপৰা হাইস্কুল পালোঁ, হাইস্কুলৰপৰা কলেজ পালোঁ, তথাপি এই ঘৰখনৰ লগত এনাজৰীৰ বান্ধ আগৰ দৰেই চলি থাকিল। সেই দিনৰ ঘৰৰ চিন-চাবেই আজি নাই। সেই ঠাইত এতিয়া এটা দৈত্যকায় দালানঘৰ থিয় হৈ আছে। মই দেখাত এই দালানৰ ঠাইতে এটা ইংৰাজী টি আখৰৰ গঢ়ৰ টিনৰ ঘৰ আছিল। সেই ঘৰৰ ভেটিটো বৰ ওখ আছিল আৰু চ'ৰাঘৰৰ ওখ খটখটী কেইখনত আহিনমহীয়া শেৱালি-ফুলে বগা দলিচা পাৰি থৈছিল। বুঢ়া শেৱালিজোপা বৈঠকখানাৰ ওপৰত 'বৈত' পৰি আছিল। সেই মুকুতাবুলীয়া শুকুলা শেৱালি গচকি যেন আই সৰস্বতীয়ে কবি দুজনাৰ ঘৰলৈ অহা-যোৱা কৰা বাট। সেই ঘৰটো সজাইছিল উমেশ দাদাই। তাৰ পূৰ্বে সেই ঠাইতে তেওঁৰ দেউতাকে সজোৱা খেৰীঘৰ এটা আছিল। চ'ৰা-ঘৰটোৰ মুখতে এজোপা সুগন্ধি তেজপাতৰ গছ আছিল। আহোঁতে যাওঁতে তাৰপৰা কেইখিলামান তেজপাত ছিঙি আনিছিলো। কাষতে এখন চুচুৰীয়া ফুলনিত দুই-চাৰিজোপা গোলাপ, গুটিমালীৰ দৰে সুগন্ধি ফুলৰ গছ আছিল। বুঢ়া খৰিকাজাঁইজোপাৰ জইন মৰিবৰ বেছি দিন হোৱা নাই। দালানঘৰতো বুঢ়া কবিৰ মেজত প্ৰায়েই বগা খৰিকাজাঁই উপচি থকা দেখিছিলো। বিহগী কবিয়ে তেওঁ শোৱাখোঁটালিৰ খিড়িকীৰ মুখত এজোপা কাঞ্চন পুলি কইছিল। এদিন (২০।৩।৩৭) সেই কাঞ্চনজোপাত এপাহ কজলা ফুল ফুলি থকা দেখি মোৰ বৰ ভাল লাগিছিল। ঘৰলৈ আহি 'কাঞ্চনীৰ কথা' নামৰ এটা কবিতা ৰচিছিলোঁ।

দোকমোকালিতে        কাঞ্চনীয়ে উঠি
ফাগুনী মলয়া বাত,
লাহুভী খোপাত        পিন্ধি ফুল এটি
কবিক লগালে মাত।

চোৱা হেৰা কবি,        বসন্তই আহি
বুলালে মৰমী হাত,
মোৰ বাই-ভনী    ।   ,সকলোৰে আজি
বিহুধ্বনি লাগে গাত।

কাজলী ফুলৰ        আঁজলি ভৰাই
প্ৰণমো তোমাক কবি,
কাব্য-কাননৰ        মানস-পটত
আঁকিবা নে মোৰো ছবি?
অতি যতনেৰে        আনি তুমি মোক
দিলা এডুখৰি ঠাই,
সেয়েহে তোমাক        ওৰণি গুচাই
আজি মই আছোঁ চাই।"

মোৰ ফুলপাহি        জহিব সৰিব
নেথাকে যে চিৰকাল,
তোমাৰ কবিতা        সদায় থাকিব
মানুহে বুলিব ভাল।

(দীপালী)

এইখন ঘৰতেই এদিন ৰঘুনাথ চৌধাৰী সম্পাদিত 'মইনা', 'জয়ন্তী' আৰু 'সুৰভি' এই তিনিখন অসমীয়া আলোচনী কাকতে জন্ম লৈছিল আৰু কবিৰ সম্পাদনাত লালিতপালিত হৈছিল। এই কাকতবিলাকৰ সম্পৰ্কত ল'ৰা-ডেকা-বুঢ়া ভালেমান সাহিত্যিকেই

কবিৰ ঘৰলৈ নিতৌ অহা-যোৱা কৰিছিল। তেওঁলোকে কবিৰ লগত সাহিত্যৰ বিভিন্ন দিশ আৰু নতুন ধাৰাৰ বিষয়ে আলোচনা কৰিছিল। কেতিয়াবা কবিৰ ঘৰতেই একোখন আলোচনা-চক্ৰৰো দিহা কৰা হৈছিল। বিহগী কবি আছিল সেই সাহিত্যসেৱী ডেকাসকলৰ অনু-প্ৰেৰণাৰ উৎস। তেওঁ ডেকাসকলক কবিতা লিখিবলৈ, গল্প লিখিবলৈ, প্ৰবন্ধ লিখিবলৈ নানাভাৱে উদগনি দিছিল।

ল'ৰাকালত মই আদহীয়া কবি ৰঘুনাথৰ ওচৰ চাপিবলৈ সাহ কৰা নাছিলোঁ। মৰমৰ মাতষাৰ সদায় পাইছিলো যদিও আলেঙে আলেঙে থাকিহে তেওঁৰ আৰু তেওঁৰ বৃদ্ধ লগৰীয়াসকলৰ ৰেহৰূপ চাইছিলো। আলাপ-আলোচনা চেগাচোৰোকাকৈ শুনিছিলো। কবিৰ লগত বেঞ্চী এখনত সততে হোকা হুপি বহি থকা দেখা পাইছিলো ৰংমহলৰ সোণাৰাম চৌধুৰীক (জোনাকীৰ 'হেমদাশৰথী), বৰুৱা এজেন্সিৰ গোপাল বৰুৱা আৰু কেতিয়াবা হাজোৰ বিষয় বিশ্বাসীক (পদ্যাৱলীৰ কবি)। কবিয়ে এদিন অসমৰ অকণ-অকণিহঁতক 'মইনা'ৰ মৌমাত শুনাইছিল। ময়ো সেই অমাতৰ মাত শুনি ভাল পাইছিলো। সম্পাদকজনক আগতকৈ বেলেগ চকুৰে চাইছিলো। তাৰ আগতে হেম গোসাঁইৰ 'অকণে' যি সোৱাদ বিলাইছিল, মইনাই মোক সেই একে সোৱাদকে দিছিল। 'জয়ন্তী', 'সুৰভি'ৰ দিনৰপৰাহে মই কবিৰ নিচেই ওচৰ চাপিছিলো আৰু সুখ-দুখৰ ভাগী হবৰ সুযোগ পাইছিলো। উমেশ দাদাৰ কাষলৈ হলে মই আগৰেপৰাই অৰ্থাৎ ল'ৰাকালৰ পৰাই আকৰ্ষিত হৈছিলোঁ। মাইনৰ স্কুলত ভূগোলৰ পাঠ দিব নোৱাৰাৰ বাবে দুই এদিন তেওঁৰ চেকনীৰ বাঁওহতীয়া কোব হাত পাতি লবলগীয়া হৈছিল যদিও তাৰ ফফৰণি-বুৰ্বুৰণি অলপ পিছতে মাৰ গৈছিল। ঘৰলৈ গৈ বৈঠকখানাত বহিলেই তেওঁ হাৰ্মনিয়ামটো উলিয়াই আনে। নতুন স্বৰচিত গীত গাই শুনায়। শুনি ভাল পাওঁ। গীতবোৰত কবিতাৰ সমলো বিচাৰি পাওঁ। দৈবচন্দ্ৰ তালুকদাৰকো তাতেই প্ৰায় লগ পাওঁ। তিনিওজনে কথা পাতোঁ—

, একতা সভাৰ কথা, ছাত্ৰ সম্মিলনৰ কথা, সাহিত্য সভাৰ কথা, কামৰূপ নাট্য সমিতিৰ কথা। তাত আন ঘৰুৱা কথা নোলায় বুলিলেই হয়। আৰু জনদিয়েক ল'ৰা-সাহিত্যিক তালৈ আহে, বুঢ়া সাহিত্যিকো আহে। মেল পাতে, মেল পকি উঠে। মই সেই মেল শুনি ভোল যাওঁ। মই এই বুলনিচ'ৰাতে অম্বিকা বৰা, জ্ঞাননাথ বৰা, সৰ্বেশ্বৰ শৰ্মা কটকী, মহেন্দ্ৰনাথ ফুকন (ডেকা ফুকন) অম্বিকাপ্ৰসাদ গোস্বামী আৰু ভালেমানৰ সান্নিধ্য লাভ কৰিছিলো। এইদৰেই এইখন চৌধাৰীৰ ঘৰতো মোৰ বাল্যজীৱনত অতৰ্কিতে সাহিত্য-সংস্কৃতিয়ে পোখা মেলিবলৈ সুবিধা পাইছিল।

——

# চিকাৰী কবি হ'ল

মোৰ মাতৃবংশৰ উপৰিপুৰুষ পাঞ্জাবী-হিন্দু কানুসিং চুবাদাৰ। তেওঁ এটা বৃটিছ ফৌজৰ নায়ক হৈ অসমলৈ আহিছিল আৰু অসমীয়া হৈ এই দেশতে জাহ গৈছিল। তেওঁৰ নাতি লক্ষ্মীকান্ত চৌধাৰী মৌজাদাৰ। লক্ষ্মীকান্তৰ দুই পুতেক দুলালচন্দ্ৰ চৌধাৰী আৰু মোৰ ককাদেউতা (মাতামহ) ৰমাকান্ত চৌধাৰী।

আজিৰপৰা প্ৰায় ডেৰশ বছৰৰ আগৰ কথা। ৰমাকান্ত তেতিয়া চেমনীয়া ল'ৰা। ল'ৰাকালৰপৰাই তেওঁ দেউতাকৰ নিচিনা অতি সবল, চৰিত্ৰবান আৰু ধৰ্মপৰায়ণ আছিল। সেয়ে হলেও তেওঁৰ গাত সৈনিক আজো ককাকৰ তেজৰ পিৰপিৰণি আছিল। সেই কাৰণে বনৰীয়া চৰাই-পছু চিকাৰ কৰি তেওঁ বৰ আনন্দ উপভোগ কৰিছিল। কিবা এটা জন্তু গুলীয়াই বগৰাই পেলাব নোৱাৰিলে যেন তেওঁৰ হাত দুখন কটকটাই থাকে। বাপেক লক্ষ্মীকান্তই পুতেকৰ এই আসুৰিক স্বভাৱ লক্ষ্য কৰি আছিল।

সেই কালত নলবাৰী অঞ্চলত য'তে ত'তে চিকাৰ কৰিবলৈ খাল-ডোং আৰু হাবিত অপ্লাবিত চৰাই আৰু বনৰীয়া জন্তু পোৱা গৈছিল। ভাটীৰ ফালৰ ৰাজ্যবোৰৰ দৰে অসমতো তেতিয়া ম'ৰা চৰাইৰ প্ৰাচুৰ্য্য আছিল। ম'ৰা চৰাই থকাৰ বাবেই হয়তো গুৱাহাটীৰ কাষৰ উমানন্দক চাহাবৰিলাকে ময়ূৰ-দ্বীপ আখ্যা দিছিল। হৰিণাৰ মঙহেই বৈৰী হোৱাৰ দৰে ম'ৰা চৰাইৰো মঙহ আৰু পাখিয়েই বৈৰী হ'ল। চৌধাৰী-পৰিয়ালৰ সৰিয়হতলী নামৰ হাবিয়নি গাঁওখনতো সেই সময়ত জাকে জাকে ম'ৰা চৰাই পোৱা গৈছিল। তদুপৰি বাঘ-ভালুক, হাইঠা, ধনেশ আদি নানা তৰহৰ বনৰীয়া জীৱ-জন্তুৰে সৰিয়হতলী হাবি ঠাহ খাই আছিল।

চিকাৰী ৰমাকান্তই চৰাই-পছু চিকাৰ কৰি ঘূৰি ফুৰে। দয়ালু অন্তঃকৰণৰ দেউতাকে পুতেকৰ এই নিমৰমিয়াল স্বভাৱ সমূলি ভাল নাপায়। এদিন ৰমাকান্তই বিলত চৰি থকা চাকৈচকোৱা এটা বধ কৰি আনিছিল। চৰাইটো তেতিয়াও মৰা নাছিল। কলঢপ-কলঢপ অৱস্থাত সি মৃত্যুৰ যন্ত্ৰণাত চটফটাই থকা দেখি লক্ষ্মীকান্তই পুতেক ৰমাকান্তক কলে—"চোৱাচোন বোপা, অলপ সময় পিছতে চৰাইটো মৰিব। আমাৰ চকুৰ আগতে সি যমৰ যাতনা ভোগ কৰিছে। জীৱৰ এনে বিলাই চাই থাকিব পাৰি জানো? তোমাৰ, মোৰ, সকলোৰে ভাগ্যত এদিন একে দশাই হব। অনাহকত চৰাই-পছু মৰাটো কেতিয়াও ভাল কথা নহয়। জীৱহত্যা মহাপাপ।"

দেউতাকৰ বুজনি শুনি ৰমাকান্তই মনত বিষম আঘাত পালে। "আজিৰপৰা আৰু চৰাই চিকাৰ নকৰোঁ" বুলি তেতিয়াই তেওঁ শপত খালে। সচাঁকৈয়ে সেই দিনাৰপৰা তেওঁৰ অন্তৰৰ পৰিবৰ্ত্তন ঘটিল। চিকাৰী ৰমাকান্ত সেই দিনাই যেন কোমলপ্ৰাণ কবি ৰমাকান্ত হ'ল।

এইজনেই আছিল আধুনিক যুগৰ প্ৰথম অসমীয়া কাব্য 'অভিমন্যু বধ'-প্ৰণেতা কবি ৰমাকান্ত চৌধাৰী।

# হেমকোষৰ খনিকৰ

এতিয়ালৈকে স্মৰণীয় হেম বৰুৱা চাৰিজন। আভিধানিক হেম বৰুৱা, 'চপনীয়া'ৰ গ্ৰন্থকাৰ ডাঃ হেম বৰুৱা, ত্যাগবীৰ হেম বৰুৱা আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি হেম বৰুৱা। 'হেমকোষ'ৰ খনিকৰ হেমচন্দ্ৰ বৰুৱা ডাঙৰীয়াৰ দুই এটা প্ৰসঙ্গহে আমি আজি স্মৰণ কৰিম। এইজন হেমচন্দ্ৰই

"হেমৰ কোষেৰে ওখ দ'ল বান্ধি
ভাষাক সাৰথি ধৰি,
সুমাৰলগীয়া অসমীয়া নাম
ৰাখিলে জিলিকা কৰি।"

এইজন বুৰঞ্জীপ্ৰসিদ্ধ পুৰুষক মই দেখা পোৱাৰ সৌভাগ্য হোৱা নাছিল। মোৰ জন্মৰ বহু দিন আগতে তেওঁৰ হাড়ত বন গজিছিল। তেওঁক দেখা পাইছিল মোৰ মাতৃয়ে, তেওঁৰ চেমনীয়া ছোৱালী কালত। মাতৃদেৱীয়ে কৈছিল, হেম বৰুৱা ইমান ডাঙৰ মানুহ বুলি হেনো তেওঁলোকে জনা নাছিল; সেই সময়ৰ গুৱাহাটীৰ মানুহেও জনা নাছিল। তেওঁলোকে সদায় দেখি থকা এজন থুল-থুৰ মানুহ, লম লম দাড়ি, গাত সদায় চাহাবী ঠেঙা-কোট। সেই চাহাবী সাজেৰেই তেওঁ নিজৰ ফুলবাৰীত কোৰ মাৰিছিল। প্ৰতি দেওবাৰে চুবুৰীয়া ল'ৰা-ছোৱালীবিলাকৰ মাজত নিজহাতে জিলাপি বিলাইছিল। মোৰ মাতৃদেৱী আৰু মোমাইহঁতেও হেনো মিঠাইৰ ভাগ লবলৈ সততে আহিছিল।

এতিয়া য'ত কুমাৰ ভাস্কৰ নাট্যমন্দিৰৰ উত্তৰ-পূব চুকত

প্ৰাক্তন ৰাজ্যমন্ত্ৰী সিদ্ধিনাথ শৰ্মাৰ বাসভৱন আছে সেই ঠাইতে সৌ সিদিনালৈ বকুৱা ডাঙৰীয়াৰ ইংৰাজী টি-আখৰটোৰ গঢ়ৰ এটা সৰু টিণৰ বঙলাঘৰ আছিল। শৰ্মাই সেই ঘৰ ভাঙি নতুনকৈ তেওঁৰ বাসভৱন সজাই লোৱাত পুৰণি ঘৰৰ চিনমোকাম নাইকিয়া হ'ল। সেই টোলৰ এচুকত অৱশ্যে এটি স্মৃতি-স্তম্ভ সংৰক্ষিত হৈ ৰৈছে। এই বিষয়ে পিছত লিখা হৈছে।

বকুৱা ডাঙৰীয়াই ভাটী বয়সত সেই টিনৰ ঘৰত থাকিয়েই অকলশৰীয়া বৰলা জীৱন যাপন কৰিছিল। ভণ্ডামিক তেওঁ বৰকৈ ঘিণ কৰিছিল। সদায় নিজৰ বিবেকৰ অনুগামী হৈ চলিছিল। মানুহে ভাল বোলক বা বেয়া বোলক তালৈ কেতিয়াও কেৰেপ নকৰিছিল। তেওঁ 'বাহিৰে ৰংচং ভিতৰে কোৱাভাতুৰী' লিখি সমাজৰ ভণ্ডামি উদঙাই দেখুৱাইছিল। 'কানীয়া কীৰ্তন' লিখি তেওঁ কানি-বৰবিহৰ অপকাৰিতাৰ বিষয়ে ৰাইজক সজাগ কৰিবলৈ চেষ্টা কৰিছিল। তেওঁ পুৱা-গধূলি ঘৰৰ ভিতৰতে লাওপানীটুপি ধৰিছিল কিন্তু আন আন সুৰাসেৱকৰ দৰে মাতলামি কৰা নাছিল। বিহগী কবিয়ে কৈছিল—"তেওঁৰ ভৰা মুখখন হেনো ইন্দুদীটোৰ দৰে টপটপীয়া লাল হৈ আছিল।"

ডেকা বয়সত বিপত্নীক হৈয়ো আৰু সন্তি-সন্ততি নথকা সত্বেও তেওঁ দ্বিতীয়বাৰ বিয়া নকৰালে। তিৰোতাই যদি দ্বিতীয় বাৰ বিয়া সোমাব নোৱাৰে তেন্তে পুৰুষেও একে যুক্তিৰে দ্বিতীয় পত্নী গ্ৰহণ কৰিব নোৱাৰে—এয়ে আছিল তেওঁ পুনৰ বিবাহ নকৰোৱাৰ যুক্তি।

তেওঁ বামুণ আছিল যদিও তুজন শুদিৰ ৰান্ধনি ৰাখি প্ৰকাশ্য-ভাৱে সিহঁতৰ হাতে ভাত খাইছিল। আজিকালি এইবোৰ কথাৰ কথা নহয়; কিন্তু সেই দিনত এনেবোৰ কাম সমাজ-বিপ্লৱৰ কাম আছিল। নিকপকপীয়া হিন্দু সমাজখনে তেওঁক সমূলি ভাল

চকুৰে চোৱা নাছিল। ৰান্ধনি দুজনক তেওঁ ফিট্‌ফাট্‌কৈ ৰাখিছিল। সিহঁতক একোটা জেপঘড়ীও কিনি দিছিল।

তেওঁ আত্মপ্ৰচাৰৰ পক্ষপাতী নাছিল। কাকো তেওঁৰ ফটো লবলৈ নিদিছিল। এবাৰ হেনো বন্ধু এজনে কোনোবা টলকত তেওঁৰ ফটো এখন তোলাই কেনে হৈছে চাবলৈ দিলে। বৰুৱা ডাঙৰীয়াই খণ্ডত অগ্নিমূৰ্ত্তি ধৰিলে। তেওঁ হেনো ফটোখন দীঘে দীঘে দুই খণ্ড কৰি ফালি ফটা-ক্ৰাক্‌তৰ পাচিত ঠাই দিলে আৰু আগলৈ বন্ধুজনক তেনে কাম নকৰিবলৈ সাৱধান কৰি দিছিল। বৰুৱা ডাঙৰীয়া উঠি ভিতৰলৈ যোৱাত বন্ধুজনে ফটো দুফাল বুটলি লৈ গ'ল।

বৰুৱা ডাঙৰীয়াৰ আন কোনো ফটো নথকাত তেওঁৰ মৃত্যুৰ পিছত সেই ফটো দুফালকে পাছফালে টাপলি মাৰি, জোৰা লগাই জৰাসন্ধৰ দৰে এখন ফটো কৰা হৈছিল আৰু সেই ফটোখনকে হেমকোষত ব্যৱহাৰ কৰা হৈছিল বুলি মোৰ শিক্ষক সৰ্বেশ্বৰ শৰ্মা কটকীদেৱে আমাক কৈছিল। কটকীদেৱে আৰু কৈছিল বোলে বৰুৱা ডাঙৰীয়াৰ চহীটোও সংগ্ৰহ কৰা হৈছিল এখন পুৰণি মনিঅৰ্ডাৰৰ কুপনৰপৰা। এইখিনিতে উল্লেখ কৰিব পাৰি যে মই এদিন অসম ছাত্ৰ সন্মিলনৰ যোগেদি কটকীদেৱে ৰচনা কৰা 'হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিত' এখন প্ৰকাশ কৰিছিলো। সৰু হলেও সেই-খনেই এতিয়ালৈকে একমাত্ৰ প্ৰামাণ্য জীৱনী যদিও এতিয়া দুষ্প্ৰাপ্য। ভাষাৰ পিতাজনৰ বিষয়ে আজিৰ চামে একো নেজানে বুলি কলেও হয়।

মৰাৰ পিছত তেওঁক খৰি দিয়া সম্পৰ্কত এটা সমস্যাৰ উদ্ভৱ হৈছিল। তেওঁ অৱশ্যে লিখি থৈ গৈছিল যে মৰাৰ পিছত তেওঁৰ শৱো ফুপুৰি কাউৰী-শগুনে খাব পৰাকৈ যেন জনবসতিৰ পৰা আঁতৰত পেলাই দিয়া হয়। সি যি নহওক শৱটো পুৰিবলৈ নিকপ-কপীয়া অসমীয়া সমাজৰ কোনো আগবাঢ়ি নহাত পাণবজাৰৰপৰা

বঙালীসকলক অহা দেখিছে জনচেৰেক অসমীয়া ডেকাৰ গালৈ হুচ আহিল। সমাজৰ নিন্দা-গৰিহণালৈ ভয় নকৰি তেওঁলোকে ফটিকাৰে গাটো গৰম কৰি আহি তথাকথিত জাতি বোৱা শটো কান্ধত তুলি ল'লে আৰু নৱগ্ৰহ—শ্মশানত 'সোণাৰ চাঁদ'ৰ শেষ-কৃত্য সমাপ্ত কৰিলেগৈ। সেই সময়ৰ সমাজবিপ্লৱী ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ প্ৰভৃতিয়েও তেতিয়াৰ হিন্দু সমাজখনৰপৰা এনে ব্যৱহাৰকে পাইছিল। সুখৰ বিষয় আজি তাৰৰ আঁতৰি গৈছে।

---

# উকিলৰ ঘৰত

মই সৰুতে দেখিছিলো সেই কালৰ গুৱাহাটীত (উজান বজাৰ অঞ্চল) কেইঘৰমান মানুহৰ মাৰ্কা মৰা নাম আছিল। যেনে সত্যনাথ বৰাৰ ঘৰক বোলা হৈছিল উকিলৰ ঘৰ, 'চিন্তাতৰঙ্গিণী'ৰ কবি ভোলানাথ দাসৰ ঘৰক বোলা হৈছিল ছবডিপ্তীৰ (ছবডেপুটী) ঘৰ, 'প্ৰতিধ্বনি'ৰ কবি উমেশ দাদাৰ দেউতাক গৰ্গ চৌধাৰীৰ ঘৰক বোলা হৈছিল নাজিৰৰ ঘৰ।

তেতিয়াৰ সৰু গুৱাহাটীখনত হেমচন্দ্ৰ বৰুৱা, অসমবন্ধু মাণিকচন্দ্ৰ বৰুৱা, ভুবনৰাম দাস (ৰায় বাহাদুৰ), মহেশ্বৰ গোস্বামী (দেশনেতা হৰেশ্বৰ গোস্বামীৰ ককাক), ৰাধানাথ ভট্টচিলদাৰ (ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ শহুৰ), কেশী বৰুৱা (হেম গোসাঁইৰ শহুৰ), মথুৰামোহন বৰুৱা, শ্ৰীমন্ত সেন (কালীবাবুৰ দেউতাক), চিদানন্দ চৌধুৰী (ৰাধিকানন্দ—প্ৰশান্ত মূৰ্তিৰ দেউতাক), কালিৰাম

বৰুৱা (কামাখ্যাৰাম বৰুৱাৰ দেউতাক), কালিৰাম চৌধুৰী (ৰোহিণী চৌধুৰীৰ দেউতাক) প্ৰভৃতি জনচেৰেক মাথোন লেখৰ মানুহ আছিল। এই সকলৰ উপৰিও তৰুণ ফুকনৰ পৰিয়াল, মাধৱ বৰদলৈৰ পৰিয়াল আদি আৰু কেইটামান পৰিয়ালৰ ফৰিংফুটা নাম আছিল। এই আলচত উকিলৰ ঘৰৰ লগতহে মোৰ সম্বন্ধ।

মই মোৰ মাতৃদেৱীৰ লেম্‌টৌ হৈ মাহেকে-পষেকে উকিলৰ ঘৰৰ সবাহলৈ গৈছিলোঁ। উকিলনীয়ে তেওঁৰ চিনাকি নামতী আইসকলৰ লগত সততে সবাহ পাতিছিল। উকিলনী হৈছে সত্যনাথ বৰাৰ পত্নী ভুবনমোহিনী বৰানী। তেওঁ সেই সময়ত এগৰাকী জনাজাত নামতী আছিল। তেওঁ 'বিয়াৰ নাম' নামৰ এখনি নামৰ পুথিও যুগুতাই উলিয়াইছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে বৰানীৰ পুত্ৰ জ্ঞাননাথ বৰা 'নাম' শব্দটোৰহে বৰ পক্ষপাতী আছিল। নামৰ সলনি গীত বা গান ব্যৱহাৰ কৰিলে তেওঁ ভাল নাপাইছিল। তেওঁৰ মতে বিয়ানামৰ সলনি বিয়া গীত, বনঘোষা বা বিহুনামৰ সলনি বিহুগীত, ধাইনামৰ সলনি নিচুকনি গীত, টোকাৰী নামৰ সলনি টোকাৰী গীত লিখা অযুগুত।

সি যি নহওক উকিলৰ ঘৰৰ সেই সবাহৰ নামবোৰ শুনি মোৰ বৰ ভাল লাগিছিল। উকিল বৰা ডাঙৰীয়া কাছাৰীত থকা সময়ছোৱাতে সবাহ আৰম্ভ হয়, শেষো হয়। তেওঁ ঘৰলৈ আহি যাতে সবাহৰ ফুটকে নেপায় তাৰ বাবে উকিলনীয়ে বিশেষ যতন লয় কিয়নো বৰা ডাঙৰীয়া নিকাপন্থী। এক দেৱ, এক সেৱ— চাল্লো সাউদৰ দৰে আন দেৱ-দেৱীৰ নামত তেওঁ জুইতো খেৰ নিদিয়ে।

বৰা ডাঙৰীয়া নামত সত্যনাথ, কামতো সত্যমূৰ্তি। তেওঁ অসত্যক চাৰি ঢাপৰ বাহিৰত ৰাখে, মিছা-প্ৰবঞ্চনাক আশ্ৰয় নিদিয়ে। মিছা মোকৰ্দমা নলয়, সাক্ষী-বাদীক মিছা কথা কবলৈ শিকাই নিদিয়ে। খেতিৰ মাটি-বাৰীৰ জঞ্জাল গাত চপাই নলয়।

পূৰ্বতে তেওঁ ভৰলুমুখৰ ভৰলু নৈৰ পূবপাৰে ৰোহিণী চৌধুৰীৰ কাষত আছিল। তাৰপৰা দীঘলীপুখুৰীৰ পূবপাৰে প্ৰায় দুবিঘা মাটি ৬০০৲ টকাত কিনি লৈ উজান বজাৰলৈ উঠি আহে। সেই সময়ত প্ৰচুৰ সুবিধা থকা সত্বেও থকা মাটিডোখৰৰ বাহিৰে কপিত মাটিৰ খাট-পাম নকৰিলে। বন্ধু-বান্ধৱে সুধিলে কৈছিল— 'মই মাটি-বাৰীৰ গলগ্ৰহ চপাই লব নোখোজোঁ। মহেশ্বৰ গোসাঁইৰ মাটিৰ মোকৰ্দমা লৈয়েই তত নেপাওঁ। ময়ো মাটি ললে মোৰ মাটিৰ মোকৰ্দমা লব কোনে ?"

'সাৰথি'ৰ নীতি-বচনবোৰ ববা ডাঙৰীয়াৰ নিজৰ জীৱনৰ অভিজ্ঞতাৰ ফল। সেইবোৰ পৰাখিনি তেওঁ নিজৰ জীৱনত মানি চলে, আনে মানি চলিলেও ভাল পায়। তেওঁ কাৰোপৰা ধন ধাৰলৈ নলয়। কাকো ধন ধাৰলৈ নিদিয়ে। মোৰ চুবুৰীয়া শিক্ষক বিদ্যাধৰ বুজৰবৰুৱাই কৈছিল—"এবাৰ মিতাৰপৰা মই কুৰিটা টকা ধাৰলৈ বিচাৰি গৈছিলোঁ। তেওঁ ভিতৰলৈ গৈ দহটকা ৰূপ আনি মোৰ হাতত গুজি দি কলে—"ভাই বিদ্যা, তুমি জানাই দেখোন মই কাকো ধন ধাৰলৈ নিদিওঁ। তুমি টানত পৰি আহিছা যেতিয়া এই দহটকা ৰূপ লোৱা। মই তোমাক এই টকা ধাৰলৈ দিয়া নাই। যদি ঘূৰাই দিয়া তেন্তে মই বেয়া পাম আৰু আমাৰ বন্ধুত্বও নেথাকিব।" এইজনেই আছিল সত্যনাথ। তেওঁ জুখি জুখি কথা কৈছিল, জুখি জুখি খোজ কাঢ়িছিল আৰু জুখি জুখি জীৱন-যুদ্ধত আগবাঢ়িছিল।

ববা ডাঙৰীয়া অতিশয় শান্তিপ্ৰিয় আছিল। তেওঁ জীৱনত কোনো দিনে (আগছোৱাৰ কথা নেজানো) অশান্তিৰ মুখ দেখা পোৱা নাছিল। নগদ দুটি পুত্ৰ—অম্বিকানাথ আৰু জ্ঞাননাথ। পুত্ৰ দুটিও বাপেকৰ ফুটন্তে উঠিছিল। দুয়োটি যেন ৰাম-লক্ষ্মণহে। ভাই-ককাইৰ মাজত এনে মিল কিতাপতহে পোৱা যায়। বাস্তৱত কাচিৎহে দেখা যায়।

সত্যনাথ দেখাত আৰু চলন-ফুৰণত ইমান গহীন-গম্ভীৰ আছিল যে এইজন মানুহেই এদিন

"শুনছাহ না আপীগিলা খাজনা বাঢ়েইছি
খাজ্না দিবা নবিলে ধৰি নিব প্যাদা লগাই দি।"

আদিৰ নিচিনা ধেমেলীয়া 'কামৰূপী-গান' ৰচনা কৰিছিল, সেই কথা ভাবিবকে টান লাগে। ৰৰপুতেকৰ বিয়াৰ নিমন্ত্ৰণৰ চিঠিত কোনো উপহাৰ লোৱা নহব বুলি তেওঁ লিখি দিছিল। তেতিয়াৰ পৰাই গুৱাহাটীৰ বিয়াত এখন চুৰিয়া বা শাৰীৰে বাধ্যতামূলক উপহাৰৰ শৰাই নিয়া প্ৰথা ৰহিত হ'ল। মানুহে বৰ সকাহ পালে।

মৃত্যুৱেও তেওঁক শাস্তি দিছিল বুলি কব পাৰি কিয়নো ভাটীবয়সত এদিন ৰাতিপুৱা তেওঁ চাহপানী খোৱা মেজতে ঢলি পৰিল সন্যাস-ৰোগত। সংজ্ঞাহীন অৱস্থাত থাকি আবেলি একেবাৰে গ'লেই, মৃত্যু-যন্ত্ৰণাৰ কষ্টও তেওঁ ভোগ কৰিবলৈ নেপালে।

সত্যমূৰ্তি সত্যনাথ 'সাৰথি'ৰ পিতা,
গাই গ'ল মানুহৰ জীৱনৰ গীতা।

——

# অষ্টাবক্ৰৰ হাড়

মহৰ্ষি কমলাকান্তক মই যেতিয়া লগ পাইছিলো, সেই সময়ত তেওঁৰ বয়স চাৰিকুৰিৰ ওপৰ। লপথপ বুঢ়া। তথাপি তেও শান্তিৰে ঘৰত বহি নাথাকে। পুৰাৰপৰা গধূলিলৈকে মুখত 'চিন্তানল'-জুইৰ চকটো লৈ টলৌটলৌকৈ ঘূৰি ফুৰে। জাৰ-জহ নাই, ৰ'দ-বৰষুণ নাই। তেওঁ বাহিৰ ওলাই আছিবই। জাৰকালি হাতত লাখুটি, গাত হলোচালা (ওভাৰকোট), মূৰত হনুমন্তীয়া টুপীৰে দেখা পোৱা

চিন্তাশীল ভট্টাচাৰ্য্যৰ ছবিখন আজিও মোৰ মানসপটত ভাহি আছে।

মহাত্মা গান্ধীৰ যুগৰ বহু বছৰ আগৰপৰাই কমলাকান্ত এজন বাস্তৱ সমাজবিপ্লৱী আছিল, স্বাধীনচিন্তীয়া উদ্যোগী পুৰুষ আছিল। তেওঁ ডেকা কালত হাতী ধৰা ব্যৱসায়ত লাগি জুৰুলা হৈছিল। তেতিয়াৰ পৰা বন্ধুমহলত তেওঁৰ নাম হৈছিল 'হাতী বাবু'। বুঢ়াকালত দাৰুণ অৰ্থসঙ্কটত পৰিছিল যদিও সাংসাৰিক দুখকষ্টলৈ তেওঁ সমূলি কেৰেপ কৰা নাছিল। 'মাজু' (চন্দ্ৰকুমাৰ) আৰু 'জ্ঞান বোপা' (জে-বৰুৱা) তেওঁৰ পৰম বন্ধু আৰু হিতাকাঙ্ক্ষী আছিল। ৰাতিপুৱাৰ চাহপানীটুপি খায় মাজুৰ লগত একেলগে বহি, আবেলি চাহৰ মেজত বহে জ্ঞান বোপাৰ লগত। পুৱাৰ বাতৰি-কাকতখন ভট্টাচাৰ্য্য ডাঙৰীয়াই জুপি জুপি পঢ়ে। তাত অসমীয়া জাতি বা কোনো অসমীয়া মানুহৰ বিৰুদ্ধে বেয়া কথা ওলালে ভট্টাচাৰ্য্যৰ মনত শান্তি নোহোৱা হয়। ততালিকে তেওঁ এটা প্ৰতিবাদ লিখি 'অসমীয়া' কাকতৰ কাৰ্য্যালয়ত দি আহেগৈ আৰু তাৰ পিছত যাব ঘৰলৈকে যায় তাতে অসমীয়াৰ প্ৰতি সেই অন্যায়ৰ বকলা মেলে। এয়ে আছিল তেওঁৰ সেই সময়ৰ নিত্যনৈমিত্তিক কৰ্ম।

বুঢ়াকালত ভট্টাচাৰ্য্যই লিখা কবিতাবোৰত আগৰ চোক নাইকিয়া হৈ গৈছিল। তেওঁ এবাৰ 'দাৰ্জিলিং-ভ্ৰমণ' নামৰ এটা দীঘলীয়া কবিতা লিখিছিল। কবি ডিম্বেশ্বৰ নেওগে ৰগৰ কৰি সেই কবিতাটোৰ 'হিমালয় ছন্দ' বুলি কৈছিল আৰু সৰলচিতীয়া হাতী বাবুৱে তাকে সত্য বুলি মানি লৈ 'মাজু'ৰ আগত হিমালয় ছন্দৰ সেই কবিতা আবৃত্তি কৰি শুনাইছিল, পৰ্বত আৰোহণ কৰা ভঙ্গীত। সেই সময়ত তেওঁৰ দ্বিতীয়খন কবিতাপুথি 'চিন্তা-তৰঙ্গ' প্ৰকাশ হৈ ওলাইছিল। ত্যাগবীৰ হেম বৰুৱাই সেই সম্পৰ্কে তেওঁক কৈছিল— "আপুনি 'চিন্তানল'ত যিকুৰা জুই জ্বলাইছিল 'চিন্তা-তৰঙ্গ'ৰ পানীয়ে সেই জুই নুমাই দিলে।" সেই মন্তব্য শুনি কমলাকান্তই কৈছিল— "তই ৰাজনীতি কৰা মানুহ, কবিতা বুজি নেপাৱ।"

এসময়ত কটন কলেজৰ এ-এছ-এল ক্লাবে মুকলি অধিবেশন পাতি বছৰি শঙ্কৰদেৱৰ তিথি পালন কৰিছিল। নিমন্ত্ৰিত হৈয়েই হওক বা অনিমন্ত্ৰিত হৈয়েই হওক, গুৰুজনাৰ উদ্দেশ্যে পতা সেই সভালৈ ভট্টাচাৰ্য্য ডাঙৰীয়া যাবই, তাত তেওঁ এহালিচা বক্তৃতা দিবই। মই কটনত পঢ়া কেইবছৰৰ তিথিৰ সভাত তেওঁক সততে দেখা পাইছিলোঁ। ভট্টাচাৰ্য্যই কবলৈ উঠিলে, বহিবলৈ পাহৰে। চকুৰে নমনে, সেই কাৰণে বক্তৃতা শুনিবলৈ আগত কিমান মানুহ আছে তালৈ তেওঁৰ ভ্ৰূক্ষেপ নাই। বক্তৃতা বাঢ়ি গৈ থাকে, দৰ্শকো বাহিৰ ওলাই গৈ থাকে। অৱশেষত বাকী থাকেগৈ এমুঠি ধৈৰ্য্যশীল ছাত্ৰ-শ্ৰোতা আৰু অধ্যাপক শ্ৰীদিবাকৰ গোস্বামী। কমেও এঘণ্টা বক্তৃতা দি ভট্টাচাৰ্য্য বহে। তেওঁ অধ্যাপক গোসাঁইক সোধে—"ল'ৰাহঁতে শঙ্কৰদেউৰ 'ফিলছফী' বুজি পালে নে? নাই পোৱা যদি বুজাই দিবলৈ মই আকৌ এদিন আহিম।" আমি বৰ ভাল বক্তৃতা হৈছে বুলি কওঁ। তেওঁ ভাল পায়।

উজান বজাৰৰ সিদ্ধিনাথ শৰ্মাদেৱৰ দুৱাৰমুখত তেতিয়া কুমুদচন্দ্ৰ বৰাদেৱৰ এটা কেৰেয়াঘৰ আছিল। বৰ্তমানে তাত বৰা-পৰিয়ালৰ দুমহলীয়া ঘৰ থিয় হৈ আছে। সেই কেৰেয়াঘৰত এটা মেছ বা ডঙুৰা-বাহৰ আছিল। মেম্বৰসকল আছিল শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা, শৰদিন্দু নাথ (গোৱালপাৰা), যোগেন বৰকাকতী (মেমেৰামেথি), নিত্যানন্দ বৰদলৈ, শ্ৰীৰাধা বৰঠাকুৰ আৰু শ্ৰীৰমা বৰঠাকুৰ। সেই মেছৰ মেনেজাৰি কৰি থাকিয়েই বৰঠাকুৰ ভাতৃদ্বয়ে হোটেল-বিদ্যাত হাত পকাইছিল আৰু সেই প্ৰথম অভিজ্ঞতাৰে পিছত 'হেপী লজ্'ৰ মালিক হব পাৰিছিল। এই বাহৰলৈ মই প্ৰায়েই কথা চোবা-বলৈ গৈছিলোঁ। প্ৰাক্তন মন্ত্ৰী ৰামনাথ দাসো আহিছিল। তাতে প্ৰায় সদায় ভট্টাচাৰ্য্য ডাঙৰীয়াৰ লগত আমাৰ দেখাদেখি হয়; ৰং-ৰহইছ হয়। হৰেন বৰুৱাই ভট্টাচাৰ্য্যৰ লগত বঙলা ভাষাৰে কথা পাতে আৰু অসমীয়াবিৰোধী অথালিপথালি কথা কৈ তেওঁৰ

খং তোলে। খেমালিখন আমি উপভোগ কৰোঁ। এদিন মেকুৰী জোলোঙাৰপৰা ওলাল। বকুৱাই আসমীয়া ভাষাৰে কথা পাতি থকা অৱস্থাত অৰ্তকিতে ভট্টাচাৰ্য্য হাজিৰ। বকুৱাৰ্লৈ লাঠী জোকাৰি তেওঁ কৈ উঠিল—"দুষ্ট ল'ৰা, ইমান দিনে বঙালী বুলি কৈ তই মোক ঠগি আছিলি। আজি 'হাতেলোটে' ধৰা পৰিলি।" বকুৱাই মিছা মাতি আত্মগোপন কৰিবলৈ ছেগ নেপালে। আমি গিৰ্জনি মাৰি হাঁহি দিলোঁ।

বাণীকান্ত কাকতিয়ে ভাষা-বিজ্ঞান সম্পৰ্কে 'থেছিছ' লিখি ডক্টৰ হোৱা বতৰা শুনি ভট্টাচাৰ্য্যৰ হিয়া উলাহৰ মাদলী হৈছিল। তেওঁ আমাৰ আগত কৈছিল—"বাণীকান্তই 'ফাইললজী' লিখিলে, মই 'ফিলছফী' লিখিছোঁ, লক্ষ্মীয়ে (লক্ষ্মী দাস) বিজ্ঞান লিখিব। অসমীয়া জাতি উঠিল। তইঁতে কি কৱ?"

হৰেন বকুৱাই কয়—"হয় ককা, অসমীয়া জাতি উঠিল। এতিয়া আপুনি আমাক পঠা মাৰি ভোজ খুৱাব লাগে।"

কবি ভট্টাচাৰ্য্য আছিল হাড়েহিমজুৱে অসমীয়া, অসমপ্ৰেমী। তেওঁ 'চিন্তানল'ৰ মূৰ্ত প্ৰতীক। ব্ৰাহ্ম হলেও মহাপুৰুষ দুজনাৰ একান্ত অনুৰক্ত। 'গুটিদিয়েক চিন্তাৰ ঢৌ' নামৰ তেওঁৰ এলানি দাৰ্শনিক প্ৰবন্ধ 'বাঁহী'ত প্ৰকাশ হৈছিল। 'অষ্টাবক্ৰৰ আত্মজীৱনী' নামৰ এখন বৃহৎ গ্ৰন্থত আছিল তেওঁৰ মূল্যবান 'ফিলছফী'। সেই গ্ৰন্থখন হাতেলিখা অৱস্থাতে তেওঁৰ মৃত্যুৰ পিছত বিলুপ্ত হ'ল। 'পাহৰণি' কবিতাৰ কবি ভট্টাচাৰ্য্যদেৱৰ শতবাৰ্ষিকী পালন কৰিবলৈ অসম সাহিত্য-সভায়ো পাহৰিলে। শামুকে মাণিকৰ মোল বুজিলেহে!

ভট্টাচাৰ্য্যৰ মৃত্যুত কলিকতাৰ বঙলা 'আনন্দ বাজাৰ পত্ৰিকা'ই "বাংলাৰ সুযোগ্য সন্তান কমলাকান্ত ভট্টাচাৰ্য্য মহাশয়েৰ তাহাৰ গৌহাটীস্থ বাসভবনে মৃত্যু" বুলি বাতৰি প্ৰচাৰ কৰিছিল। তাকে দেখি মোৰ পদূলিমুখত ত্যাগবীৰ হেম বকুৱাই আমাৰ আগত মন্তব্য কৰিছিল এনেদৰে—'এই বাতৰি যদি সিপুৰীত থকা ভট্টাচাৰ্য্যৰ কাণত

পৰিছে তেন্তে শ্মশানত পৰি থকা তেওঁৰ হাড় কেইডালেও খণ্ডত কৰমৰাই উঠিব।' কথাষাৰ তাৎপৰ্য্যপূৰ্ণ। ভট্টাচাৰ্য্যৰ এলাপেচা হাড় নহয়। সি যে স্বয়ং অষ্টাবক্ৰৰ হাড়।

* * *

হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা আৰু কমলাকান্ত ভট্টাচাৰ্য্য এই তিনিজন আছিল বৰ্ত্তমান অসমৰ প্ৰথম সমাজবিপ্লৱী। তেতিয়াৰ নমো নমো পাৰিজাত সমাজখনৰ ভ্ৰুকুটিবোৰে দুই বৰুৱা আৰু ভট্টাচাৰ্য্যৰ গাৰ লোমকে লৰাব পৰা নাছিল।

---

## প্ৰথম দৰ্শনত ওপজা প্ৰেম

বিহগী-কবি ৰঘুনাথ চৌধাৰী তেতিয়া চফল ডেকা। তেওঁৰ প্ৰথম মানসকন্যা 'সাদৰী' ৰাইজৰ আগলৈ ওলোৱাত গোটেই অসমতে তেওঁৰ নাম আৰু যশ কবি হিচাপে ফুটিফাটি গৈছে। সেই সময়ৰে এদিনৰ কথা।

সেই দিনা দুপৰীয়া ভাত-পানী খাই চৌধাৰীয়ে তেওঁৰ ঘৰৰ বাহিৰৰ কোঠাত বেঞ্চি এখনত বহি জিৰণি লৈ আছে। লগতে হোকাত টোৰোক টোৰোক টান দিছে। গাত চোলা নাই, আঁঠু-মূৰীয়া এখন মাকৰা চুৰিয়া, তাৰে এটা লোচ কান্ধত পেলাই লৈ কবিজন দিবাস্বপ্নত বিভোৰ হৈ আছে। হেন সময়তে এজন ফিট-ফাট কলেজীয়া ডেকা সোমাই আহি তেওঁক সুধিলে—"এইটো বিহগী-কবি চৌধাৰীদেৱৰ ঘৰ হয় নে?"

কবিয়ে কলে—"হয়, বহক।"

ডেকাই কলে—"মই এবাৰ তেখেতক লগ পাই যাবলৈ আহিছোঁ।"

কবিয়ে কলে—"লগ পাব, বহক। আপুনিবা কোন? ক'ৰ-পৰা আহিছে?"

ডেকাই নিজকে দুৰ্গেশ্বৰ শৰ্মা বুলি চিনাকি দি কলে—"মই বি-এ পৰীক্ষা দি কলিকতাৰ পৰা আহিছোঁ। আজিয়েই চৌধাৰী-দেৱক দেখা কৰি যোৰহাটলৈ উলটি যাম।"

তাৰ পিছত কবিয়ে ইটো-সিটো কথা সুধি আলমপলম কৰা দেখি ডেকাই কলে—"তেখেতে এতিয়া বিছনাত জিৰণি লব পায়। টোপনি আহিছে যদি জগাব নেলাগে। মই আকৌ এদিন আহিম।"

চৌধাৰী কবিয়ে আৰু বেছি পৰ আত্মগোপন কৰি থাকিব নোৱাৰি নিজৰ চিনাকি দি কলে—"আপোনাৰ লগত কথা পাতি থকাজনেই ৰঘুনাথ চৌধাৰী। মোৰ লগতে কথাপাতক।"

বিহগী কবিক সোঁশৰীৰে দেখা পাই শৰ্মা-কবিৰ মুখৰ মাত হেৰাল। তেওঁৰ নিজৰ চকুকে বিশ্বাস কৰিবলৈ টান পালে। তেওঁৰ মনৰ মাজত ইমান দিনে লুকাই থকা কবিজন ইমান সৰল, ইমান সাধাৰণ, ইমান হজুৱা হব পাৰে নে? নিশকতীয়া, আড়ম্বৰহীন, লেঙেৰা, চুলিয়ে ফণী নেদেখা মানুহ এজনেই যে ইমান ডাঙৰ কবি হব পাৰে সেই কথা তেওঁ ইমানপৰে কল্পনাও কৰা নাছিল। সেয়ে হলেও কলেজীয়া ছাত্ৰ, অপ'ইতা কবি দুৰ্গেশ্বৰ শৰ্মাক পুৰঠ বিহগী কবিয়ে প্ৰথম দৰ্শনতে কেৱল বিস্ময়াভিভূত কৰিয়েই নেৰিলে, বাৰুকৈয়ে মুগ্ধও কৰিলে।

সেই দিনাই অঙ্কুৰিত হৈ দুই কবিৰ মাজত পোখা মেলা বন্ধুপ্ৰেম তেওঁলোকৰ শেষ জীৱনলৈকে অটুট আছিল। তিনি নম্বৰী নিউটনী আইনৰ সংজ্ঞামতে ইজনে সিজনক সমানে ভাল পাইছিল, সমানে শ্ৰদ্ধা কৰিছিল।

———

# দুই কবিৰ টকী চোৱা

'ফুলনি'ৰ কবি পদ্মধৰ চলিহা আৰু 'শেৱালি'ৰ কবি ৰত্নকান্ত বৰকাকতীৰ এই প্ৰসঙ্গ। দুয়োজন কবিয়ে আজি স্বৰ্গৰ নন্দনবনত পাৰিজাত বুটলিছে। চলিহাদেৱ তেতিয়া 'অসমীয়া' কাকতৰ সম্পাদক। তেওঁ আছিল চেনিকুঠীৰ পম্প্ সিংহ হাকিমৰ উত্তৰে থকা এটা কেৰেয়াঘৰত। সেই সময়ত এদিন বৰকাকতী কবি গুৱাহাটীত চফৰ ফুৰিবলৈ আহিছিল। তেওঁ আছিল হেপীভিলাৰ দুৱাৰমুখতে থকা ভড়ালী-কুটিৰত।

এদিন ৰাতি চলিহাৰ ঘৰত বৰকাকতীৰ নিমন্ত্ৰণ। তেওঁলোকৰ মাজত বন্দবস্ত হ'ল, দুইজনে খাইবৈ উঠি টকৌবাৰীৰ কেলভিন চিনেমাত 'নাইট ছ' টকী চাব। ইতিমধ্যে নিমাতী ছবিৰ যুগ উকলি গৈছে। গুৱাহাটীলৈ টকী আহিবৰ বেছি দিন হোৱা নাই। দুই কবিয়ে সেই দিনা পোনপ্ৰথমে টকী দৰ্শন কৰিব। চলিহাই এনেবোৰ কামলৈ সদায় ঠেং আগবঢ়াই থয়। বৰকাকতীয়ে ভাবিলে, আইবো বাৰ্তা, গঙ্গাবো যাত্ৰা। বন্ধুৰ ঘৰত নিমন্ত্ৰণ, লগতে এটা নতুন বস্তুৰ সোৱাদ।

নিৰ্দিষ্ট সময়ত ৰং-ৰহইছৰ মাজেদি দুই কবিৰ ভোজন-পৰ্ব সমাপ্ত হ'ল। খাই-বৈ উঠি চলিহাই মুখত এমোকোৰা তামোল ভৰালে। বৰকাকতীয়ে দাৰ্শনিক ভাবত মছগুল হৈ চেলেউ হুপিলে। দুয়ো কবি ৰাওনা হ'ল।

তেওঁলোকৰ গন্তব্য পথত সেই দিনা যোগিনী আছিল হব পায়। দুয়ো কথাৰ মৰণা মাৰি গৈ ছিলং-আলিত উঠিল। সেইখিনিতে তেওঁলোকক পকৰাই পালে। যাব লাগিছিল কেলভিন চিনেমালৈ

টকৌবাৰী আলিবে, দুয়ো যাবলৈ ধৰিলে ছিলং-আলিৰে। কসৈ গৈছে হিচাপ নাই, গৈ আছে, গৈ আছে। বেলতলা-দিছপুৰ পাৰ হৈ গ'ল। খানাপাবাও পায় পায়। তেতিয়াহে তেওঁলোকৰ গালৈ ছুচ আহিল যে বাট ভুল হৈছে। আকৌ তাৰপৰা দুয়ো ওলোটাযাত্রা আৰম্ভ কৰিলে।

আহি আহি দুই কবিয়ে কেলভিন চিনেমা-ঘৰৰ দুৱাৰমুখ পালেহি। কাণত পৰিল ৰিজাৰ্ভ থানাৰ বৰকাঁহত মৰা টং টং বাৰটা কোব। দুয়ো চিনেমা-চৌহদৰ ভিতৰলৈ সোমাই গৈ দেখিলে যে টিকট-বেচা খিৰিকী বন্ধ। দুয়ো তেতিয়া নেপালী দুৱৰীৰ কায চাপিল আৰু দুৱাৰ মেলি দিবলৈ খাটনি ধৰিলে। ভঙা সবাহত ৰাগ দিবলৈ যোৱা দৰ্শক দুজনক দেখি দুৱৰী আচৰিত হ'ল। সি কলে—"বাবু, চিনেমা ভাঙিবৰ সময় হৈছে। এতিয়া ভিতৰলৈ গলে কি ফয়দা হব ?"

দুই কবি নেৰোপানি। তেওঁলোকে চিনেমা চাইহে ঘৰলৈ উলটিব। তেওঁলোকে থিয় হৈ চোৱাৰ চৰ্তত দুৱৰীক একোটা আদমহীয়া দক্ষিণা দি ভিতৰলৈ সোমাই গ'ল। ছবিখনৰ নাম আছিল 'আলিবাবা'। আবদাল্লা মধু বোস, মৰ্জিনা সাধনা বোস। তেওঁলোক ভিতৰ সোমোৱাৰ লগে লগে মৰ্জিনাই ছদ্মবেশী ডকাইতৰ বুকুত নাচি নাচি ছুৰী বহুৱাই দিলে। তাৰ অলপ পিছতে খেল খতম হ'ল। অলপ সময়ৰ বাবে হলেও দুইজন কবিয়ে প্ৰথমবাৰ টকী দৰ্শন কৰি নয়ন সাৰ্থক কৰিলে।

উলটি আহি কিমান ৰাতি তেওঁলোকে ঘৰ পাইছিল, সেই কথা মই সোধা নাছিলোঁ। তেওঁলোকেও কোৱা নাছিল।

'শেৱালি' লেৰেলি গ'ল, 'ফুলনি' নিষ্প্ৰভ।
থাকি গ'ল বতাহত সুগন্ধি সৌৰভ॥

# বেজবৰুৱা দৰ্শন

বেজবৰুৱা-দৰ্শন মানে বেজবৰুৱাৰ তত্ত্ব বা ফিলছফী নহয়, মোৰ দ্বাৰা বেজবৰুৱাক চাক্ষুস দৰ্শনৰ কথাহে কব খুজিছোঁ। মই জীৱনত তিনিবাৰ মাথোন সাহিত্যৰথীজনাক দেখা পাইছিলো। পিছৰ দুবাৰ তেওঁৰ লগত মুখামুখি হবৰো সৌভাগ্য হৈছিল। মোৰ কৰ্ম-জীৱনত অৰম্ভে এই বৰেণ্য সাহিত্যিকজনাৰ লগত চিঠি-পত্ৰৰ যোগেদি ভালভাৱে চা-চিনাকি হৈছিলোঁ আৰু তেওঁক মোৰ গুৰুস্থানীয় আপোনাৰ মানুহৰ দৰে ভাবিছিলোঁ। কণাৰ দলিৰ দৰে ফৰ্মুটি মাৰি পঠোৱা 'বসন্ত কাল' নামৰ মোৰ কবিতাটো 'বাঁহীত' যেতিয়া (১৯২০ চন ?) অপ্ৰত্যাশিতভাৱে ছপা হৈ ওলাইছিল, তেতিয়া মই লাজমিশ্ৰিত আনন্দৰ শিহৰণ অনুভৱ কৰিছিলো। মোৰ কোনো ছপা কবিতা-পুথিত অন্তৰ্ভুক্ত নোহোৱাকৈ থকা সেই 'বসন্ত কাল' কবিতাই আছিল মোৰ প্ৰথম ছপা কবিতা। মোৰ জীৱন-বসন্ত হলে তেতিয়াও বহুত দূৰত আছিল। 'বাঁহী'ৰ সম্পাদক বেজবৰুৱাক নীৰৱে এটি ভক্তিভৰা প্ৰণাম জনাইছিলোঁ।

সাহিত্যৰথীক মই প্ৰথমবাৰ দেখা পাইছিলো তেওঁ গুৱাহাটীত অসম ছাত্ৰ-সন্মিলনৰ প্ৰথম অধিবেশনত সভাপতিত্ব কৰিবলৈ আহোঁতে। মই তেতিয়া তল শ্ৰেণীৰ চেমনীয়া ছাত্ৰ। অগ্ৰজ কলেজীয়া আৰু স্কুলীয়া ছাত্ৰবিলাকৰ লগত গুৱাহাটী ষ্টেচনলৈ গৈ সভাপতিক দীঘলীপুখুৰী পাৰৰ জে-বৰুৱা চাহাবৰ বঙলালৈ সমদলত পদযাত্ৰা কৰি আদৰি আনিছিলো। আমি সকলোবিলাকৰ হাতত আছিল ৰঙা-নীলা কাগজৰ নিচান। বেজবৰুৱা,

বেজবৰুৱানী আৰু 'যত্নু কবি' (যতীন দুৱৰা) একেটা ৰেলৰ কোঠাতে আহিছিল। ৰেল ৰোৱা মাত্রেই তেওঁলোকে হাতযোৰ কৰি দর্শনপ্রার্থী-বিলাকক সম্ভাষণ জনাইছিল। সে বৰুৱাৰ বঙলাত আদৰণি-দৃশ্য বৰ উপভোগ্য হৈছিল। জাউৰিয়ে জাউৰিয়ে জয়ধ্বনি শুনি বেজবৰুৱা ঘৰৰ ভিতৰলৈ সোমাই গৈও ওলাই আহিবলৈ বাধ্য হৈছিল। তেতিয়া ছাত্রনেতা আব্দুল গনিয়ে (গোৱালপাৰাৰ) 'কৃপাবৰ বৰবৰুৱাকি জয়'ধ্বনি লগাই দিয়াত বহুকণ্ঠত নিনাদিত হৈ উঠিছিল 'কৃপাবৰ বৰবৰুৱাকি জয়।' ছদ্মবেশী কৃপাবৰ সদায় বেজবৰুৱাৰ পাছত থাকে। ছাত্রবিলাকে বৰবৰুৱাৰ মুখাখন খোল খুৱাই দিয়াত বেজবৰুৱা যেন অলপ অপ্রস্তুত হৈছিল আৰু তেওঁৰ মুখত লাজ লাজ ভাব প্রকাশ হৈছিল। মূলসভা বহিছিল লতাশিল খেলমাটিত অসম এছোচিয়েছনৰ সভামণ্ডপত। সেই সভাত মই বেজবৰুৱাক ওচৰৰ পৰা দেখা পাইছিলো যদিও তাত ল'ৰা-দর্শক হোৱাৰ বাহিৰে মোৰ আন কোনো সক্রিয় অংশ নাছিল।

দ্বিতীয়বাৰ মই বেজবৰুৱাক দেখা পাইছিলো ১৯২৪ চনত, গুৱাহাটীত অসম সাহিত্য-সভাৰ সপ্তম অধিবেশনৰ পৌৰোহিত্য কৰিবলৈ আহোঁতে। মই তেতিয়া কটনৰ প্রথম বার্ষিকৰ ছাত্ৰ। সেই সভাৰ ফৰিংফুটা ছবি আজিও মোৰ মনত আছে। বেজবৰুৱা, গোহাঞিবৰুৱা, সত্যনাথ বৰা, হেম গোসাঁই, চন্দ্রকুমাৰ, আনন্দচন্দ্র, হিতেশ্বৰ বৰবৰুৱা প্রভৃতি অসমৰ প্রায় সকলোবিলাক নেতৃস্থানীয় সাহিত্যিককে একেলগে একেখন ৰভাৰ তলতে দেখা পাই তেওঁলোকৰ ভাষণ-বচন শুনি ধন্য হৈছিলোঁ। মনত আছে, সভাপতিয়ে দীঘল ভাষণ পঢ়োঁতে মাজে মাজে জগন্নাথৰ ৰথৰ দৰে থমকি ৰৈছিল আৰু তেওঁৰ জীয়াৰী ৰত্নাৱলীয়ে সেই সুৰুঙাতে বৰগীত আৰু ৰবীন্দ্র সঙ্গীত গাই সমজুৱাক আনন্দ দিছিল। ছপা ভাষণৰ মাজে মাজে সভাপতিয়ে দুই এটা মন্তব্য দিছিল, সেইবোৰ লিখিত আকাৰে সংৰক্ষিত নহ'ল। মনত আছে, সভাপতিৰ মঞ্চত থিয় হৈ

গোহাঞিবৰুৱাই দান-বৰঙণি খুজি বক্তৃতাৰ বকলা মেলোঁতে সভাপতি বেজবৰুৱাই টিপ্পনী দিছিল—"আমি হলে মগনীয়াই নিজৰ ঘৰত থাকি ভিক্ষা খোজা দেখা নাই। ঘৰে ঘৰে গৈ ভিক্ষা খোজাহে দেখা পাইছোঁ।" সেই টিপ্পনী শুনি গোহাঞিবৰুৱাই মঞ্চৰপৰা নামি আহি প্ৰথম শাৰীৰ সমজুৱাসকলৰ আগে আগে গৈ বৰঙণি-ভিক্ষা মাগিলে। তাৰ ফলত বুজন বৰঙণিৰ প্ৰতিশ্ৰুতি পোৱা গৈছিল।

আৰু মনত আছে, বন্ধুবৰ শ্ৰীজীৱেশ্বৰ গোসাঁয়ে সঙ্গীসকলৰ লগত 'ৰহঘৰা'ৰ কবি দণ্ডিনাথ কলিতাই ৰচনা কৰা 'মতা নে তিৰোতা' নামৰ খুহুটীয়া কবিতাটো ওজা-পালিৰ ভঙ্গীত আবৃত্তি কৰা শুনি বেজবৰুৱাই টিপ্পনী দিছিল—"মতা বুলি চিনি পাবৰ বাবেই হবলা কবিয়ে দীঘল দাড়ি ৰাখিছে।" কলিতা কবিয়ে সেমেনাসেমেনি কৰি কৈ উঠিছিল—"নহয়, নহয়, মই কফৰ অসুখৰ কাৰণেহে দাড়ি ৰাখিছোঁ।"

সেই দিনা ৰাতি এতিয়া য'ত কটন কলেজ-পুথিভঁৰাল, সেই ভৱনত সাহিত্যৰথীক সম্বৰ্দ্ধনা জনাবলৈ এ-এছ-এল ক্লাবে এখন বিশেষ সভা পাতিছিল। সেই সভাতো অসমৰ বিশিষ্ট সাহিত্যিক-সকলক একত্ৰিত হোৱা দেখা পাই বিমল আনন্দ উপভোগ কৰিছিলো। বিপুল দৰ্শকৰ আগত বেজবৰুৱাই মানপত্ৰ গ্ৰহণ কৰি বেজবৰুৱানীলৈ বেঁকাকৈ চাই কৈছিল,—"আমাৰ ঘৰৰ মানুহে তেওঁৰ গৃহস্থজনক ডাঙৰ মানুহ বুলি নেভাবে। আজি তেওঁ স্বচক্ষে দেখা পাইছে, সেইজনৰ তেওঁৰ দেশত প্ৰতাপ কিমান, খিতাপ কিমান।" এই কথা শুনি সভাঘৰত বহু পৰ হাঁহিৰ ৰোল উঠিছিল।

তৃতীয়বাৰ বেজবৰুৱাক দেখা পাইছিলো ১৯৩৫ চনত শিৱসাগৰত সাহিত্য সভাৰ অধিবেশনত অভিনন্দন লবলৈ যাওঁতে। সেই সভাতে জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে তেওঁক সভাপতিৰ আসনৰপৰা 'ৰসৰাজ' খিতাপ দিছিল। মই তেতিয়া আৰ্ল ল

কলেজৰ ৩য় বাৰ্ষিকত। বেজবৰুৱাই গুৱাহাটীত ৰাতি খপি গৈছিল। মই এদিন মঙলদৈৰ বেগা নদীৰ পাৰত বহি নৈখনৰ মৰা আৰু জীয়া ৰূপ বৰ্ণনা কৰি 'মৰা নদী' নামৰ কবিতা এটা ৰচিছিলোঁ। সেই কবিতাটো' বাঁহী'ত প্ৰকাশ হৈছিল। বেজ-বৰুৱাৰ বঙলাত মই বেজবৰুৱাক দৰ্শন কৰিবলৈ যোৱাত বেজবৰুৱাই দূৰত দেখিয়ে "আহাঁ বেগা নদী, বেগাই আহাঁ" বুলি মোক মিঠা মাতেৰে সম্ভাষণ জনাইছিল। কথাবাৰ শুনি মই অনুভৱ কৰিছিলো যে বাঁহীত প্ৰকাশিত মোৰ কবিতাটোৱে সাহিত্যৰথীজনাৰ অন্তৰ স্পৰ্শ কৰিবলৈ সমৰ্থ হৈছিল। সেই যাত্ৰাত ল কলেজৰ ছাত্ৰ-বিলাকে ছেগ চাই কঠীয়া পাৰিছিল অৰ্থাৎ বেজবৰুৱা ডাঙৰীয়াক সম্বৰ্দ্ধিত কৰিছিল। বেজবৰুৱাৰ লগতে মহৰ্ষি কমলাকান্ত, 'প্ৰতিমা'ৰ খনিকৰ চন্দ্ৰকুমাৰ, কৰ্মবীৰ বৰদলৈৰ লগত আমাৰ আৰ্ল ল কলেজৰ ছাতৰবিলাকৰ ফটোত উঠিবলৈ সৌভাগ্য হৈছিল। সেই তাৎপৰ্য্যপূৰ্ণ ছবিখন বেজবৰুৱাৰ, 'চিত্ৰলেখা'ত প্ৰকাশ হৈছিল। মই আছিলোঁ মাটিত বহা শাৰীত, বাঁওফালৰ পৰা প্ৰথম স্থানত।

নকলেও হব, তিনিওবাৰে বেজবৰুৱা ডাঙৰীয়া আছিল তেওঁৰ মৰমৰ 'জ্ঞান বোপা'ৰ আলহী হৈ ল কলেজৰ প্ৰিন্সিপেল চাহাবৰ বঙলাত। এই বঙলা এতিয়া কটন কলেজ ছাত্ৰীবাসৰ ভাৰপ্ৰাপ্ত মহিলা অধ্যাপিকাগৰাকীৰ বাসস্থানত পৰিণত হৈছে। এই বঙলাতে এদিন বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰো আলহী হৈ আছিল।

———

# চেয়াৰমেনৰ কীৰ্তি

(১)

কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱ বহু সজ গুণৰ অধিকাৰী আছিল। তেওঁৰ ৰাজনৈতিক জীৱন ইমান উজ্জ্বল আছিল যে তাৰ প্ৰভাৱত আনবোৰ সজ গুণ ঢাক খাই পৰিছিল। ৰাজনীতিৰ উপৰিও নানা বিধ সামাজিক আৰু জনহিতকৰ কামতো কৰ্মবীৰৰ কৰ্মশক্তি নিয়োজিত হৈছিল। আজিও তাৰ প্ৰত্যক্ষ সাক্ষ্য দিব পাৰিব গুৱাহাটী-হাজোৰ আলিটোৱে আৰু অক্ষত হোৱা আগিয়াঠুটি পৰ্বতটোৱে।

নবীনচন্দ্ৰ তেতিয়া গুৱাহাটী লোকেলবোৰ্ডৰ চেয়াৰমেন। আজিকালি বুঢ়াপাহাৰৰ ওপৰেদি অনবৰত মটৰবাছ অহা-যোৱা কৰিব লাগিছে। কামাখ্যা পৰ্বতৰ ভুৱনেশ্বৰী টিঙলৈকো মটৰ-যাত্ৰীয়ে উঠা-নমা কৰিছে। সেই দিনত কিন্তু কথাবোৰ ইমান সহজ নাছিল। নৰকাসুৰে কামাখ্যাৰ খটখটী বান্ধিব নোৱাৰি ফেল মাৰিলে। ব্ৰহ্মপুত্ৰৰ তলত ব্ৰহ্মশিল নামেৰে হেনো এটা পাহাৰৰ সমান শিল আছে। সেই কাৰণে ব্ৰহ্মপুত্ৰৰ ওপৰত সাঁকো সজা অসম্ভৱ। মানুহৰ মনত এনেবোৰ ভ্ৰান্ত ধাৰণা আছিল। তেতিয়া পৰ্বত-নৈ আদিয়ে পৰিবহনৰ বাটত বাৰুকৈয়ে বাধাৰ সৃষ্টি কৰিছিল। আজিৰ সুগম পথবোৰ তেতিয়া দুৰ্গম পথ আছিল।

বৰদলৈ ডাঙৰীয়াই দেখিলে, আমিনগাৱঁপৰা হাজোলৈ যোৱা আলিটোত আগিয়াঠুটি পৰ্বতটোৱে বাট ভেটা দি আঁৰ-পৰ্বতৰ দৰে থিয় হৈ আছে। তাৰ ফলত হাজো, ৰামদিয়া,

গুৱালকুছি আদি অঞ্চলৰ মানুহে ঘূৰণ দীঘল আলি এটাৰে গুৱাহাটীলৈ অহা-যোৱা কৰিব লাগে। সময়ৰ অপচয় হয়, শক্তিৰ অপচয় হয়।

মানুহৰ অসাধ্য কাম একো নাই। আগিয়াঠুটি পৰ্বতৰ দৰ্পচূৰ্ণ কৰিবলৈ কৰ্মবীৰ দৃঢ়প্ৰতিজ্ঞ হ'ল। সেই উদ্দেশ্যে তেওঁ কঁকালত টঙালী বান্ধি ললে। কৰ্মবীৰ সেনাপতি। ইঞ্জিনীয়াৰ, ওভাৰছিয়াৰ আৰু মাটি-বনুৱা তেওঁৰ সেনা-বাহিনী। সকলোটিয়ে লগ হৈ আগিয়াঠুটি পৰ্বতৰ লগত যুঁজ দিলে। কৰ্মবীৰে নিজে কোৰ মাৰিবলৈহে বাকী আছিল। তেওঁৰ উৎসাহ, উদ্দীপনা আৰু অনুপ্ৰেৰণাই গুটি ধৰিলে। একেৰাহে কেবাদিনো শিল ভঙা আৰু আলি বন্ধা কাম চলিবলৈ ধৰিলে। কৰ্মবীৰৰ আদেশ—লাচিতে একে ৰাতিতে গড় বান্ধিছিল। লাচিতৰ বংশধৰবিলাকেও সেই আদৰ্শ সাৰোগত কৰি লব লাগিব।

কৰ্মবীৰে নিজে আগত থাকি ডিনেমাইট খাৰ-বাৰুদেৰে দুৰ্জয় পৰ্বত উৰাই দিলে। লুইতৰ কাষে কাষে হাজোলৈ যোৱা সুগম পথ হৈ উঠিল। দীঘল বাট চুটি হোৱাত, ঘূৰণ বাট পোন হোৱাত উত্তৰপাৰৰ মানুহে সকাহ পালে। তেওঁলোকৰ পথশ্ৰম লাঘৱ হ'ল, উপকৃৰা ধনৰ ভৰণিও গুচিল।

বিশ্বকৰ্মাৰ দৰে এই গুৱাহাটী-হাজোৰ আলিনিৰ্মাতা কৰ্মবীৰ বৰদলৈদেৱক আগিয়াঠুটিৰ বীৰ আখ্যাও দিব পাৰি।

(২)

পিছৰ কালৰ আৰু এজন কংগ্ৰেছী চেয়াৰমেনৰ কাহিনী। সেই সময়ত সমগ্ৰ দেশতে ১৯৪২ চনৰ দ্বিতীয় মহাসমৰৰ সন্ত্ৰাসবাদ চলিছে। গুৱাহাটীতো মিলিটাৰীৰ খদমদম, জাপানী বোমা আৰু গুৰু-গোসাঁই নমনা ব'গা চিপাহী, ক'লা চিপাহীৰ ভয়ত মানভগনৰ সময়ৰ দৰে মানুহ নগৰৰ পৰা গাঁৱলৈ ভাগি গৈছে। সেই সময়ত আছিল কবি উমেশচন্দ্ৰ চৌধাৰী গুৱাহাটী লোকেলবোৰ্ডৰ

কংগ্ৰেছী চেয়াৰমেন। তেনে দুৰ্যোগৰ সময়তো লোকেলবোৰ্ড অফিচত উৰিছিল কংগ্ৰেছৰ ত্ৰিৰঙ্গ নিচান।

তেতিয়াৰ এদিন গুৱাহাটী কাছাৰীঘৰলৈ একজন ওখ-খাপৰ জৰ্জং মিলিটাৰী চাহাব আহিল। লোকেলবোৰ্ড অফিচত কংগ্ৰেছ পতাকা উৰি থকা দেখি তেওঁৰ মূৰ গৰম হ'ল। তেওঁ ততালিকে তালৈ গৈ চকীদাৰক ৰিভলভাৰ দেখুৱাই পতাকা-খন তললৈ নমাই অনালে। চাহাবৰ মূৰ্তি দেখিয়েই চকীদাৰৰ চূৰ্তি হেৰাল। সেই সময়ত উমেশচন্দ্ৰ অফিচত নাছিল। ভয়ত পেপুৱা লগা চকীদাৰ বপুৱাই উধাতু খাই চেয়াৰমেনৰ ঘৰলৈ গৈ তেওঁৰ আগত মিলিটাৰীৰ অতপালিৰ কথা বিবৰি ক'লে।

খবৰখেদাকৈ উমেশচন্দ্ৰ অফিচলৈ আহিল। তেওঁ আগত থাকি পতাকাখন আকৌ ওপৰলৈ তোলাই ক'লে—"মিলিটাৰীৰ হুকুমত কংগ্ৰেছ-পতাকা উঠা-নমা নকৰে।" তাৰ পিছত তেওঁ ঘটনাটো বৰচাহাবক জনাই জানিবলৈ বিচাৰিলে—কংগ্ৰেছ-পতাকা বেআইনী ঘোষণা কৰা হৈছে নেকি? লোকেলবোৰ্ড অফিচত কংগ্ৰেছ-পতাকা উৰা দোষৰ কথা নেকি? দেশৰ শাসক কোন— মিলিটাৰী -নে স্থানীয় প্ৰশাসক?

বৰচাহাবে ততাতৈয়াকৈ কোনো উত্তৰ নিদি ছিলঙলৈ লিখিলে। ছিলঙে লিখিলে দিল্লীলৈ। এইদৰে ফাল চাচোঁতেই মাহৰ বতৰ গ'ল অৰ্থাৎ লিখালিখি কৰি থাকোঁতেই ছমাহ পাৰ হ'ল তথাপি ৰঙা ফিটাৰ মেৰপাকত পৰি উত্তৰ নাহিল।

ইতিমধ্যে কংগ্ৰেছে গাদী এৰিলে। লোকেলবোৰ্ডৰ কেইবা-জনো সদস্যই মুক্তিযুঁজাৰু হৈ কাৰাগাৰত সোমালগৈ। উমেশচন্দ্ৰয়ো সিমানতে ৰসতে নাম থৈ চেয়াৰমেনৰ বাব এৰি থৈ আহিল। তেওঁৰ আমোলত লোকেলবোৰ্ড অফিচত কংগ্ৰেছ-পতাকা তললৈ নমা নাছিল।

———

# তৰুণ ফুকনৰ সাধু

বলি বীৰ, বালী বীৰ, অৰ্দ্ধ হনুমান,
নহব, নুপজিব বীৰ কৰ্ণৰ সমান।

অসমৰ জননেতা কৰ্মবীৰ বৰদলৈ আৰু দেশভক্ত ফুকনৰ গাতো এই কথা ৰজিতা খায়। আমাৰ দেশত নেতা উপজিছে আৰু ভৱিষ্যতেও উপজিব। কিন্তু ফুকন-বৰদলৈৰ সমকক্ষ নেতা নহব, নুপজিব বুলি কব পাৰি।

মহাত্মা গান্ধী আৰু এই দুজন দেশনেতা চহা-কবিৰ লোক-গীতৰো নায়ক হৈছিল। বিভিন্নমুখী প্ৰতিভা আৰু বিচক্ষণতাত দেশভক্ত ফুকন আছিল অদ্বিতীয়। ফুকনৰ কৰ্মজীৱনৰ লগত সম্পৰ্ক থকা বহুত সঁচা সাধু আৰু জনপ্ৰবাদ আজিও সমগ্ৰ অসমতে, আনকি সুদূৰ দিল্লীতো সিচঁৰতি হৈ আছে। দিন গৈ অহাৰ লগে লগে আৰু পুৰণি চাম মানুহ মৰিহাজি শেষ হৈ অহাত সেই সঁচা সাধুবোৰো ক্ৰমাৎ পাহৰণিৰ গৰাহত জাহ যাব লাগিছে। তেনে কেইটামান দেশভক্তৰ মুখ-বাগৰা সাধু কওঁ পাঠকে শুনক এতিয়া ঃ

### কলঙ্ক মোচন

১৯১৪ চনৰ প্ৰথম মহাসমৰৰ দিন। বৃটিছসিংহক জাৰ্মানিৰ কেইজাৰ-বাঘে ঢোকে ঢোকে পানী খুৱাইছিল। তেতিয়া আউনি-আটীৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীকমলদেৱ গোস্বামী। সেই সময়ৰে কথা। এদিন গোসাঁইঈশ্বৰে এটা অমঙলীয়া সপোন দেখিলে। সেই সপোনমতে যুদ্ধত জাৰ্মানি জিকিছে, ইংৰাজ ঘাটিছে। পিছদিনা সৰলচিতীয়া প্ৰভুৱে সাধুটো ভকতবৃন্দৰ আগত ৰেকত কৰিলে। নগৰত জগৰ লাগিল। এনেবোৰ

কথা শুনিবলৈ চাল-বেৰবো কাণ আছে। ইকাণ-সিকাণ সহস্ৰ কাণ হৈ কোনোবা বুটিছৰ ধামাধৰা টুটকীয়া নাবদৰ যোগেদি সেই কথাটো জিলাৰ ইংৰাজ বৰচাহাবৰ কাণত পৰিলগৈ। শুনি বৰচাহাব খঙত টিঙিৰিতুলা হৈ উঠিল। তেওঁ সত্ৰাধিকাৰজনাৰ ওপৰত অতিশয় বিতুষ্ট হ'ল। বৰচাহাবে প্ৰভুক নজৰবন্দী কৰি ৰাখিবলৈ সত্ৰলৈ পুলিচ-চোৰাংচোৱা আদি পঠালে। কি কৰোঁতে কি হ'ল ভাবি প্ৰভুৰ মহা চিন্তাত পৰিল। সত্ৰাজিতে কৃষ্ণক কলঙ্ক দিয়াৰ দৰে ৰাজদ্ৰোহৰ অযথা কলঙ্ক লভি গোসাঁই-ঈশ্বৰ লাজে-অপমানে জৰ্জৰিত হ'ল। সেই সময়ত ইংৰাজ-বিষয়াই ছাঁটোকে বাঘটো যেন দেখিছিল। কটনৰ প্ৰিঞ্চিপেল ছুদ্‌মাৰ্ছন চাহাবকো হেনো জাৰ্মান-বংশোদ্ভৱ হোৱাৰ বাবে চোকা নজৰত ৰখা হৈছিল। আৰু তেওঁৰ বন্দুকটোও জব্দ কৰি লৈ গৈছিল।

অৱশেষত উপায়-বুদ্ধি হৃত হৈ প্ৰভু-ঈশ্বৰে তৰুণ ফুকনৰ সহায় বিচাৰিলে আৰু খাটনিয়াৰ-মুক্তিয়াৰৰ যোগেদি তেওঁৰ গাত জাপি দিয়া ৰাজদ্ৰোহৰ মিছা অপবাদ খণ্ডন কৰিবলৈ খাটনি ধৰিলে। তৰুণ ফুকন তেতিয়া চফল ডেকা বাৰিষ্টাৰ। কলিকতাৰ পৰা আহি ঘৰত থিতাপি লাগিবৰ বেছি দিন হোৱা নাই। বিষয়টোৰ তলানলা জানি লৈ সত্ৰলৈ জনাই পঠালে বোলে তেওঁ প্ৰভুৰ পক্ষৰ আইনজ্ঞ হিচাপে বৰচাহাবৰ আগত হাজিৰ হব। প্ৰভুৰ কলঙ্কমোচন কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিব। অৱশ্যে তেওঁৰ খাটনিৰ বেচ ফীজ হিচাপে পাঁচ-হেজাৰ টকা দিব লাগিব। ফুকনৰ এই বাৰ্তা--সন্দেশ পাই প্ৰভুজনাৰ মুখলৈ পানী আহিল। তেওঁ ফুকনক দহহেজাৰ টকা মাননি দিবলৈকো সাজু আছে বুলি কৈ পঠালে।

যথা সময়ত সত্ৰাধিকাৰৰ সপক্ষে বাৰিষ্টাৰি কৰিবলৈ ফুকন চাহাব বৰচাহাবৰ আগত উপস্থিত হ'ল। তেওঁ বৰচাহাবক জনালে বোলে চাহাবে সত্ৰাধিকাৰক লঘু-লাঞ্ছনা কৰি কোনোৰ বাহুত হাত দিব খুজিছে; কিয়নো অসমত এইজনা সত্ৰাধিকাৰৰ

লাখ লাখ শিষ্য আছে। গোসাঁইক অপমান কৰা গম পালে এই শিষ্যসকল জকি উঠিব। তেওঁলোকে কেতিয়াও গুৰুৰ অপমান সহ্য নকৰে। দেশত বিপ্লৱ হ'ব। এই বিপ্লৱত ইংৰাজৰ থৰকাচুটি হেৰাব। এইদৰে কৈ ফুকনে চাহাবৰ আগত মোৱামৰীয়া-বিদ্ৰোহত আহোম-সিংহাসনৰ খুটি কেনেকৈ লৰিছিল, আদ্যোপান্ত বিবৰি কলে।

বৰচাহাবে সকলো কথা মনোযোগেৰে শুনি কলে—"সেই-বুলি আমি ৰাজদ্ৰোহক প্ৰশ্ৰয় দিব লাগিব নেকি? গোসাঁয়ে ইংৰাজৰ চাউল খাই জাৰ্মানৰ গুণ গাইছে। ইংৰাজৰ পৰাজয় কামনা কৰি তেওঁ ৰাজদ্ৰোহ কৰা নাই নে?"

ফুকনে কলে—"সত্ৰাধিকাৰে বৃটিছৰ পৰাজয় কেতিয়াও কামনা নকৰে। তেওঁ সপোনত যি দেখিছিল হুবহু তাকেহে কৈছিল। আৰু এদিন তেওঁ হয়তো বৃটিছৰ ভাল হোৱা সপোনো দেখিব পাৰে। এয়া চাওক, গোসাঁইৰ মুখৰ ব্ৰহ্মবাক্য কেনেকৈ সঁচা হৈছিল।" এনেদৰে কৈ ফুকনে চাহাবক পুৰণি খবৰকাকতত সেই তাৰিখত জাৰ্মানিয়ে ইংৰাজ পক্ষৰ বেলজিয়াম দখল কৰা বাতৰি এটালৈ দৃষ্টি আকৰ্ষণ কৰি কলে— "এয়া চাওক, তেওঁৰ সপোনৰ কথা সেই সময়ত কিদৰে ফলিয়াইছিল।"

চাহাবে ফুকনৰ যুক্তিতৰ্ক মনোযোগেৰে শুনিছিল। কথাবোৰ শুনি তেওঁৰ মনত দোধোৰমোধোৰ ভাব উপজিল। সেই দিনা গোচৰৰ ৰায় স্থগিত ৰাখি চাহাবে ফুকনক বিদায় দিলে।

তাৰ পিছত ফুকন ডাঙৰীয়াই সত্ৰাধিকাৰৰ বাহৰলৈ গ'ল। প্ৰভুক তেওঁ অকলশৰীয়াকৈ সাক্ষাৎ কৰি জনালে বোলে অভিযোগটো সত্ৰৰ অনুকূলে গৈছে। এতিয়া প্ৰভুৱে আৰু এটা সপোন দেখিব লাগে। সেই সপোনত ইংৰাজ জিকিব আৰু জাৰ্মানী ঘাটিব লাগে। প্ৰভুৱে তেনেভাৱে মিছা সপোন দেখাটো সম্ভৱ নহয় বুলি কোৱাত ফুকনে তেৰাৰ আগত এহালিচা কথাৰ মৰণা মাৰি কলে বোলে আতুৰত পৰিলে নিয়মং নাস্তি। মিছা

•অপবাদৰ পৰা আনক ৰক্ষা কৰিবৰ বাবে মিছা কথা কোৱাৰ বিধান দেখোন আমাৰ শাস্ত্ৰসমূহতে আছে। স্বয়ং ভগৱান শ্ৰীকৃষ্ণয়ো এনে ধৰণৰ মিছা কথা সমৰ্থন কৰে। তাৰ প্ৰমাণ ধৰ্মযুধিষ্ঠিৰ আৰু তেওঁ গুৰু দ্ৰোণাচাৰ্য্যক শুনাই কোৱা 'অশ্বত্থমা হত কিন্তু ইতি গজ' বাক্য। অকবা বৰচাহাব প্ৰভুৰ বিৰুদ্ধে মৈত উঠিছে। তেওঁক মৈৰপৰা নমাবলৈ হলে এনে কূটকৌশল আৱশ্যক। তদুপৰি প্ৰভুৱে জানো ইংৰাজে যুদ্ধত জিকাটো বাঞ্ছা নকৰে?"

প্ৰভুৱে 'কিয় নকৰিম' বুলি কোৱাত ফুকনে আকৌ কলে— "তেন্তে দেখোন কথাই নাই। ইয়াক মিছা কথা বুলিব নোৱাৰি। অন্তৰৰ সঁচা মনোভাবকে প্ৰভুৱে ভকতবৃন্দৰ আগত সপোনৰ আকাৰত ব্যক্ত কৰক।"

সত্ৰাধিকাৰ ফুকনৰ কথাত মান্তি হ'ল। পিছ দিনা পুৱা তেওঁ ভক্তবৃন্দৰ আগত ইংৰাজ জিকা সপোন এটাৰ কথা কৈ শুনালে। কথাটো চাহাবৰ চোৰাংচোৱায়ো শুনিলে। কথা বুলিলেই বতাহ। প্ৰভুৱে ইংৰাজক জিকোৱা সপোনৰ বাতৰি ৰজনজনাই গ'ল। বৰচাহাবে শুনিলে, ফুকনেও শুনিলে।

ফুকনে আকৌ ইংৰাজ বৰচাহাবৰ আগত হাজিৰ হৈ কলে, "চাহাব! মই কৈছিলোঁ নহয়, গোসাঁয়ে আৰু এটা সপোন দেখিব পাৰে বুলি। ব্ৰহ্মবাদী সত্ৰাধিকাৰজনাই সপোনত যি দেখিছে, সি সঁচা হবই। অচিৰতে ইংৰাজ জিকিব।"

জোকৰ মুখত চূণ পৰিল। কষ্ট বৰচাহাব গোসাঁইজনাৰ প্ৰতি তুষ্ট হ'ল। তেওঁ সত্ৰৰ বিৰুদ্ধে লোৱা সকলো শাস্তিমূলক ব্যৱস্থা তুলি ললে। গোসাঁইজনাৰ জয় হ'ল। বাৰিষ্টাৰ ফুকন চাহাবৰ জয় হ'ল। সত্ৰৰ কলঙ্কমোচন হ'ল

প্ৰভুৱে আনন্দত উৎফুল্ল হৈ ফুকনলৈ দহহেজাৰ টকাৰ টোপোলা এটা দি পঠালে। ফুকনে পাঁচহেজাৰ টকাহে মোৰ প্ৰাপ্য বুলি কৈ বাকী পাঁচহেজাৰ গৰাকীলৈ ঘূৰাই পঠালে।

# বৰচাহাবৰ বাপেক

মই তেতিয়া মঙলদৈ চৰ্কাৰী হাইস্কুলৰ মাষ্টৰ। ৯ মাৰ্চ, ১৯৩৬ চন। সেই দিনা মঙলদৈত এখন উল্লেখযোগ্য বিয়া হৈছিল। দৰা শ্ৰীতীৰ্থনাথ শৰ্মা (অসম সাহিত্য-সভাৰ প্ৰাক্তন সভাপতি)। শৰ্মাৰ দেউতাক সেই সময়ত মঙলদৈত আবকাৰী দাৰোগা আছিল। কইনা কৰ্মযোগী কামাখ্যাৰাম বৰুৱা ডাঙৰীয়াৰ জীয়াৰী। দৰা মঙলদৈৰ পৰা গুৱাহাটীলৈ মটৰেৰে বিয়া কৰাবলৈ আহিব। দৰা আহি উত্তৰগুৱাহাটী অশ্বক্লান্ত-পাৰঘাটত ৰবহি। তাৰপৰা ফেৰী-জাহাজেৰে ইপাৰলৈ অনাৰ ব্যৱস্থা কৰি ৰখা হৈছিল।

ৰাতি ৮/৯ মান বজাত দৰা আহি সিপাৰ পালে। তাতে বৰযাত্ৰীবিলাক বৰলুইতৰ দ্বাৰা অশ্বাক্ৰান্ত নহলেও মটৰাক্ৰান্ত হৈ পাৰ হবলৈ খাপ দি থাকিল। হেন সময়তে হঠাৎ এজাক ধুমুহা বতাহ-বৰষুণ আহি বিপৰ্য্যয়ৰ সৃষ্টি কৰিলে। লুইতৰ বুকুত বৰ বৰ ঢৌ উঠি তাল-আফাল লগালে। বৰযাত্ৰীসকল ভয়ত পেপুৱা লাগিল। পাৰ-ঘাটৰ বালিত বৈ বৈ বেণ্ডবাদ্য বাজিবলৈ ধৰিলে। বলিয়া লুইতৰ ওপৰেদি দক্ষিণপাৰৰ পৰা ফেৰী-জাহাজ সিপাৰলৈ নিবলৈ জাহাজৰ চাৰেঙে মঠ জুৰিলে। বৰচাহাবৰ (ডি-চি) বিশেষ হুকুম নহলে চাৰেং দৰা আনিবলৈ নাযায়—এক কথা। ৰাতিৰ খানা খাই ভাত-ঘুমটিত পৰা ব'গা ডেপুটী কমিছনাৰক টোপনিৰ পৰা জগাই ৰবাই নোখোৱা কচু গাত ধঁহি লয় কোনে? ঘড়ীৰ কাটা আগ-বাঢ়িবলৈ ধৰিলে।

এটা গুৰুতৰ সমস্যা উপস্থিত হ'ল। দৰাক পাৰ কৰি

আনিব নোৱাৰি কইনাঘৰীয়াৰ মুখত পানী নোহোৱা হ'ল। অৱশেষত উপায়ান্তৰ হৈ কামাখ্যা বৰুৱাৰ বিয়ৈ বাসুদেৱ গোস্বামীয়ে (শ্ৰীহৰিশ গোস্বামীৰ দেউতাক) বিয়াঘৰৰ ওচৰত নিজৰ বঙলাত শুই থকা তৰুণৰাম ফুকনক জগালেগৈ। ফুকন উঠি অহাত তেওঁক বিপদৰ কথা বিবৰি কৈ কি উপায়ে বৰচাহাবৰ হুকুম আনিব পাৰি তাৰ দিহা সুধিলে। বিশেষ একো নকৈ ফুকন চাহাব ঘৰৰ পৰা বাহিৰ ওলাই আহিল। তেওঁ ৰাতিৰ সাজপাৰ সলনি নকৰাকৈ জাঙিয়াটো আৰু গেঞ্জি পিন্ধিয়েই শুক্লেশ্বৰঘাটলৈ গ'ল। গপ গপকৈ গৈ তেওঁ ফেৰী-জাহাজত উঠি ললে। কাকো সোধপোচ নকৰাকৈ তেওঁ চাৰেঙৰ আসনত বহি নিজেই জাহাজ চলাবলৈ ধৰিলে। ফুকন চাহাবক সেই জাহাজচালকৰ ভূমিকাত দেখা পাই জাহাজৰ চাৰেং আৰু খালাচীবিলাকৰ গাত গোসাঁই নোহোৱা হ'ল। সিহঁতে যেন চকুৰ আগতে বৰচাহাবৰ বাপেককহে দেখা পালে। বপুৰাহঁতে নিজে আগবাঢ়ি আহি ফুকন ডাঙৰীয়াৰ জাহাজ চলোৱা কামত সহযোগ কৰিলে আৰু নিজৰ নিজৰ বৰীয়া কামত লাগি গ'ল। প্ৰচণ্ড ধুমুহাৰ মাজেদি দেশভক্তই জাহাজ চলাই সিপাৰ পোৱালেগৈ। তেওঁ ঘাটত দৰাৰ লগতে বোন্দাপৰ দি থকা বৰযাত্ৰী-বিলাকক জাহাজত তুলি ইপাৰ পোৱালেহি। দোভাগ ৰাতি হৈছিল যদিও তেতিয়াও লগ্নৰ সময় উকলি যোৱা নাছিল। পলমকৈ হলেও বিয়া সুসম্পন্ন হ'ল।

এইটো দেশভক্ত ফুকনৰ অসীম সাহস আৰু সেই কালৰ পৰিবহন সমস্যাৰ এটা পটন্তৰ। আজি গুৱাহাটীৰপৰা মঙলদৈলৈ দিনটোৰ ২৪ ঘণ্টাৰ ভিতৰত এশবাৰ অহা-যোৱা কৰিব পাৰি। সেই সময়ত হলে মঙলদৈ, লক্ষীমপুৰ আদি ঠাইবোৰ আছিল গুৱাহাটীৰ মানত দূৰণিবটীয়া আন্দামান-নিকোবৰ।

# মাছৰ তেলেৰে মাছ ভজা

শুনা কথা—চন-তাৰিখ নেজানো, বিষয়বস্তুৰ কথাও নেজানো। দেশভক্ত ফুকন আৰু ছাৰ ছৈয়দ চাছুল্লা একেখন ৰেলৰ প্ৰথম শ্ৰেণীৰ যাত্ৰী। দুয়ো দিল্লীৰ পৰা ছিমলালৈ গৈছিল, বৰলাট-ভৱনত কিবা এটা আয়োগৰ আগত সাক্ষ্য দিবলৈ। দুয়ো ৰেলত কথা পাতি গৈ আছে। ফুকনে এবাৰ সুধিলে—"চাছুল্লা, তুমিনো আয়োগৰ আগত কি কম বুলি ভাবিছা ?"

চাছুল্লাই কলে—"মই কবলগীয়া কথাখিনি এই কাকততে চমুকৈ টুকি আনিছো।"

"চাওঁ, দিয়াচোন" বুলি ফুকনে কাকতখিলা থাপ মাৰি আনি অলপ সময় টোকা কেইটা চকু ফুৰাই চালে আৰু তাৰ পিছত কাকতখন চাছুল্লাক ঘূৰাই দিলে।

যথা সময়ত ছিমলাৰ বৰলাট-ভৱনত আয়োগৰ আগত সাক্ষ্য আৰম্ভ হ'ল। প্ৰথমতে কবলৈ ফুকনৰ ওপৰত তলব পৰিল। চাছুল্লাই লিখি নিয়া টোকাকেইটাতে ভেজা দি তেওঁ এটা দীঘল বক্তৃতা দিলে।

ফুকনে মোখনি মৰাত চাছুল্লাৰো কবৰ পাল পৰিল। তেওঁ থিয় হৈ ইমানকে কলে যে তেওঁ নতুনকৈ কবলৈ একো নাই। সকলো কথা ফুকনেই কৈ পেলাইছে।

এইদৰেই তৰুণ ফুকনে প্ৰয়োজনমতে আনৰ মূৰত কঠাল ভাঙি খাইছিল আৰু মাছৰ তেলেৰেই মাছ ভাজি কাম হাচিল কৰিছিল। অনুৰূপভাবে তীক্ষ্ণবুদ্ধিৰ ফুকনে সহকাৰীয়ে যুগুতাই দিয়া সমলৰ ওপৰতে টেকা মাৰি আদালতত জয়লাভ কৰিছিল।

# নিমিলা অঙ্ক মিলিল

তৰুণৰাম ফুকন তেতিয়া দিল্লীৰ ব্যৱস্থাপক সভাৰ (এতিয়াৰ লোকসভা) অসমৰ পৰা নিৰ্বাচিত স্বৰাজ্য দলৰ কংগ্ৰেছী সদস্য। দলৰ দলপতি পণ্ডিৎ মতিলাল নেহৰু (জৱাহৰলালৰ পিতৃ) আৰু ফুকন সেই দলৰে 'হুইপ' অৰ্থাৎ সৌকাধৰা। কংগ্ৰেছ দলৰ সংখ্যা যোৰুজুৰীয়া চৰ্কাৰী দলৰ সদস্যৰ সংখ্যাতকৈ তাকৰ। সেই সময়ৰ এবাৰ স্বৰাজ্য দলৰ পঞ্জাবকেশৰী লাজপত ৰায়ে এটা প্ৰস্তাব দাঙি ধৰিছিল। প্ৰস্তাৱটোত কোৱা হৈছিল "ভাৰতলৈ বৃটিছে পঠোৱা ছাইমন কমিছন বৰ্জন কৰিব লাগে" বুলি। প্ৰস্তাৱটো যথাবিধি উত্থাপিত হৈছে, আলোচিত হৈছে আৰু ভোট লোৱা দিন-সময়ো ধাৰ্য্য কৰা হৈছে।

ভোট-গ্ৰহণৰ আগদিনা দলপতি নেহৰুৰ মুখখন শুকাই টেমী যেন হৈছিল। সন্ধিয়া ফুকন তেওঁৰ বঙলাত উপস্থিত হোৱাত মতিলালে কলে "একোতেই অঙ্ক নিমিলে মিঃ ফুকন। নৰমপন্থী (মডাৰেট) সদস্য কেইজনে প্ৰস্তাবৰ সপক্ষে ভোট দিব, তথাপি আমি এটা ভোটত ঘাটিব লাগিব।"

সেই কথা শুনি ফুকনে কলে—"নেহৰুজী, চিন্তাৰ কোনো কাৰণ নাই। কাইলৈ কংগ্ৰেছ নেঘাটে, জিকিবই। ভোটত নিমিলা অঙ্ক মিলি যাব।"

নেহৰু—"কেনেকৈ?"

ফুকন—"সেই কথা এতিয়া মোক নুসুধিব। পিছে কাইলৈ অধিবেশনত ময়ো উপস্থিত থাকিব নোৱাৰিম।"

নেহৰু—"সেইটো কেনেকৈ হব পাৰে? আপুনি অনুপস্থিত থাকিলে আমি দুটা ভোটত ঘাটিম।"

ফুকন—"কেতিয়াও নেঘাটে। মই আপোনাক কথা দিছোঁ।" এনেদৰে নিৰ্ভয় দি ফুকনে মতিলালৰ পৰা বিদায় লৈ আহিল।

ৰাজনীতিত মতভেদ থাকিলেও ঘকুৰা জীৱনত ফুকনৰ শত্ৰু-মিত্ৰৰ ব্যৱধান নাছিল। দিল্লীৰ চৰ্কাৰী-মহলৰ কেবাজন সদস্য তেওঁৰ বিশিষ্ট বন্ধু আছিল। তেনে তিনিজন সদস্যক লগত লৈ পিছ দিনা পুৱা তেওঁ এখন কেৰেয়া মটৰত উঠি দিল্লীৰ পৰা কুৰুক্ষেত্ৰলৈ যাত্ৰা কৰিলে—প্ৰমোদ-ভ্ৰমণৰ উদ্দেশ্যে। বন্ধুসকলক তেওঁ কথা দিলে যে ব্যৱস্থাপক সভাৰ অধিবেশন বহিব দুই বজাৰ-পৰা। তেওঁলোক নিৰাপদে বাৰবজাৰ আগতে পিকনিক্ খাই ঘূৰি আহি দিল্লী পাব। ইপিনে টেক্সীৰ ড্ৰাইভাৰজনক তেওঁ শকত বকৃচিছ দি এনেভাবে ঠিক কৰি ৰাখিছিল যাতে ওলোটা-যাত্ৰাত মটৰৰ যান্ত্ৰিক বিজুতি ঘটে আৰু কোনোমতে তেওঁলোক নিৰ্দিষ্ট সময়ত দিল্লী নাপায়হি।

সেইমতে কাম হ'ল। কুৰুক্ষেত্ৰত ভোজ-ভাত খাই ৰংৰহইচ কৰি ফুকন এঘাৰমান বজাত সহযাত্ৰীসকলৰ লগত দিল্লীমুৱা হ'ল। কিন্তু মটৰ বেয়া হ'ল। পূৰ্বপৰিকল্পিতমতে এনে ঠাইত মটৰৰ যান্ত্ৰিক বিজুতি ঘটিল যে তাৰপৰা কোনোপধ্যে আহি সোনকালে দিল্লী পোৱাটো টান। ড্ৰাইভাৰে মটৰ ভাল কৰিবলৈ লাগি গ'ল কিন্তু মটৰ ভাল নহয়হে নহয়। ঘণ্টাৰ পিছত ঘণ্টা পাৰ হবলৈ ধৰিলে। চৰ্কাৰী সদস্য তিনিজন চিন্তাকুল হৈ পৰিল। তেওঁলোকক প্ৰবোধ দি ফুকনে কলে—"আপোনালোকৰ একো ভয়ৰ কাৰণ নাই। মটৰ বেয়া হোৱা বুলি কৈ সাৰিব পাৰিব। মইহে সাৰিবৰ বাট দেখা নাই। দলপতি মতিলাল-বাঘে মোক কেঁচাই কেঁচাই চোবাই খাব।" চাৰি বজাতহে গাড়ী ভাল হ'ল। ইতিমধ্যে দিল্লীৰ মেলুৰৈ সভাত ভোট-পৰ্বৰ সমাপ্তি ঘটিল। "ছাইমন উভতি যোৱা" তুমুল হৰ্ষধ্বনিৰ মাজত কংগ্ৰেছ স্বৰাজ্য দল এটা ভোটত জিকিল। চৰ্কাৰ এটা ভোটত ঘাটিল। ফুকনৰ মুখত ফুল-চন্দন পৰিল।

বিলাস-ভ্ৰমণলৈ বলাই নিয়া চৰ্কাৰী সদস্য তিনিজনে ফুকনৰ ফাংফুং একো নেজানিলে। ৰাতি মতিলালে সকলো কথা জানি ফুকনৰ বুদ্ধি-চাতুৰ্য্যৰ বাহ—বা দিলে। নিমিলা অঙ্ক মিলিল।

# গান্ধী-হৰণ

ফুকনৰ সাধু অলেখ। আৰু এটা কৈ আলচৰ মোখনি মৰা যাওক। এই সাধু মহাত্মা গান্ধীক অপহৰণ কৰাৰ কাহিনী। অপহৰণকাৰী তৰুণৰাম ফুকন। ৰাৱণে পঞ্চবটীৰ পঁজাঘৰৰ পৰা সীতাক হৰণ কৰি নিয়াৰ নিচিনাকৈ এবাৰ দেশভক্তই গুৱাহাটীৰ উজানবজাৰ জাহাজঘাটৰপৰা মহাত্মাক হৰণ কৰি নি এঘণ্টামানৰ বাবে কোনোবা ধুবুৰলৈ গৈছিল। কথাটো এনে ধৰণৰ ঃ

১৯৩৪ চনৰ বিহুৰ সময়ত মহাত্মা গান্ধী তৃতীয় বাৰ অসমলৈ আহিছিল। এই দহদিনীয়া ভ্ৰমণত মহাত্মাই অসমৰ বিভিন্ন স্থানত ধন-সংগ্ৰহ কৰি, বক্তৃতা দি আৰু নানা প্ৰকাৰে হৰিজন আন্দোলনত জীপ দি ফুৰিছিল। মহাত্মাই গোৱালপাৰা, উত্তৰ কামৰূপ আৰু দৰং জিলাত ভ্ৰমণ সমাপ্ত কৰি তেজপুৰৰ পৰা ভাটী-মুৰা জাহাজত উঠি গুৱাহাটীত পদাৰ্পণ কৰিছিল ১৩ এপ্ৰিল পুৱা প্ৰায় ডেৰবজাত। সেই দিনা আছিল অসমৰ জাতীয় পৰব ৰঙালী বিহুৰ দিন। মহাত্মাক অভ্যৰ্থনা জনাবলৈ উজান বজাৰ জাহাজঘাটত বিপুল জনতাই খাপ দি আছিল। সেই সকলৰ মাজত আছিল কৰ্মবীৰ বৰদলৈ, দেশভক্ত ফুকন, ডাক্তৰ ভুবনেশ্বৰ বৰুৱা, ডাক্তৰ হৰিকৃষ্ণ দাস প্ৰভৃতি খ্যাতনামা জন-নেতাসকল। এইখিনিতে উল্লেখ কৰিব পাৰি যে মূল গছৰ পৰা বিচ্ছিন্ন হৈ থকা এজুপি লতাৰ দৰে সেই সময়ত দেশভক্ত ফুকন কংগ্ৰেছ অনুষ্ঠানৰ বাহিৰত আছিল। কংগ্ৰেছ-নেতাসকলৰ লগত তেওঁৰ আগৰ দৰে হলিগলি নাছিল।

জাহাজ আহি পাৰ চাপিল। ফুকনে আলিবাটত থিয়াথি কৰি আছিল। মহাত্মাই জাহাজৰপৰা নামি আহি ফুকনৰ কাষ চাপিল। সক-

লোৰে তথা লাগি চাই আছে। হুৰণলুকী আৰম্ভ হ'ল। বৈ থকা ৰাইজৰ মাজেদি মহাত্মা আৰু দেশভক্ত দুয়োজন ফুকনৰ মটৰগাড়ীত উঠিলগৈ। কোনেও তেওঁলোকক একো প্ৰশ্ন সুধিবলৈ সাহ নকৰিলে বা ভাল নেপালে। ফুকনে মহাত্মাক মটৰত তুলি লৈ যোৱাৰ পিছতহে যেন বিমুগ্ধ জনতাই সাৰ পালে। ই কেনে কথা—তেলীয়াসাৰেঙে চুচি-মাজি মহাত্মাক আদৰিবলৈ খাপ দি থাকোতেই দেখোন ফুকন-ফেঁচু ৰজা হ'ল। তেওঁ মহাত্মাক কলৈ নিলে, কিয় নিলে এইটোৱেই আছিল সেই সময়ত জনতাৰ প্ৰশ্ন। মুঠতে জাহাজঘাটত মহাত্মাৰ আদৰণী-অনুষ্ঠান আপোনাআপুনি বাতিল হৈ গ'ল।

প্ৰথম ভ্ৰমণত গুৱাহাটীত মহাত্মা আছিল ফুকনৰ আলহী হৈ, দ্বিতীয়বাৰ আছিল পাণ্ডবনগৰৰ চিত্তৰঞ্জনপুৰীত। তৃতীয়-বাৰ গুৱাহাটী-ভ্ৰমণত তেওঁৰ থকা ঠাই নিৰ্দিষ্ট কৰি ৰখা হৈছিল ডাক্তৰ হৰিকৃষ্ণ দাস ডাঙৰীয়াৰ বৰপেটীয়াপাৰাত থকা বাসভৱনত। জাহাজঘাটৰ পৰা নেতাসকল তালৈকে গ'ল। তাতেই ৰাতিপুৱাৰ বেলত আহি মাৰাবেন আৰু পিয়াৰীলালো মহাত্মাৰ লগ লাগিবলৈ বৈ আছিল।

দেশভক্তই মহাত্মাক প্ৰায় এঘণ্টামানৰ পিছত ডাক্তৰ দাসৰ ভৱনত থৈ গ'লহি। সম্ভৱতঃ তেওঁ মহাত্মাক এইকণ সময়ৰ ভিতৰতে তেওঁৰ ঘৰত বিছু খুৱাই শোধপোচ কৰিলে আৰু দুয়োজনে ভিতৰ-বিশ্বাসত কিবাকিবি আলোচনাও কৰিছিল হব পায়। তেওঁলোকৰ সেই বিয়নী-মেল আন কোনেও মুশুনিলে, কোনেও নেজানিলে।

এই সকল ঘটনাটোৱে প্ৰমাণ কৰে, মহাত্মা গান্ধী আৰু দেশভক্ত ফুকনৰ মাজত কেনে নিবিড় সম্পৰ্ক আৰু আন্তৰিক টান আছিল।

সঁচাকৈয়ে দেশভক্তৰ গাত বহুত অসাধাৰণ গুণ আছিল। সেইবোৰ সম্পূৰ্ণ বিকশিত হৈ উঠা হলে দেশভক্তজন আৰু কিমান

ভাণ্ডৰ হ'লহেঁতেন, কল্পনা কৰিবলৈকে টান। তেওঁৰ প্ৰকৃত মূল্যাঙ্কণ কৰিবলৈ আজিও আমাৰ খুম হোৱা নাই।

ওপৰৰ সাধুকেইটা মই শুনাত বা কোৱাত উনৈছ-বিছ হব পাৰে কিন্তু মূলতঃ ইয়াৰ তথ্য মুই কৰিব নোৱাৰি।

---

# বাণী কাকতিৰ দেউজন

বৰপেটা হাইস্কুলত সংস্কৃত-শিক্ষকজনক দেউ বোলা হয়। মই তাত কাম কৰোঁতে যিজন দেউক লগ পাইছিলোঁ তেওঁৰ নাম আছিল হৰেন্দ্ৰনাথ শৰ্মা। অকালতে কৰ্কট-ৰোগত তেওঁৰ মৃত্যু হয়। বাণীকান্ত কাকতিক পঢ়োৱা দেউজনক মই তালৈ গৈ লগ পোৱা নাছিলোঁ। বহু বছৰ পূৰ্বে তেওঁৰ হাড়ত বন গজিছিল। সেই দেউজনৰ নাম আছিল লক্ষ্মীকান্ত স্মৃতিভূষণ। বৰপেটা হাইস্কুলত তেওঁৰ স্মৃতি তেতিয়াও সেউজীয়া হৈ আছিল আৰু শিক্ষকৰ মাজত মাজেসময়ে সেই দেউৰ কথা ওলাইছিল। দেৱে হেনো ভৰিত জোতা আৰু গাত চোলা সুমাই পোৱা নাছিল। তেওঁ এখন চেলেং গাত লৈয়েই স্কুল কৰিছিল। মেধাবী ছাত্ৰৰ বাণী কাকতিক সংস্কৃত পৰীক্ষাত তেওঁ ১০০ নম্বৰৰ ঠাইত ১০৫ নম্বৰ দিছিল। হেডমাষ্টৰে কাৰণ বিচৰাত তেওঁ কৈছিল—"বাছাই ইমান ভাল লেখিছে যে মই তাক আৰু ৫ নম্বৰ বেছিকৈ নিদি নোৱাৰিলোঁ।"

দেউগৰাকীয়ে আৰু এটা আমোদী কাহিনীৰ সৃষ্টি কৰিছিল। স্কুলত সৰস্বতী পূজা। সেই উপলক্ষে ৰাতি মণিপুৰী বাইজীৰ নাচ। দেৱেই পূজাৰ পূজাৰীত। ছাত্ৰবিলাকে নেৰোপানি হৈ লগাত দেৱেও ৰাতি মণিপুৰী নাচ চাইছিল। তেওঁ চাগৈ ভাবিছিল,

নৃত্য-গীতো সৰস্বতী দেৱীৰ চৌষষ্ঠি কলাৰ অন্যতম। সেই কাৰণে নাচ চালে সৰস্বতী দেৱী তুষ্টহে হব। পিছে হ'ল বিপৰীত হ'ল। পিছদিনা বঙালী খ্রীষ্টান হেডমাষ্টৰজনে ৰুদ্ৰমূৰ্তি ধাৰণ কৰিলে। তেওঁৰ মতে নাচ-গানত লিপ্ত হোৱাটো মহাপাপ, বিশেষকৈ স্কুলীয়া ছাত্ৰৰ। তেওঁ শ্ৰেণীৰ কোঠাই কোঠাই দুৱাৰমুখত থিয় হৈ All stand up on the bence বুলি কৈ নাচ চোৱা সকলোকে বেঞ্চিত থিয় হবলৈ নিৰ্দেশ জাৰি কৰি, নিজৰ অফিচত সোমালগৈ। হোলাৰ ভাই মোলা দেৰেও হেডমাষ্টৰৰ আজ্ঞা আখৰে আখৰে পালন কৰি লবাৰ লগতে 'দাৰা' ভোগ কৰি বেঞ্চি এখনত থিয় হৈ থাকিল।

পিছৰ ঘণ্টাৰ শিক্ষকজনে শ্ৰেণীত সোমাই বেঞ্চিত দণ্ডায়মান হৈ থকা দেউক দেখা পাই স্তম্ভিত হ'ল। তেওঁ ততালিকে গৈ হেডমাষ্টৰক কথাটো জনাই প্ৰতিকাৰ বিচাৰিলে। হেডমাষ্টৰো অবাক। তেওঁৰ আদেশ যে ন্যায়নিষ্ঠ দেৰে এইদৰে আখৰে আখৰে পালন কৰিব জানিবই বা কেনেকৈ? কিবা কৰোঁতে কিবা হ'ল। হেডমাষ্টৰে শ্ৰেণীলৈ গৈ দেউক মাচিয়াৰপৰা নামিবলৈ দি ক্ষমা প্ৰাৰ্থনা খুজিলে।

এনেবোৰ কথাই সেই কালৰ অসমীয়া মানুহৰ হোজা স্বভাৱ আৰু চৰিত্ৰৰ ন্যায়নিষ্ঠাৰ চিনাকি দিয়ে।

---

## অজাযুদ্ধে ঋষিশ্ৰাদ্ধে

দুজন বিখ্যাৎ অসমীয়া কবি। দুয়োজন বৃদ্ধ। এজন বিহগী-কবি ৰঘুনাথ চৌধাৰী, আনজন সংৰক্ষিণী-কবি অম্বিকাগিৰী ৰায়চৌধুৰী। দুয়োজন বন্ধু। দুয়ো দুইকো পেটেৰে ভাল পায়, মুখেৰে বেয়া পায়। সক ল'বাৰ মাজত খুটিয়াখুটি লগাৰ

নিচিনাকৈ কবি দুজনৰ মাজত দেখাদেখি হলেই চুপতাচুপতি হয়, কথাৰ তৰ্ক-যুদ্ধ চলে। আমি সেই দৃশ্য উপভোগ কৰোঁ। ৰায়চৌধুৰী-কবিয়ে বিহগী-কবিয়ে মুক্তি-যুদ্ধত জেল খটাটো সহজে মানি নলয়। বিহগী-কবিয়েও ৰায়চৌধুৰীয়ে জেল খটা কথা স্বীকাৰ কৰিবলৈ টান পায়। ৰায়চৌধুৰীয়ে বিহগী কবিৰ 'কেতেকী' কাব্যক উচ্চস্থান নিদিয়ে। বিহগী কবি চৌধাৰীয়েও ৰায়-চৌধুৰীৰ 'তুমি' কাব্যত নাৰী-প্ৰেমৰ গোন্ধহে বেছিকৈ পায়। বাঘ ককা আৰু বৰা ককা দুয়ো সমান। কোনেও কাৰো তল হ'ব নোখোজে।

এদিন গুৱাহাটীত বহা অসম সাহিত্য-সভাৰ কাৰ্য্যপালিকাৰ এক অধিবেশনত দুয়োগৰাকী কবিয়ে বিশেষভাৱে নিমন্ত্ৰিত হৈ যোগ দিছিল। সভাৰ আদিতে ৰায়চৌধুৰীয়ে থিয় হৈ কলে—"চৌধাৰীয়ে হেনো বোন্দাৰ মাটি বেচি চৰকাৰৰপৰা দুইলাখ টকা পাইছে। তাৰে একলাখ টকা তেওঁ অসম সাহিত্য-সভাক দান কৰক।"

বিহগী-কবিয়ে টপৰাই হাতত লাখুটি লৈ থিয় হ'ল আৰু কোনে তেওঁক তেওঁ মাটি বেচি দুইলাখ টকা পোৱা বুলি কলে জানিবলৈ বিচাৰিলে।

ৰায়চৌধুৰীয়ে কলে—"আপুনি টকা পোৱা কথাটো ময়েই জানো।"

বিহগী-কবি চৌধাৰী—"জানে যদি প্ৰমাণ কৰক।"

এইদৰে দুয়োজনে তৰ্কত আগবাঢ়ে। কোনেও ঘাটি নাখায়। কাৰ্য্যনিৰ্বাহক সদস্যসকলে দনখন চাই মিচিকমাচাক হাঁহি থাকে আৰু অৱশেষত তেওঁলোকৰে মধ্যস্থতাত দুই কবিয়ে ৰুদ্ৰমূৰ্ত্তি পৰিহাৰ কৰি শান্ত ৰূপ ধাৰণ কৰে।

আৰু এদিনৰ দৃশ্য। কুমাৰ ভাস্কৰ নাট্যমন্দিৰৰ বিপৰীতে থকা কন্ন মহাজনৰ দোকানৰ সন্মুখ। ৰায়চৌধুৰীয়ে বক্তৃতা দিছে,

হাতত তেওঁৰ ৰামটাঙোন লৈ। বক্তৃতাৰ মাজে মাজে 'গেল, গেল' বুলি উত্তেজিতভাৱে চিঞৰা শুনা গৈছে। তেওঁৰ চাৰিওফালে বাটৰুৱাই জুম বান্ধিছে। হেন সময়তে তেওঁৰ ঘৰৰ ফালৰপৰা বিহগী কবি আহিছিল। মানুহৰ জুম দেখি থমকি ৰৈ তেওঁ ৰায়চৌধুৰীক সুধিলে—"ইয়াত কি হৈছে চৌধুৰী ? কি গেল ?"

ৰায়চৌধুৰীয়ে খঙেৰে কলে—"অসম গেল। তাকো নাজানে নেকি ?"

বিহগী-চৌধাৰীয়ে কলে—"গ'ল যদি যাবলৈ দিয়ক। এতিয়া মাছৰ মূৰাও যাব। সোনকালে বজাৰলৈ যাওক।"

ৰায়চৌধুৰীয়ে প্ৰতিবাদ নকৰিলে। বক্তৃতা শেষ কৰি বজাৰৰ ফালে খোজ ললে। এইখিনিতে কব পাৰি যে ৰায়চৌধুৰী ভোজনবিলাসী আছিল হব পায়। তেওঁ নিজে বজাৰ কৰি ৰৌমাছৰ মূৰ কিনি নিয়া মই কেবাদিনো দেখা পাইছিলো। এই নিচিনা বহু সৰুসুৰা ঘটনাত দুই বৃদ্ধ কবিৰ শিশুসুলভ মনোভাব প্ৰকাশ পাইছিল।

ৰায়চৌধুৰীৰ মৃত্যুৰ দিনা পুৱা মই বিহগী-কবিৰ লগত কথা পাতি আছিলো। শোকৰ বাতৰিটো শুনি কবিজনা মৰ্মাহত অন্তৰ বিচলিত হৈ পৰা মই লক্ষ্য কৰিছিলো। তেওঁ শোকত চকুদুটা চলচলীয়া কৰি মোৰ আগত কৈ উঠিল—"বাপি, মোৰ কাজিয়া কৰিবলৈকো লগ এজন নাইকিয়া হ'ল। সি গ'ল। মই এতিয়া কাক লৈ জীয়াই থাকিম ?"

এই উক্তিৰপৰা বুজিব পাৰি যে কবি দুজন কিমান অন্তৰঙ্গ বন্ধু আছিল। ৰায়চৌধুৰীয়েও আনৰ আগত চৌধাৰী তেওঁৰ পৰম বন্ধু বুলি কৈছিল।

মূঠতে দুইজনা কবিৰ কাজিয়াবোৰ বাহ্যিকহে, সমূলি আন্তৰিক নাছিল। এই কাজিয়া আছিল 'অজাযুদ্ধে, ঋষিশ্ৰাদ্ধে, দাম্পত্যকলহে' ধৰণৰ।

# পদ্ম বাবু আৰু লক্ষ্মী বাবু

কটন কলেজৰ প্ৰথমচাম বাটকটীয়া অধ্যাপকৰ মাজ আছিল মহামহোপাধ্যায় পদ্মনাথ বিদ্যাবিনোদ অন্যতম। বিখ্যাৎ 'কামৰূপ শাসনাৱলী'ৰ গ্ৰন্থকাৰ পদ্মনাথ বিদ্যাবিনোদ মহাশয় কলেজৰ সংস্কৃত-বিভাগৰ আছিল এটি উজ্জ্বল ৰত্ন। এই মানুহগৰাকী আছিল খোনা, বিদগ্ধ পণ্ডিত, নিকপকপীয়া সনাতনী আৰু নমো নমো পাৰিজাত। পৰাপক্ষত তেওঁ তথাকথিত মেলেছবিলাকক জ্ঞাতসাৰে স্পৰ্শ নকৰিছিল আৰু কলেজৰ পৰা গৈ গা-মূৰ তিয়াই আৰু সম্ভবতঃ তাৰ লগে লগে শুদ্ধিমন্ত্ৰ পাঠ কৰি গাটো শুচি কৰি লৈছিল।

বাণী কাকতিৰ বক্তৃতাত শুনিছিলো, কটনৰ অৰ্থনীতিৰ অধ্যাপক ব্ৰাউন চাহাবে হেনো বিদ্যাবিনোদৰ লগত ৰগৰ কৰি ভাল পাইছিল। সহকৰ্মী সকলো অধ্যাপকে তেওঁক সন্মানৰ চকুৰে চাইছিল। ব্ৰাউন চাহাবে বিদ্যাবিনোদৰ ঘৰলৈ গৈ চাহপানী খাবলৈ বিচাৰে আৰু তেওঁৰ কাপটো ক'ত থৈছে বুজ লয় 'হোয়েৰ ইজ মাই কাপ্, বিদ্যাবিনোদ' বুলি। চাহাবে জানিছিল যে বিদ্যাবিনোদ মহাশয়ে তেওঁ খোৱা ছুৱাযোৱা কাপটো আচুতীয়াকৈ এটা খুটাৰ গজালত ওলোমাই ৰাখে। বিদ্যাবিনোদে হেনো জামাতুল্লাৰ দোকানৰ পাওৰুটি খোৱাৰ বাবে নিজৰ পুতেককো ত্যজ্য পুত্ৰ কৰিছিল আৰু পুতেকৰ এনে অধৰমী কাৰ্য্যত লাই দিয়াৰ বাবে ঘৈণীয়েক ল'ৰাৰ মাককো ঘৰৰ পৰা বাহিৰ উলিয়াই দি উগ্ৰশাস্তি বিহিছিল। সেয়ে হলেও মানুহজন আছিল সাত্বিক, বিদ্বান, ছাত্ৰবৎসল আৰু স্বদেশানুৰাগী।

পিছত কটনত বিদ্যবিনোদৰ সংস্কৃতৰ আসনখনত বহিছিল

লক্ষ্মীনাৰায়ণ চেটাৰ্জী। লক্ষ্মী বাবু পদ্ম বাবুৰ যোগ্য উত্তৰাধিকাৰী আছিল। লক্ষ্মী বাবুও সুপণ্ডিৎ, সদাচাৰী আৰু সাত্ত্বিক প্ৰকৃতিৰ আছিল। পদ্ম বাবুতকৈ তেওঁৰ নৈষ্ঠিকতা কম নাছিল কিন্তু তেওঁ সময়ৰ লগত খোজ মিলাই চলিব জানিছিল। নিতৌ ব্ৰহ্মপুৱাতে তেওঁ শুক্লেশ্বৰৰ কাষৰ ব্ৰহ্মপুত্ৰত স্নান কৰি একলহু নৈৰ পানী মূৰত লৈ উদং গাৰে সুদা ভৰিৰে ঘৰলৈ আহিছিল। তেওঁ প্ৰতি দেওবাৰে হৰিসভাত গীতাপাঠ কৰি শুনাইছিল।

কটনৰ তিনিজন ধৰ্মপৰায়ণ অধ্যাপক পদ্ম বাবু, লক্ষ্মী বাবু আৰু চুনী বাবুলৈ মনত পৰিলে আজিও আমাৰ মূৰ ভক্তিৰে তললৈ নামে।

আৰ্য্যগঢ়ী ওখপাখ বলিষ্ঠ লক্ষ্মী বাবু আৰু নাট্যাচাৰ্য্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰ এই দুইজনাৰ ছবি একেলগে মোৰ চকুৰ আগলৈ ভাহি আহে। এইসকলৰ দৰে গায়ে-গাৰিয়ে আৰ্য্যপুৰুষ দেখা পোৱাটো মোৰ মনত নপৰে। কটনত মই সংস্কৃতৰ ছাত্ৰ নাছিলোঁ। সেই-কাৰণে পোনপটীয়াভাৱে লক্ষ্মী বাবুৰ সংস্কৃত শিক্ষাদানৰ সোৱাদ লবলৈ মোৰ সৌভাগ্য নহ'ল। তথাপি তেওঁৰ বক্তৃতাই, তেওঁৰ ব্যক্তিত্বই, অযাচিতভাৱে লাভ কৰা তেওঁৰ মৰমে মোক মুগ্ধ কৰি-ছিল আৰু আজিও কৃতজ্ঞ কৰি ৰাখিছে।

মোৰ সহপাঠীসকলৰ মুখত লক্ষ্মী বাবুৱে কেনেকৈ শ্ৰেণীত পাঠ দি সংস্কৃত শিক্ষাৰ সজীৱ পৰিবেশ সৃষ্টি কৰিছিল আৰু বিশেষকৈ কালিদাসৰ 'শকুন্তলা' নাটৰ চৰিত্ৰবোৰ যথোপযুক্তভাৱে নাটকীয় গঢ়েৰে আবৃত্তি কৰি জীৱন্ত কৰি তুলিছিল সেই সম্পৰ্কে সততে শুনিছিলো। কটনৰ আলোচনী-সভাত আৰু সনাতন ধৰ্মসভা-গৃহত তেওঁৰ দেওবৰীয়া গীতা-পাঠ আলেঙে আলেঙে শুনি ৰস পাইছিলো। কেৱল শিক্ষাৰ ক্ষেত্ৰতে নহয়, গুৱাহাটীৰ আধ্যাত্মিক জীৱনতো তেওঁ তিনি দশকতকৈ বেছি কাল প্ৰভাৱ বিস্তাৰ কৰিছিল।

কটনৰ সংস্কৃত-বিভাগৰ অধ্যাপক হিচাপে প্ৰবেশ কৰি আৰু অধ্যক্ষ হিচাপে প্ৰস্থান কৰি লক্ষ্মী বাবু অসমৰ পৰা বিদায় লৈ গৈছিল।

যদিও জীৱনৰ শেষ দিনলৈ তেওঁ অসমৰ লগত চিঠি–পত্ৰেৰে যোগা-যোগ ৰাখিছিল। তেওঁ সহজ আৰু প্ৰাঞ্জল ব্যাখ্যাৰে গীতাৰ সংস্কৰণ এটা প্ৰকাশ কৰি উলিয়াইছিল আৰু বন্ধু–বান্ধৱৰ মাজত বিনামূলীয়াকৈ বিলাই দিছিল। ৰাঁচীৰপৰা মোলৈকো এখন তেওঁৰ গীতা ৰেজিষ্ট্ৰী-ডাকত পঠাই লিখিছিল—"ইয়াৰ মূল্য গীতা পাঠ।" গুৰুনিৰ্মালি স্বৰূপে লাভ কৰা সেই গীতা গ্ৰন্থখনি আজিও মই যতনেৰে সাঁচি ৰাখিছোঁ।

শেষ কালত লক্ষ্মী বাবুৱে জীৱনৰ দুই এটা ডাঙৰ ধুমুহা মূৰ পাতি লবলগীয়া হৈছিল। কলিকতাৰ চিৰিয়াখানাত কাম কৰা বৰপুতেক দেৱব্ৰত আততায়ীৰ গুলীত নিহত হোৱাৰ পিছত তেওঁ সৰুপুতেক ডাক্তৰ শ্ৰীশিৱব্ৰতৰ লগত মিৰাটত থাকি গীতাৰ মন্ত্ৰেৰে উদ্বুদ্ধ হৈ তাতেই চাৰিকুৰি-আঠ বছৰত শেষ নিশ্বাস ত্যাগ কৰিলে (১১–৬–৭৩)।

পদ্ম বাবু আৰু লক্ষ্মী বাবু কটন কলেজৰ তথা অসমৰ নমস্য শিক্ষাগুৰু। অসমৰ শিক্ষা-বুৰঞ্জীত এওঁলোকৰ নাম সোণালী আখৰেৰে জিলিকি থাকিব।



# ধন্য অসমৰ পণ্ডিৎ

বঙ্গ-বাঘ আশুতোষ মুখোপাধ্যায়ৰ সম্বন্ধীয়া ছোৱালী এটী ফুলতে বাঁৰী হৈছে। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ প্ৰচেষ্টাত বঙ্গদেশত বিধবাবিবাহৰ প্ৰচলন হৈছিল কিন্তু তেতিয়ালৈকে বঙ্গৰ সমগ্ৰ ব্ৰাহ্মণ-সমাজে তথাকথিত এনে ধৰ্মবিৰোধী কামত সৰ্বান্তঃকৰণে

সমৰ্থন জনাব পৰা নাছিল। মুখাৰ্জীৰ জীয়া বাঁৰী হোৱা ছোৱালীটীক পুনৰ বিয়া দিবলৈ পৰিয়ালৰ সকলোৰে একান্ত আগ্ৰহ। সেয়ে হলেও আগত প্ৰবল সামাজিক বাধাৰ হেঙাৰ।

এই সমস্যাৰ সমাধানৰ অৰ্থে কলিকতাত বঙ্গীয় ব্ৰাহ্মণ সমাজৰ এখন ডাঙৰ অধিবেশন আহূত হ'ল। সেই সভাত বিধবা-বিবাহৰ সপক্ষে আৰু বিপক্ষে তুমুল বিতৰ্ক চলিবলৈ ধৰিলে। এক পক্ষৰ মতে বিধবা-বিবাহ শাস্ত্ৰসিদ্ধ, আন পক্ষৰ মতে শাস্ত্ৰ-অসিদ্ধ। দুয়ো পক্ষই নিজৰ মতৰ ফালে যুক্তি দৰ্শাই শ্ৰুতি-স্মৃতি আদি নানা শাস্ত্ৰৰ পাত বখলাবখল কৰিবলৈ ধৰিলে। বহু পৰ বাদ-বিসম্বাদৰ অন্তত এটা ডাঙৰ সমস্যাই দেখা দিলে। বিধবা-বিবাহ বাৰু বৈধ বুলি সাব্যস্ত হলেই, ছোৱালীজনীক বিয়া দিব কোনে? পিতৃপক্ষই কুশ ছিঙি এবাৰ তাইৰ লগত সম্পৰ্ক ছেদ কৰিছে গতিকে তেওঁলোকৰ দ্বিতীয়বাৰ বিবাহ দিবৰ কোনো অধিকাৰ নাই। কন্যাৰ প্ৰথম স্বামীতো মৃতই। তেন্তে কন্যা-দাতা হব কোন? প্ৰশ্নটোৰ সহজ উত্তৰ বিচাৰি পোৱা নগ'ল।

মুখোপাধ্যায় পৰিয়ালৰপৰা নিমন্ত্ৰিত হৈ সেই সভাত অসমৰ পণ্ডিৎ এজনো উপস্থিত আছিল। তেওঁ দীঘল দাড়িকোছাত হাত ফুৰাই বুদ্ধি এটা উলিয়াই মাত লগালে—"মই ভাবোঁ, এই বিষয়ে চিন্তাৰ একো কাৰণ নাই। পিতৃপক্ষৰ বা স্বামীপক্ষৰ কন্যাৰ ওপৰত অধিকাৰ নেথাকিব পাৰে, কিন্তু কন্যাৰ সদায় নিজৰ ওপৰত অধিকাৰ আছে। তেওঁ নিজকে সম্প্ৰদান কৰাত একো বাধা থাকিব নোৱাৰে। তেওঁ নিজেই কন্যাদাত্ৰী হৈ দৰাৰ ওচৰত আত্মসমৰ্পণ কৰিলে মিতিৰো বয়, চাউলো সিজে।"

পণ্ডিৎজনৰ কথা শুনি সভাঘৰত জাউৰিয়ে জাউৰিয়ে হাতচাপৰি পৰিল। ব্ৰাহ্মণসমাজে 'ধন্যি আসামেৰ পণ্ডিৎ' বুলি তেওঁক সমৰ্থন জনালে। বিধবাবিবাহ অনুমোদিত হ'ল।

এইজনেই আছিল অসমৰ জনপ্ৰিয় সংস্কৃত-পণ্ডিৎ গোবীদত্ত

মিশ্ৰ বিদ্যাভূষণ এম-আৰ-এ-এছ। শিল্পী শ্ৰীহেমন্ত মিশ্ৰ এওঁৰ পুত্ৰ। মিশ্ৰ মহাশয়ৰ জিভাৰ আগতে সৰস্বতী। তেওঁ সংস্কৃত ভাষাৰে ফৰাফৰ বক্তৃতা দিয়ে। বাক্যবোৰৰ যতিহীন অবাৰিত গতি। সংস্কৃত শব্দৰ লগতে ইংৰাজী আৰু যান্ত্ৰিক শব্দও তেওঁ বিনা দ্বিধাই ব্যৱহাৰ কৰিছিল। আজিকালি নিতৌ পুৱা-গধূলি 'আকাশ-বাণী'য়ে পৰিবেশন কৰা সংস্কৃত-বাতৰিত নানা ভাষাৰ শব্দ মিহলি কৰা শুনি শুনি এইবোৰ সহজসিদ্ধ কথা যেন লগা হৈছে। কিন্তু সেই সময়ত মিশ্ৰ মহাশয়ৰ সংস্কৃত-ভাষণত সঘনে ব্যৱহৃত হোৱা যান্ত্ৰিক শব্দবাৰ শুনি কাণ টহটহাই গৈছিল আৰু লগতে হাঁহিৰ খোৰাকো পোৱা গৈছিল।

কলিকতা বিশ্ববিদ্যালয়ৰ কৰ্ণধাৰ মুখাৰ্জী পৰিয়ালৰ উপৰিও অসমৰ বৰচাহাব, সৰুচাহাব, মন্ত্ৰী, পালিমন্ত্ৰী সকলোৰে লগত মিশ্ৰদেৱৰ শঠামিতিৰ ভাব। কালৈকো কেৰেপ নকৰে, সকলোকে সংস্কৃত আশীৰ্বাদেৰে যোগ্যজনক পুতি পেলায়।

*

বহু বছৰ পিছৰ কথা। গুৱাহাটীৰ হেদায়েৎপুৰৰ কংগ্ৰেছ-চৌহদত অসম সাহিত্য-সভাৰ অধিবেশন। সভাপতি 'বনফুল'ৰ কবি যতীন্দ্ৰনাথ দুৱৰা। সভাপতিৰ মঞ্চত বহিছিল ৰঘুনাথ চৌধাৰী, অম্বিকাগিৰী ৰায়চৌধুৰী, বাণীবৰ ফুকন প্ৰমুখ্যে প্ৰাক্তন সভাপতিসকল। তেওঁলোকৰ মাজতে শাৰী পূৰাই বহিলগৈ দট়ীয়া মিশ্ৰ মহাশয়। নতুন পুৰুষে মিশ্ৰদেৱক চিনি নেপায়, মফিজুদ্দিন আহমদ হাজৰিকাকো চিনি নেপায়। তেওঁলোকে মিশ্ৰদেৱকে অসম সাহিত্য-সভাৰ প্ৰাক্তন সভাপতি, জ্ঞানমালিনী'ৰ কবি মৌলবী চাহাব বুলি ভাবি লৈছিল। ইয়াকে বোলে 'জালকে বুলিলে জকাই, আন্ধাৰেমুধাৰে চিনিব নোৱাৰি পৈয়েকক বুলিলে ককাই।'

————

# জে-বৰুৱাৰ সাধু

হাকিমি কৰা কালত জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়া 'জাবৰুৱা হাকিম' আখ্যাৰে সৰ্বসাধাৰণ ৰাইজৰ মাজত জনাজাত হৈ পৰিছিল। জে-বৰুৱা হাকিমে গুৰু দোষত লঘু দণ্ড বিহিছিল আৰু দোষীক সদায় নিম্নতম শাস্তি দিছিল। তেওঁ হেনো আছামীয়ে কন্দাকটা কৰি হাতে-ভৰিয়ে ধৰিলে জৰিমনাৰ ধন নিজৰ চোলাৰ মোনাৰ পৰাই উলিয়াই দিছিল। আৰ্ল ল কলেজৰ প্ৰিন্সিপেল হোৱাৰ পিছৰ পৰাহে তেওঁ জে-বৰুৱা চাহাব নামেৰে বিখ্যাৎ হৈছিল।

শ্ৰীজিতেন বুজৰবৰুৱাৰ টোকা-বহীত জে-বৰুৱাই নিজে কোৱা কথা এষাৰ এইদৰে লিপিবদ্ধ কৰা আছে—Tarun and myself learnt to drink in England। তৰুণ মানে তৰুণৰাম ফুকন। বৰুৱা চাহাবে আগছোৱাত নিয়মৰ ভিতৰতে থাকি সুৰাপান কৰিছিল কিন্তু মৰমৰ পত্নী লতিকা দেৱীৰ মৃত্যুৰ পিছত তেওঁ অত্যাধিক সুৰাপান কৰি হিয়াৰ আমঠু ক'লা পেলোৱা পত্নী-শোক পাহৰিবলৈ যত্ন কৰিছিল। দিনত শান্ত-সৌম্য মূৰ্তি, কিন্তু ৰাতি তেওঁ মাত্ৰাধিক সুৰাপান কৰি মতলীয়া হৈ পৰিছিল আৰু লাগবান্ধ নোহোৱা কথা কৈ চিঞৰবাখৰ কৰিছিল। লুইতৰ বাৰিষা আৰু খৰালিৰ দুটা ৰূপৰ দৰে তেওঁৰ দিনত এটা ৰূপ, ৰাতি এটা ৰূপ। আমি দিনৰ শান্ত সৌম্য ৰূপটোহে দেখা পাইছিলো। ৰাতিৰ বিবেকহীন ৰূপটো দেখা পাইছিল ছাত্ৰনিবাসত থকা ল কলেজীয়াসকলে। মোৰ ল কলেজৰ সহপাঠী শ্ৰীৰাধানাথ হাজৰিকাই এজন মহানুভৱ ব্যক্তিৰ এনে দুৰৱস্থা দেখি দুখ কৰি আমাৰ আগত কৈছিল—"জে-বৰুৱা চাহাব দিনত দেৱতা, ৰাতি অমানুহ।"

এইজন বম্‌ভোলা জে-বকৰা চাহাবৰ কেইটামান স'চা সাধু কবলৈ লৈছোঁ। ইয়াৰ মাজতে এই গৰাকী মহান ব্যক্তিৰ প্ৰকৃত চৰিত্ৰৰ কিছু আভাস পোৱা যাব।

(১)

১৯৩৭ চনত মোৰ বিয়া হৈছিল। বিয়াৰ নিমন্ত্ৰণী পত্ৰ যথাবিধি নিমন্ত্ৰিতসকললৈ পঠোৱা হৈছিল। কিন্তু আচৰিত কথা, জে-বকৰাৰ পৰা সেই নিমন্ত্ৰণৰ উত্তৰ পোৱা হ'ল চাৰি বছৰৰ পিছত। চিঠিখন পাই কাৰণ বিচাৰি অলপ বিমোৰত পৰিলোঁ। তেওঁ যি কোনো চিঠি পালেই তপতে তপতে উত্তৰ দিয়ে আৰু 'ব্ৰহ্মকৃপাহিকেৱলম' বুলি সকলো চিঠিৰ মোখনি মাৰে। তেন্তে মোৰ চিঠিখনৰ উত্তৰ পাবলৈ সুদীৰ্ঘ চাৰিবছৰ লাগিল কিয়? অলপ ভাবি ইয়াকে স্থিৰ কৰিলোঁ যে নিমন্ত্ৰণী চিঠিখন নিশ্চয় কোনো কিতাপৰ মাজত গাপ দি থোৱা হৈছিল আৰু চাৰিবছৰৰ মূৰত কিতাপৰ মাজত চিঠিখন পাই বিয়াৰ চন-তাৰিখ নোচোৱাকৈয়ে তেওঁ মোলৈ এজোলোকা আশীৰ্বাদ দি পঠা-ইছে। পলমকৈ পোৱা হলেও সেই আশীৰ্বাদ মোৰ মানত আছিল লাখটকীয়া।

(২)

আৰ্ল ল কলেজ-ভৱনৰ দক্ষিণফালে এজোপা পুৰণিকলীয়া মিঠা ঔটেঙাৰ গছ আছিল। তাৰে পৰা ঔটেঙা যাকে লাগে পাৰি বা বুটলি আনিলেই হয়। মই কলেজ এৰাৰ পিছত এদিন মোৰ লগুৱা এটাক ঔটেঙা আনিবলৈ পঠোৱা হৈছিল। "কাক ঔটেঙা লাগে" বুলি জে-বকৰাই সোধাত লগুৱাই মোৰ নামটো কলে। তেতিয়া তেওঁ লগুৱাক কৈছিল—"অতুল হাজৰিকাক কবাগৈ যে মই তেওঁক এই ঔটেঙাজোপা একেবাৰে দি দিছোঁ। যেতিয়াই লাগে মানুহ পঠাই ঔটেঙা পৰাই নিব পাৰিব। মই এই কলেজৰ পৰা গলেও তেওঁ আগলৈ ঔটেঙা নিব পাৰিব।"

এইজনেই আছিল ভলভলীয়া জে-বকৰা চাহাব। দুখৰ বিষয় আজি কেইবছৰমান আগতে সন্দিকৈ-ছাত্ৰীনিবাসে সপিণ্ডিকৰণ কৰাত পুৰণি স্মৃতিৰ সাক্ষী সেই ঔজোপাৰ বিধান মৰিল। জে-বকৰাই মৌখিক দানপত্ৰ কৰি দিছিল যদিও মোৰ হলে গছ-জোপাৰ দখল লোৱা নহ'ল। দাতাই দিছিল, বিধতাই নিদিলে।

( ৩ )

এদিন ৰাতিপুৱা বকৰাদেৱে তেওঁৰ কলেজৰ অফিচলৈ প্ৰথমতে গৈ দেখা পালে, মাটিত পৰি থকা এটা সৰু ল'ৰাৰ খোজ। সেই দেওল'ৰাৰ খোজটো দেখি বকৰা আনন্দতে অভিভূত হ'ল। সহকৰ্মী তীৰ্থনাথ ফুকন তালৈ যোৱাত তেওঁক সেই খোজটো দেখুৱাই জে-বকৰাই পৰম আনন্দ প্ৰকাশ কৰিলে আৰু কেনেকৈ সেই খোজটো মচা নেযোৱাকৈ ৰাখিব পাৰি সেই বিষয়ে আলোচনা কৰিলে। অলপ পিছতে বকৰাদেৱৰ আন এজন বন্ধু তালৈ আহিল। তেওঁকো সেই খোজটো দেখুৱাই সেই দিনটো তেওঁৰ পক্ষে কেনে শুভ আছিল জনালে। দুৰ্ভাগ্যবশতঃ বন্ধুজনে 'কিনো বৰ ডাঙৰ কথাটো' বুলি খোজটো ভৰিৰে মোহাৰি পেলালে। তেওঁৰ সেই নিমৰমিয়াল আৰু নিদাৰুণ কাৰ্য্য দেখি বকৰাচাহাব খঙতে অগ্নিশৰ্মা হৈ উঠিল। বন্ধুজনে বহু কৈ-মেলি তেওঁৰ মনত তেনেভাৱে আঘাত দিয়াৰ বাবে দুখ প্ৰকাশ কৰাতহে যেনিবা সেই দিনাৰ ঘটনা সিমানতে অন্ত পৰিল।

( ৪ )

আন এদিনৰ আৰু এটা ঘটনা। বকৰাদেৱৰ কলেজ অফিচতে এটা গোচৰ সুধিবলৈ হাকিম আহিব। সেই গোচৰৰ ফৰিয়াদী স্বয়ং বকৰাদেৱৰ পত্নী আৰু আছামী আন এজন মানুহ। গোচৰৰ প্ৰধান সাক্ষী তীৰ্থনাথ ফুকন। গোচৰ হোৱাৰ আগতে বকৰাচাহাবে ফুকনক একাষৰীয়াকৈ মাতি নি কলে,—"শুনক ফুকন, আপুনি মোৰ এজন ভলতীয়া কৰ্মচাৰী আৰু অন্তৰঙ্গ বন্ধু। সেই-

ন্যৰে মোৰ ভয় হৈছে যে আপুনি মোৰ তিৰোতাৰ সপক্ষেহে কব। মই আপোনাক দঢ়াই দঢ়াই কৈছোঁ, আপুনি যেন কেতিয়াও তেনে কাম নকৰে আৰু হুবহু সঁচাখিনিহে হাকিমৰ আগত প্ৰকাশ কৰে। এজন লোক যদি প্ৰকৃততে নিৰপৰাধী হয়, তেওঁ অনাহকত শাস্তি পোৱাটো মই বাঞ্ছা নকৰোঁ।" এই ঘটনাৰ পৰাই জে-বকৰা কেনে ন্যায়পৰায়ণ আৰু স্বাৰ্থহীন আছিল সেই কথা জানিব পাৰি।

( ৫ )

তেতিয়া আছিল বৃটিছৰ শাসন। জাতীয়তাবাদী সভা-সমিতি বা আন্দোলন কোনো প্ৰকাৰে সমৰ্থন কৰাটো চৰকাৰী চাক-ৰিয়ালৰ পক্ষে সম্ভৱ নাছিল। তেনে দিনতে এবাৰ বঙ্গদেশৰ জাতীয়তাবাদী চাৰণ কবি-মুকুন্দ দাসে তেওঁৰ যাত্ৰা-অভিনয়েৰে গুৱাহাটী নগৰ তল-ওপৰ লগাইছিল। সকলোকে স্তম্ভিত কৰি চৰকাৰী চাকৰিয়াল হৈও জে-বকৰাই তেওঁৰ ল কলেজ হাউলিতে মুকুন্দ দাসক গীতাভিনয় কৰিবলৈ দিহা কৰি দিলে। মুকুন্দ দাসৰ বিপ্লৱাত্মক জাতীয় গীতেৰে চৰকাৰী ল কলেজ প্ৰাঙ্গণ মুখৰিত হৈ উঠিল। তাৰে এখন অভিনয়ত এজন বিপ্লৱী শিল্পীয়ে বেহেলাত জাতীয় গীত 'বন্দে মাতৰম'ৰ সুৰ বজাইছিল। জাতীয় গীতৰ সেই সুৰ শুনি সভাত উপস্থিত থকা বেন্টিঙ্ক চাহাব পোনপ্ৰথ-মতে থিয় হয়। তেওঁক দেখিহে আনবোৰ দৰ্শকে পিছত থিয় দিছিল। পিছ দিনা জে-বকৰাই শ্ৰেণীত ছাত্ৰসকলক সেই ঘটনা উল্লেখ কৰি স্বাধীন দেশৰ চাহাবৰ মন আৰু আমাৰ মনৰ মাজত থকা পাৰ্থক্যৰ কথা বুজাই দিছিল।

( ৬ )

সেই সময়ত গুৱাহাটী আৰ্ল ল কলেজৰ প্ৰিন্সিপেলৰ কামৰপৰা অৱসৰ লৈ জে-বকৰা চাহাব আছিল পঞ্চবটী আশ্ৰমৰ কাষত সজাই লোৱা নিজা বাসভৱন 'অভিৰাম'ত। তেওঁৰ ঘৰৰ মুখৰ

আহিলে তেতিয়াৰ মন্ত্ৰী এজনে মটৰত অহাযোৱা কৰে। মন্ত্ৰীজন জে-বৰুৱা চাহাবৰ প্ৰাক্তন ছাত্ৰ। তেওঁক "হেল অমুক, হেল্ অমুক" বুলি নাম কাঢ়ি মাতি বৰুৱা চাহাবে মটৰ ৰখাবলৈ ইঙ্গিত দিয়ে—দুই এষাৰ কথা পাতিবলৈ। কৰ্মব্যস্ত মন্ত্ৰীৰ সময় নাই। তেওঁ মটৰ নৰখাই বেগেৰে গুচি যায়। বৰুৱা চাহাবে মনত বৰ বেজাৰ পায়। তেওঁ মন্ত্ৰীজনৰ অমাৰ্জিত আচৰণৰ কথা কৈ আমাৰ আগত দুখ প্ৰকাশ কৰিছিল।

লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ পুৰণি ঘৰ আছিল শিল পুখুৰীৰ পঞ্চবটী আশ্ৰমৰ পূবফালে সেই ঘৰ ভায়েক গণেশ বৰদলৈক এৰি দি উলুবাৰী অঞ্চলত নকৈ ঘৰ-দুৱাৰ সজাই লোকপ্ৰিয় বৰদলৈ থাকিবলৈ লোৱা অলপ দিন হৈছিল মাথোন। সেই ঘৰতে এক সৰ্বনশীয়া ৰাতি তেওঁ থিয়েটাৰ চাই আহি এটা নতুন দিনৰ আশা বুকুত বান্ধি শেতেলিত পৰিছিল। তেওঁৰ বাবে হলে সেই নতুন দিন নাহিল। মাজৰাতি তেওঁৰ আকস্মিকভাবে মৃত্যু হ'ল। ৰাতিপুৱা অসমবাসীৰ মূৰত বিনামেঘে বজ্ৰপাত হ'ল। গোটেই গুৱাহাটী নগৰতে হুৱাদুৱা লাগি পৰিল। উলুবাৰীত থকা লোকপ্ৰিয়ৰ বাসভৱনলৈ মানুহৰ লানি নিছিগা সোঁত ববলৈ ধৰিলে।

আগফালৰ এটা খোঁটালিত লোকপ্ৰিয়ক শান্তিৰ শেষ শয্যাত শুৱাই থোৱা হৈছিল। এজন দুজনকৈ মানুহ তালৈ শুদা ভৰিৰে গৈ প্ৰিয় নেতাজনক শেষশ্ৰদ্ধা জনাই আহিছিল। আনৰ লগতে জে-বৰুৱা চাহাবো তালৈ গৈছিল। তেওঁ যেতিয়া লোকপ্ৰিয়ক দৰ্শন কৰি বাহিৰ ওলাই আহিছিল, সেই মন্ত্ৰীজন বিপৰীত ফালৰ পৰা ভিতৰ সোমাবলৈ গৈছিল। পদূলিমুখত দুয়োৰো ভেট্‌টাভেটি হ'ল। মন্ত্ৰীজনে বৰুৱা চাহাবক গুড্ মৰ্ণিং বুলি হাতযোৰ কৰি নমস্কাৰ দিলে। সেই নমস্কাৰ গ্ৰহণ নকৰি বৰুৱা চাহাবে 'নো টাইম্, নো টাইম্' বুলি চিঞৰবাখৰ কৰি ওলাই গুচি আহিল।

পূৰ্বৰ ইতিবৃত্ত জনাবিলাকে বুজি পালে যে জে-বৰুৱা চাহাবে মন্ত্ৰী ডাঙৰীয়াক সেই দিনা চুঙা চাই সোপা দিলে। তেওঁ অনুৰোধ কৰা সত্বেও যিজন মন্ত্ৰীয়ে সময় নাই, বুলি তেওঁক অবজ্ঞা কৰি মটৰ চলাই গুচি গৈছিল, সেইজন মন্ত্ৰীৰ নমস্কাৰ গ্ৰহণ কৰিবলৈকো জে-বৰুৱা চাহাবৰ নো-টাইম্, নো-টাইম্। প্ৰাক্তন মন্ত্ৰী আৰু প্ৰাক্তন অধ্যক্ষ জে-বৰুৱা দুয়ো আজি স্বৰ্গত। মোৰ এই কাহিনী পঢ়িবলৈকো আজি তেওঁলোকৰ 'নো টাইম্'।

*　　*　　*

সঁচা সাধুৰ অন্তত অকমান সঁচা চাটনি দিছোঁ, পাঠকে চাকি চাওক। জে-বৰুৱা চাহাবে গলগলীয়া মাতেৰে ব্ৰহ্মপুৰাতে গোৱা ব্ৰহ্মসঙ্গীতে দীঘলীপুখুৰীৰ ইপাৰ--সিপাৰ ভেদি গৈছিল। পুহমহীয়া ডাঠ কুৰ্‌লিৰ আৱৰণ ফালি সেই উদাত্ত কণ্ঠস্বৰে বায়ুমণ্ডল তৰঙ্গায়িত কৰিছিল। অসমীয়াই হওক, বঙলাই হওক বা ইংৰাজীয়েই হওক তেওঁ প্ৰতিটো শব্দ শুদ্ধকৈ উচ্চাৰণ কৰিছিল আৰু আনকো তেনেকৈ শুদ্ধ ভাষাৰে, শুদ্ধ উচ্চাৰণেৰে কথা কবলৈ উপদেশ দিছিল। বাৰমিহলি ভাষা ব্যৱহাৰ কৰা শুনিলে তেওঁৰ খং উঠিছিল। তেওঁ কৈছিল, অসমীয়া কলে অসমীয়াৰ দৰে আৰু ইংৰাজী কলে চাহাবৰ দৰে শুদ্ধ ভাষাত কথা কব লাগে। বিশুদ্ধ অসমীয়া মাতকথাৰ তেওঁ বিশেষ পক্ষপাতী আছিল। তেওঁৰ মতে অসমীয়াই কয়, 'পৰ্বতীয়া গোসাঁই'। বঙালীয়ে কয়, 'পাহাড়ী সান্যাল'। তাতেই বুজিব লাগে 'পাহাড়' শব্দটো অসমীয়া নহয়। তেওঁ মাছ বেচা পোহাৰী বাইজনীকো আইতা বুলি মাতিছিল। ডাক্তৰ বৰুৱাৰ পত্নীক বুলিছিল ডাক্তৰনী আইদেউ। ল কলেজৰ 'লহঙা নাট'ৰ অভিনয়ত তেওঁ ডেকা ছাত্ৰবিলাকৰ লগতে নহয়, নিজৰ পুতেক মনোভিৰামৰ লগতো একেলগে ভাও দিছিল। তেওঁ হৈছিল বাপুৰাম পেস্কাৰ পুতেক মনো হৈছিল লহঙা ধুবুনী।

নকৰাই বুকুত কণী ৰখাৰ দৰে জে-বকৰাই প্ৰথম ভাণ্ডৰণৰ 'হেমকোষ' এখন বুকুত আতোলতোলকৈ ৰাখিছিল আৰু হেম বৰুৱাৰ আখৰজোঁটনিকে মানি চলিছিল। তেওঁৰ ঘৰত আলহী হৈ থকাৰ সময়ত হেনো কবিগুৰু ৰবীন্দ্ৰনাথে সেই 'হেমকোষ'ৰ পৰা তেওঁৰ মনত লগা বহুত সুৱলা অসমীয়া শব্দ বুটলি লৈ গৈছিল আৰু নিজৰ ৰচনাত সেইবোৰ ৰজিতা খুৱাই ব্যৱহাৰ কৰিছিল। বৰুৱাৰ 'হেম-কোষ'ত কবিগুৰুৱে আঁচিয়াই থোৱা শব্দবোৰলৈ মনোযোগ আৰ্কষণ কৰি তেওঁ আমাক কৈছিল, "বাবীৰ ঘাঁহেৰে গোহালিৰ গৰুৰ ৰাহি নাহে, সেয়েহে আমি এনেবোৰ শব্দ ব্যৱহাৰ কৰিবলৈ পাহৰি গৈছোঁ। কাহুদী-খাৰলি খাবা বোপাইঁত, কাহুদী-খাৰলি খাবা।"

----

## সংস্কৃতিৰ দেউলত গোপীনাথ

দেশভক্ত ফুকন আৰু কৰ্মবীৰ বৰদলৈৰ কাষতে অসমৰ ৰাজনীতিত লোকপ্ৰিয় গোপীনাথ বৰদলৈৰো স্থান। ৰাজনীতিয়ে তিনিওজনকে দেশবৰেণ্য নেতাৰ সম্মান দিছে। এইসকল নিশ্চয় বহুগুণী পুৰুষ আছিল। আনবোৰ গুণ ৰাজনীতিয়ে ঢল পেলা-লেও তেওঁলোকৰ সেইবোৰ গুণ বা বহুমুখী প্ৰতিভা উলাই কৰিব পৰা বিধৰ নাছিল। থপিয়াই থপিয়াই লোকপ্ৰিয় গোপীনাথৰ কথাকে কোৱা যাওক।

পিছত উকিল হৈছিল যদিও গোপীনাথে তেওঁৰ কৰ্মজীৱনৰ পাতনি মেলিছিল গুৱাহাটীৰ সোণাৰাম হাইস্কুলৰ প্ৰধান শিক্ষক হিচাপেহে। শিক্ষাৰ প্ৰতি তেওঁৰ সদায় অবিচলিত আস্থা আছিল। মুখ্যমন্ত্ৰীৰ গধুৰ বোজা—মূৰত তুলি লোৱা কালতো শিক্ষা-দপ্তৰটো তেওঁৰ হাতৰ মুঠিতে খামোচ মাৰি ধৰি আছিল। শিক্ষাৰ

অন্যতম অঙ্গ ক্ৰিয়া-কৌতুক। গোপীনাথ আৰু ছাব চৈয়দ চাহুল্লা এই হুয়োজন মুখ্যমন্ত্ৰী পাকৈত-ক্ৰিকেট-খেলুৱৈ আছিল। বৰদিন আৰু ইংৰাজী নৱবৰ্ষৰ দিনত এই হুয়োজন ক্ৰিকেটপ্ৰেমীয়ে গুৱাহাটীৰ চাহাব-একাদশৰ বিপক্ষে খেতবল কোবোৱা দৃশ্য জন-পথাৰত বহুতে উপভোগ কৰিছিল। লোকপ্ৰিয়ৰ মৃত্যুৰ পিছত তেওঁৰ স্মৃতিত 'বৰদলৈ-ট্ৰফী' সৃষ্টি হোৱাটো আনন্দৰ কথা। ই এক বীৰপূজাৰ নিদৰ্শন।

ৰাজনীতিত সক্ৰিয়ভাৱে লাগি অসহযোগ আন্দোলনত জঁপিয়াই পৰাৰ আগতে গোপীনাথক থিয়েটাৰ, খেল-ধেমালি আদিতো পোৱা গৈছিল। তেওঁ 'কামৰূপ নাট্যসমিতি'ত আৰু ইয়াৰ ঠেঙুলি 'অসম ক্লাব'ৰ নিয়মীয়া সদস্য আছিল। অসম ক্লাবত যোগ দি মোৰ দেউতাহঁতৰ লগত তেওঁ সদায় গধূলি তাচ খেলিছিল আৰু কামৰূপ নাট্যসমিতিৰ অভিনয়ত অভিনেতা হৈ মঞ্চত উঠিছিল। 'চন্দ্ৰগুপ্ত'ত আলেকজেণ্ডাৰ, 'চন্দ্ৰাৱলী'ত জনাৰ্দন আৰু 'পাৰ্থ-পৰাজয়'ত মহাদেৱ (বেতাল ?) হৈ গীত গাই গাই মঞ্চলৈ সোমাই অহা দৃশ্য আজিও মোৰ মনত পৰে। পিছৰ কৰ্মব্যস্ত জীৱনৰ মাজতো চোঁতে খৰ মাৰি তেওঁক কুমাৰ ভাস্কৰত অভিনয় চোৱা দেখা পাইছিলোঁ। আনকি মৃত্যুৰ আগবাতিও তেওঁ সপৰিয়ালে ডাঃ ভুবনেশ্বৰ বৰুৱাৰ লগত কুমাৰ ভাস্কৰত 'প্ৰতিবাদ' নাটকৰ অভিনয় উপভোগ কৰি গৈছিল।

বৰদলৈদেৱৰ চিকাৰ আৰু সাহিত্য-প্ৰতিভাও মুই কৰিব নোৱাৰি। ৰাজনীতিত সক্ৰিয়ভাৱে লেটি লোৱাৰ আগতে তেওঁ মাজেসময়ে দেশভক্ত ফুকনৰ লগত আৰু কেতিয়াবা অকলে অৱসৰ-বিনোদনৰ বাবে বন্দুক লৈ চিকাৰলৈ ওলাই গৈছিল। সেই সময়ৰে এদিন তেওঁ বোন্দাৰ হাবিত চিকাৰ কৰিবলৈ গৈছিল। এই বোন্দাতে এতিয়া হৈছে গুৱাহাটীৰ শোধনাগাৰ-নগৰ। এই ঠায়েই আছিল বিহগী-কবিৰ 'কেতেকী'জনীৰ ওপজা ঠাই—

বীৰকুছি গাঁৱৰ খেতিৰ পামঘৰ। সেই দিনা বৰদলৈ ডাঙৰীয়া চিকাৰ কৰি আহি কবিৰ পামঘৰত সোমালহি। কবি চৌধাৰী গুৱাহাটীলৈ অহাত বৰদলৈয়ে তেওঁক লগ নেপালে। ক্ষন্তেক সময় তেওঁ চোতালত থিয় দি ৰ'ল। হঠাতে বিহগী-কবিৰ কবিখেতি-ডৰালৈ চকু পৰাত বৰদলৈ একেবাৰে বিস্ময়াভিভূত হৈ পৰিল। কবিৰ খেতিৰ কাষলৈ এখন বেঞ্চি নিয়াই তাতে তেওঁ বহি ললে আৰু আধাঘণ্টামান সময় অপলকনেত্ৰে জকমকাই থকা কবিবোৰ চাবলৈ ধৰিলে। চাই চাই তেওঁৰ যেন হেঁপাহ নপলোৱা হ'ল। অন্ধকাৰে সেই মনোৰম দৃশ্য ঢাকি পেলোৱাতহে তেওঁ মুখআন্ধাৰি লগাৰ পিছত ঘৰলৈ উলটি আহিছিল।

পিছ দিনা বিহগী-কবিলৈ তেওঁ এখন চিঠি লিখি পঠাই দিছিল এইদৰে লিখি ঃ "প্ৰিয় চৌধাৰী! আগতে মই ভাবিছিলো, আপুনি কবিতা লিখে। কালি আবেলি আপোনাৰ পামলৈ গৈ বুজিলোঁ—আপুনি অকল কবিতাকে নিলিখে, কবিতা সৃষ্টিও কৰে। শাৰীয়ে শাৰীয়ে ৬।৭ হাজাৰ বন্ধাকবি, ফুলকবিৰ সৌন্দৰ্য্য, পূবে-পশ্চিমে হালধীয়া, ৰঙা, নীলা ফুলেৰে সুশোভিত চামে চামে মটৰমাহ, বতাহত ঢৌ খেলি থকা সৰিয়হৰ ফুলৰ অনুপম ৰূপৰাশি মই বিমোহিত হৈ উপভোগ কৰিলোঁ। ক্ষন্তেকৰ বাবে পাহৰি গৈছিলোঁ, মই ক'ত আছোঁ—ইন্দ্ৰৰ নন্দনকাননত নে মৰ্ত্ত্যৰ কোনো দেৱাঙ্গ ফুলনিত,......।" সাপেহে সাপৰ ঠেং দেখা পায়। গোপীনাথে ৰঘুনাথলৈ লিখা চিঠিৰ এই কথা কেইশাৰীতে তেওঁৰ অন্তৰ্নিহিত সুপ্ত কবি-প্ৰতিভাৰ উমান পোৱা নেযায় নে বাৰু?

তেওঁ সন্দিকৈদেৱৰ সভাপতিত্বত গুৱাহাটীত অনুষ্ঠিত অসম সাহিত্য সভাৰ আদৰণী সমিতিৰ সভাপতিত্বও কৰিছিল নামতো, কামতো। তেওঁ নিজাকৈ কেইখনমান পুথিও ৰচনা কৰিছিল। তাৰে খনচেৰেক হাতেলিখা অবস্থাতে থোলা হল, খনচেৰেকে ছপাৰ মুখ দেখা পাইছে। 'বুদ্ধদেৱ' নামৰ কিতাপখন মই ভদাৰক কৰি

ছপাই দিছিলোঁ। তেতিয়া তেওঁ মুখ্যমন্ত্ৰী। মনত পৰে 'বুদ্ধদেৱ' ছপাশালৰ পৰা বাহিৰ ওলাই অহাৰ পিছতে দহখন কিতাপ নি গ্ৰন্থকাৰৰ হাতত দিছিলোঁগৈ। সেই সময়ত বৰদলৈৰ বুলনি-চ'ৰাত দহ-বাৰজনমানে মোচাহেবি কৰি আছিল। বৰদলৈ প্ৰণীত কিতাপখন দেখা পাই তেওঁলোকৰ মনত যে কি ভালৰিলগোৱা আনন্দ! দুজনমানে চোলাৰ মোনাৰ পৰা ধন উলিয়াই কিতাপখন তপতে তপতে কিনি ললেই। পেটে পেটে মোৰ হাঁহি উঠিছিল। এইবোৰ সাহিত্যপ্ৰেম নে মন্ত্ৰীপ্ৰেম?

গোপীনাথ-শশীকান্তৰ এটা সঁচা সাধুৰে আলচৰ মোখনি মৰা যাওক। লোকপ্ৰিয় বৰদলৈ, সঙ্গীতজ্ঞ শশীকান্ত গোস্বামীৰ দৰে থিয়েটাৰপ্ৰেমী আৰু সঙ্গীতপ্ৰেমী আছিল। গোপীনাথেও বৰগীত গাইছিল, বেহেলা বজাইছিল আৰু গোস্বামীৰ দৰে শাস্ত্ৰীয় সঙ্গীতৰ চমজদাৰ আছিল। শাস্ত্ৰীয় সঙ্গীতৰ যোগেদি তেওঁলোকৰ বন্ধুত্ব গাঢ় হৈছিল। গুৱাহাটীত য'তে সঙ্গীতৰ 'আছৰ' বহে, ডাঙৰ ওস্তাদ আহে, তালৈ শশী গোস্বামী যাবই যাব। এবাৰ ৺তিলক দাসৰ ঘৰত অনুষ্ঠিত হবলগীয়া সঙ্গীত-আছৰলৈ যাব বুলি গোপীনাথে শশীকান্তলৈ আগতীয়া বতৰা দি পঠালে। ইয়াকো জনালে বোলে তেওঁ আছৰলৈ গোপীনাথ হৈহে যাব, মুখ্যমন্ত্ৰী হৈ নেযায়। কথাটো যেন গুপুতে ৰখা হয়। গোসাঁয়ে বতৰাটোৰ মৰ্ম বুজি সেইমতে কাম কৰিলে আৰু আনকি আছৰৰ মালিক তিলক দাসকো কোনো কথা জানিবলৈ নিদিলে। তেওঁ জানিছিল যে পুলিচৰ কুকুৰে চোৰৰ গোন্ধ পোৱাৰ দৰে বিশেষ এচাম মানুহে বহু দূৰৰ পৰাই মন্ত্ৰীৰ গোন্ধ পায়। এইবোৰ মানুহে গাত বৰমাখিৰ দৰে লাগি থাকি মন্ত্ৰীক শান্তিৰে খাব-শুবলৈকো সুবিধা নিদিয়ে।

যি কি নহওক, আছৰ চলি থাকোঁতে সাধাৰণ সাজেৰে (মূৰত গান্ধী-টুপীটোও নোহোৱাকৈ) লোকপ্ৰিয় বৰদলৈ আহিল।

তেওঁ সমজুৰাসকলৰ মাজত সোমাই লেপেটা কাটি দলিচাৰ ওপৰত বহিলগৈ। আছৰ শেষ হোৱাত তেওঁ উঠি গুচি গ'ল। মন্ত্ৰী যোৱা বুলি গোস্বামীৰ তৎপৰতাত কোনেও হৈচৈ কৰিবলৈ সুবিধাকে নেপালে।

এইদৰে ৰাজনীতিৰ উপৰিও সাহিত্য-সংস্কৃতিৰ দেউলৰ বিভিন্ন দিশত গোপীনাথক দেখা পোৱা গৈছিল।



## নামঘৰত মহাত্মা

"সবৰমতীৰ সেই প্ৰিয় তপোবন
হেলাৰঙে কৰি বিসৰ্জন,
উচ্চাৰিছে মহাত্মাই মহামন্ত্ৰ আজি
হৰিজন নৰনাৰায়ণ।" (কৌমুদী)

এই মহামন্ত্ৰৰ বাণী প্ৰচাৰ কৰিবলৈ মহামানৱ মহাত্মা গান্ধী অসমলৈকো আহিছিল। এয়া ১৯৩৪ চনৰ কথা। বাপুজী তেতিয়া উজনি অসমত ভ্ৰমণৰত। ছেগ চাই কঠীয়া পাৰোঁ বুলি যোৰহাটৰ একাংশ ৰাইজে তেওঁলোকৰ হৰিজন-নামঘৰটো মুকলি কৰিবলৈ মহাত্মাক আহ্বান জনালে। মহাত্মাই তৌতে খৰ মাৰি নামঘৰৰ দুৱাৰ মেলিবলৈ সন্মত হ'ল। সেই নামঘৰটো আছিল ন-আলিৰপৰা পোখা মেলা ৰোহিণীকান্ত হাতীবৰুৱা আলিৰ কাষত। নামঘৰৰ সেই সময়ৰ সম্পাদক আছিল মৌলিক অসমীয়া ভাষাৰ বিচাৰক, "ভীমদৰ্পৰ নাট্যকাৰ দেৱানন্দ ভঁৰালী ডাঙৰীয়া। নামঘৰটোৰ ভেটি ওখ আৰু আহলবহল; কিন্তু তেতিয়াও ইয়াৰ নিৰ্মাণ কাৰ্য্য আধৰুৱা হৈ আছিল। মহাত্মাজীক দুৱাৰ মুকলি কৰিবলৈ মতা হৈছিল

যদিও মাজমূৰত শিয়ালৰ শিঙেই নাই অৰ্থাৎ নামঘৰৰ বেৰ-দুৱাৰ একো নাই। দুৱাৰ মুকলি কাৰ হয় কেনেকৈ ? অভাৱেই আৱিষ্কাৰৰ মূল। সন্ধিৰ বাঁহ বুদ্ধিৰে কাটোঁ। বুলি সম্পাদক ভঁৰালীয়ে নামঘৰৰ পশ্চিমফালৰ উত্তৰ আৰু দক্ষিণে থকা খুটা দুটাত এডাল জৰী বান্ধিলে। সেই জৰীত কেইখনমান থৈলাৰ কাপোৰ আনি ওলোমাই ৰাখিলে। ভাবিলে—বেৰ হ'ল, মাজেদি ভিতৰ সোমোৱা বাটো হ'ল। দৃশ্যটো কিন্তু থৈলা আঁৰি থোৱা কোনো কোনো মহাজনৰ দালানঘৰৰ দৰে আপচু হ'ল। ইতিমধ্যে মহাত্মাক চাবলৈ অনেক দৰ্শক-দৰ্শিকাৰ সমাবেশ হ'ল। সেই দিনা যোৰহাটত 'কুণ্ডিলৰ নৰ-নাৰী, এৰিলন্ত ঘৰ-বাৰী' এনে অৱস্থা হ'ল। চাহাবভক্ত আৰু কংগ্ৰেছবিৰক্তসকলৰ বাহিৰে ৰাইজ ভাগি আহিল।

শ্ৰীকমলেশ্বৰ চলিহাও আহিল। নামঘৰত থৈলা কাপোৰৰ অকবিসুলভ কাৰুকাৰ্য্য দেখি চেঙেলীয়া 'কচ'-কবিৰ প্ৰাণত আঘাত লাগিল। তেওঁ ভাবিলে, বাপুজীয়ে মিলত তৈয়াৰী এই লেতেৰা থৈলা কাপোৰৰ আৰ্ট কেতিয়াও ভাল নেপায়। এঠাইৰপৰা কেইখনমান খদৰৰ পৰ্দা বা চুৰিয়া ধাৰলৈ আনি আঁৰি দিয়া হলেই দেখোন সমস্যাৰ সহজ সমাধান হ'লহেঁতেন। পিছে এতিয়া ভুকুতে কলটো পকাব নোৱাৰি। মুখেৰে বিৰক্তিৰ ভাব প্ৰকাশ নকৰি তেওঁ থৈলাকাপোৰ কেইখন আঁতৰাই আনি কলে—"মই ইয়াতকৈ ভাল ব্যৱস্থা কৰিম।" ভঁৰালীয়ে কথাটো বেছি দূৰলৈ টলকি চোৱা নাছিল হবপায়। চলিহাই মুৰামুৰি সময়ত আহি উভহা উলিওৱাত তেওঁ বেয়া পাইছিল নিশ্চয়। মুখেৰে সেই ভাব প্ৰকাশ নকৰি তেওঁ ভাবিছিল, দেখাই যাওক-চোন ক'ৰ পানী কলৈ যায়।

চলিহাই ইতিমধ্যে মনৰ ভিতৰতে সহজ বুদ্ধি এটা আউটি উলিয়ালে। ওচৰতে থকা শ্ৰীলীলাপ্ৰসাদ চলিহাৰ ফুলবাৰীত বঙা মহাত্মাজীক দুৱাৰ মুকলি কৰিবলৈ মতা হৈছিল যদিও

গোলাপ আৰু ব'গা গোলাপবোৰে মোক তোলে, মোক তোলকৈ জকমকাই ফুলি আছিল। তেওঁ তাৰে পৰা কেইপাহমান গোলাপ ছিঙি আনিলেগৈ। হাতে-কটা সূতাৰ জৰী এডালো বিচাৰি আনিলে। তেওঁ দেখুৱাই দিয়ামতে মহাত্মাক চাবলৈ যোৱা ছোৱালীহঁতে জৰীডালত এপাহ এপাহকৈ ফুলবোৰ বান্ধি দিলে। জৰীডাল এধাৰ দীঘল ফুলৰ মালা হ'ল। মালাধাৰ নামঘৰৰ দুমূৰৰ খুটাত বান্ধি ৰখা হ'ল। মালা ওলোমাই দিয়াৰ পিছতে তাত উপস্থিত হ'লহি দানবীৰ ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া। তেখেতে মালাৰ কাষত থিয় হৈ সুধিলে—“মানুহ কেনেকৈ ভিতৰ সোমাবহে? জৰীডাল ইমান চাপৰকৈ বান্ধিছা কিয়—মোৰেই দেখোন ক'কালত লাগি ৰৈছে।” চলিহাই মাত লগালে—“নহয় ছাৰ, জৰীডাল তেনেকৈয়ে বন্ধা হৈছে। মহাত্মা আহি সূতাডাল ছিঙি দিলেই দুৱাৰ মুকলি হব, ভিতৰলৈ সোমাৱাৰ বাটো ওলাব।” সন্দিকৈ ডাঙৰীয়াই কথাটো বুজি পাই “হয় নেকি” বুলি পকা গোঁফকোছাৰ তলত সন্তোষৰ হাঁহি এটা মাৰিলে।

নিৰ্দিষ্ট সময়ত মহাত্মা গান্ধী আহিল, লগত জনচেৰেক সাঙ্গপাঙ্গ। মহুৱাখালৰ সাঁকোখন খোজ কাঢ়ি পাৰ হৈ আহি তেওঁ নামঘৰৰ পদূলিত পোতা কলপুলিৰ তলত থিয় হ'ল। তাতে নামঘৰীয়া আদৰণী-পৰ্ব সমাপ্ত হোৱাত মহাত্মা পোনে পোনে নামঘৰৰ ফালে আগবাঢ়ি গ'ল। তেওঁ যাৰ কাষেদি গৈছিল সেয়ে গা জুৰ পেলোৱা দৈবাশক্তিৰ শীতল শিহৰণ অনুভৱ কৰিলে। কোনেও একো কবলৈকে আৱশ্যক নহ'ল। মহাত্মাই ভেটিৰ তলত ভৰিৰ ফানতি-যোৰ সোলোকাই থৈ দুৱাৰমুখলৈ গৈ ফুলৰ জৰীডাল ছিঙি এটা মাথোন শব্দ উচ্চাৰণ কৰিলে ‘ওপে'ন্' অৰ্থাৎ ‘দুৱাৰ মুকলি হ'ল। তাৰ পিছত তেওঁ থাপনাৰ ফালে আগবাঢ়ি গ'ল। লগে লগে সমজুৱা ৰাইজো গ'ল। শৰাইত ফুলাম গামোচাৰে ঢাকি থোৱা পুথিখন হাতত তুলি লৈ মহাত্মাই কলে—“এইখন পাঁচশ বছৰ আগতে

ৰচনা কৰা ধৰ্মপুথি। আজিও ইয়াৰ মহিমা অটুট আছে। আজিৰ পৰা এই নামঘৰত সকলো মানুহৰ সমান অধিকাৰ।” এইদৰে চমু ভাষণ এটা দি তেওঁ প্ৰত্যাবৰ্তন কৰিলে।

সেই সময়ত মহাত্মাৰ ফানতি চুপাতহে অকলশৰীয়াভাৱে নামঘৰৰ চোতালত পৰি আছিল। বাকী কোনেও পাচুকা খুলি ভিতৰত সোমোৱাৰ কথা ভৰা নাছিল। সেই কাৰণে একমাত্ৰ মহাত্মাৰ পদধূলি লবলৈ নামঘৰৰ মজিয়াৰহে সৌভাগ্য হৈছিল।

যোৰহাট গীতাৰ্থী সমাজ

মহাত্মাই তেওঁৰ ভাষণত সমূহীয়া সাৰ্বজনীন প্ৰাৰ্থনাৰ কথা উল্লেখ কৰিছিল। সেই মহাবাণীৰ মৰ্ম উপলব্ধি কৰিয়েই যোৰহাটত গীতাৰ্থী সমাজৰ জন্ম হৈছিল। জন্মদাতা আছিল শ্ৰীধীৰেশ্বৰ ভট্টাচাৰ্য্য আৰু শ্ৰীকমলেশ্বৰ চলিহা। চলিহাই পিছত এৰা দিলে কিন্তু ভট্টাচাৰ্য্যই আজি পৰিমিত এই অনুষ্ঠানৰ বন্তিগছত নিয়মিতভাৱে তেল-শলিতা দি আছে।



# আউনিআটিৰ নিৰ্মালি

## (১)

মোৰ জীৱনত তিনিজনা আউনিআটিৰ সত্ৰাধিকাৰৰ স্মৃতি নজহা-নপমা হৈ আছে। প্ৰথমটো মোৰ ওপজাৰ পিছৰ কথা। সেই সময়ত কোনো কোনো সত্ৰাধিকাৰ গুৱাহাটীলৈ আহি মাজে-সময়ে লুইতৰ বালিত বাহৰ পাতি আছিল আৰু শিচ বা বিশিষ্ট নাগৰিকসকলক দৰ্শন দি ধৰ্মীয় বিষয়ে আলাপ-আলোচনা কৰিছিল,

নিৰ্মালি দিছিল। তেৰাসকলে খাটোলাত উঠি গায়নে-বায়নে চহৰ পৰিভ্ৰমণ কৰিছিল। আউনিআটীয়া গোসাঁইৰ তেনে এটি ভ্ৰমণৰ সুফল এই নিঃকিনেও লাভ কৰিছিল অপ্ৰত্যাশিতভাৱে। গোসাঁইজনা আছিল সেই সময়ৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীকমলদেৱ গোস্বামী। মই তেতিয়া পানীকেচুৱা। এজনী ধাইবায়ে দুলাল চৌধাৰীৰ চাৰি-আলিত থিয় হৈ মোক কোলাত লৈ গোসাঁই-ঈশ্বৰক দৰ্শন কৰিবলৈ বৈ আছিল। অলেখ বাটৰুৱা দৰ্শক। যথা সময়ত গায়ন-বায়নৰ মাজত প্ৰভু আহি সেইখিনি পালে। খাটোলাৰ ওপৰৰপৰাই তেৰাৰ সুদৃষ্টি মোৰ ওপৰত পৰাত এধাৰ তুলসীৰ মালা মোৰ ফালে দলিয়াই দি গুচি গ'ল। মালাধাৰ বোলে মোৰ মুখৰ ওপৰতে পৰিছিল। দেখোঁতাসকলে বোলে মোৰ সৌভাগ্য দেখি অৰ্থাৎ তেনেভাৱে গোসাঁইঈশ্বৰৰ নিৰ্মালি লাভ কৰা দেখি কেঁচুৱাটি বৰ ভাগ্যৱান হব বুলি কোৱাকুই কৰিছিল।

এই কথা মোৰ মাতৃদেৱীৰ মুখৰপৰা শুনিছিলো। তেওঁ মৰাৰ দিনৰ আগলৈকে মাজে মাজে মোক এই কথা সোঁৱৰাই দি গৌৰৱ অনুভৱ কৰিছিল।

(২)

দ্বিতীয়টো স্মৃতি বৰ্তমান সত্ৰাধিকাৰ শ্ৰীশ্ৰীহেমচন্দ্ৰ গোস্বামী প্ৰভুৰ। এইজনা গোসাঁইঈশ্বৰৰ মূৰত পাগুৰি, গাত খনিয়া কাপোৰ, কপালত চন্দনৰ ফোঁট—ওখপাখ, গদাধৰী বপু। দেখিলেই মনটো ভাল লাগি যায়। পাঞ্জাবীবিলাকৰ মূৰত পাগুৰি থকাৰ দৰে পুৰণি অসমীয়া ডা-ডাঙৰীয়া আৰু সন্ত-মহন্তসকলৰ প্ৰায়বিলাকৰ মূৰতে এসময়ত একোটা পাগুৰি আছিল। সম্প্ৰতি গৈথৈ যি তিনিটা পাগুৰিহে বাকী ৰৈছেগৈ। দুটা যোৰহাটত, এটা নগাৱত—যথাক্ৰমে শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত, শ্ৰীমোহনচন্দ্ৰ মহন্ত আৰু শ্ৰীমহেশচন্দ্ৰ গোস্বামীৰ মূৰত। তাৰ

আগতে দেখা আৰু দুটা পাটৰ পাগুৰিলৈ মোৰ মনত পৰে। এটা আছিল হেডমাষ্টৰ ৰামেশ্বৰ বৰুৱাৰ আৰু আনটো আছিল ৰংপুৰীয়া হৰেশচন্দ্ৰ ৰাজখোৱাৰ মূৰত। এতিয়া পাগুৰিৰ কথা এৰি আকৌ সত্ৰৰ কথালৈ আহোঁ।

আউনিআটি সত্ৰৰ নামঘৰপ্ৰতিষ্ঠা, পালনাম আৰু ভাওনা চাবলৈ মই উত্তৰ গুৱাহাটীৰ সত্ৰলৈ কেবাবাৰো গৈছিলোঁ। ভাওনা দিনত হৈছিল, মাইকীমানুহৰ সুবিধাৰ বাবে। ৰাতি মাইকীমানুহক সত্ৰৰ চৌহদত সোমাবলৈ দিয়া নহয়। সত্ৰৰ এনে অনুশাসন সজ উদ্দেশ্যেৰেই কৰা হৈছিল বুলি বিশ্বাস। ভাওনাৰ নাট আছিল স্বয়ং সত্ৰাধিকাৰৰ। নাটখনৰ নামটো পাহৰিলোঁ। একেজনা সত্ৰাধিকাৰৰ ৰচিত 'দ্ৰৌপদীৰ সয়ম্বৰ' নাটৰ ভাওনা গুৱাহাটীৰ উজানবজাৰ ৰাজহুৱা পূজাঘৰত দেখা পাইছিলো। হাজাৰ-বিজাৰ ৰাইজে অলপো হাই-উৰুমি নকৰাকৈ সেই ভাওনা উপভোগ কৰিছিল। শ্ৰীশ্ৰীহেমচন্দ্ৰ গোস্বামী এগৰাকী কৃতী সত্ৰীয়া নাট্যকাৰো।

.. অধিকাৰজনা সদালাপী, সুপণ্ডিৎ। এবাৰ তেওঁ কথা-প্ৰসঙ্গত মোৰ আগত ৰেকত কৰিছিল "হাজৰিকা, গুৱাহাটী অনাতাঁৰ কেন্দ্ৰই নিজৰ নামটো 'আকাছবাণী' বুলি ঘোষণা কৰা শুনিলে আমাৰ প্ৰাণত বৰ আঘাত লাগে। এই কেন্দ্ৰটো আমাৰ অসমৰ নহয় জানো ? কোন অসমীয়া মানুহে 'আকাছবাণী' বুলি উচ্চাৰণ কৰে ?" এই তাৎপৰ্য্যপূৰ্ণ কথাষাৰে মোৰো অন্তৰ স্পৰ্শ কৰিছিল আৰু গোসাঁইজনাৰ স্বদেশানুৰাগৰ পৰিচয় পাই বিমুগ্ধ হৈছিলোঁ। সেই সময়ত মই গুৱাহাটীৰ অনাতাঁৰ কেন্দ্ৰৰ অন্যতম উপদেষ্টা আছিলোঁ। কথাটো যথা সময়ত যথা স্থানত উলিয়াই 'আকাছবাণী' আকাশবাণী হব লাগে বুলি মোৰ মত দাঙি ধৰিছিলো। কিন্তু গালোঁ বালোঁ খোলাকটীৰ তাল, কল নধৰিলে।

সঞ্চালক মহাশয়ে কথাটোৰ মোৰ আনফালে ঘূৰাই দিলে। প্ৰভুভক্ত অনাতাঁৰ-দেৱতাই দিল্লীৰপৰা 'ছিগনেল' নেপালে নিজাকৈ কাম কৰিবলৈ টান পায়।

সুখৰ বিষয় তাৰ বহু বছৰৰ পিছত কিবা পাকচক্ৰত পৰি 'আকাছবাণী' এতিয়া 'আকাশবাণী' হৈছে। শেষ ভালেই সকলো ভাল।

( ৩ )

তৃতীয়টো স্মৃতি বৰ্তমান ডেকাঅধিকাৰ শ্ৰীশ্ৰীবিষ্ণুচন্দ্ৰ গোস্বামীদেৱৰ লগত দৰ্শন-প্ৰসঙ্গ। এইজনা অধিকাৰে মোক নাট্যকাৰ হিচাপে বিশেষ সুদৃষ্টিৰে চায়। তেৰাই মোক কেবাবাৰো উত্তৰগুৱাহাটী সত্ৰলৈ মতাই নি নানা বিষয়ে আলাপ-আলোচনা কৰিছিল। আলোচনাৰ ঘাই বিষয়বস্তু নাট আৰু অভিনয়। জানিবলৈ তেওঁৰ বৰ আগ্ৰহ। এবাৰ অনাতাঁৰত মোৰ 'স্বৰ্ণলঙ্কা'ৰ (শ্ৰীৰামচন্দ্ৰ) অভিনয় শুনি তেওঁ মোক অভিনন্দন জনাই কৈছিল— "আমি এনে অভিনয় শুনিবলৈহে বাঞ্ছা কৰোঁ। ভুকুকাত হাতী ভৰোৱাৰ দৰে গোটেইখন ৰামায়ণেই এই নাটত আছে"। অপ্ৰত্যাশিত ভাৱে প্ৰভুৰপৰা এনে আশীৰ্বাদ-নিৰ্মালি পাই কৃতাৰ্থ হৈছিলোঁ।

তাৰ কেইদিনমান পিছত নিমন্ত্ৰণ পাই ভকত এজনৰ শ্ৰাদ্ধ খাবলৈ সত্ৰলৈ গৈছিলোঁ। সেই ভকতজন আছিল বৰ ভাগ্যৱান। ৰাতিপুৱা লুইতত গা তিয়াই একলহ পানী লৈ আহিছিল। বহাত সোমাবলৈ সময় নহওঁতেই। অধিকাৰৰ ভৰিতে মূৰটো থৈ ক্ষন্তেকতে তেওঁ প্ৰাণত্যাগ কৰিলে। সি যি নহওক, ভকতৰ শ্ৰাদ্ধ উপলক্ষে সত্ৰলৈ গৈ অধিকাৰক দৰ্শন কৰিলোঁ। মাজুলীৰ আউনিআটি মূলসত্ৰৰপৰা অহা খমাদৈৰে এপেট জলপান খাই উলটি আহিলোঁ।

আজি প্ৰায় এযুগৰ আগৰ কথা। ডেকা অধিকাৰজনায়ো

মোৰ দৰে চকুৰ অসুখত জুলুকি জুলুকি ভুগিছে। চকুৰ অসুখৰ বাবে তেৰা আৰু মই ডিবুকৰ অসম মেডিকেল কলেজত কেইদিনমান সহযোগী হৈ আছিলোঁ। সেই কলেজত আছুতীয়াকৈ সজা চকুৰ হাস্পতালখনত থাকি ভাল লাগে। নানাবিধ ৰোগৰ করুণ পৰিবেশ তাত নাই বুলিলেই হয়। ডেকাঅধিকাৰ আছিল ভকতবৃন্দৰ লগত ওপৰ মহলাত। মই আছিলোঁ সপত্নীক তলমহলাৰ এটা ভেৰোণীয়া খোঁটালিত। ৰাতি প্ৰভুৱে ওপৰ মহলাত ভকত-বৃন্দৰ লগত নাম-কীৰ্তন কৰে, সুললিত সুৰে নামঘোষা গায়। গোটেই চৌহদটোত এটা শান্তিৰ পৰিবেশ সৃষ্টি হয়। শুনি বৰ ভাল লাগিছিল।

প্ৰভুৱে তলৰ মুকলি ঠাই এডোখৰত আঁৰ-বেৰ দি লৈছিল ৰন্ধন-কাৰ্য্যৰ বাবে। তেৰাই নিজহাতে ৰান্ধি দিয়া অন্ন-ব্যঞ্জন ভোজন কৰিবলৈকো মোৰ আৰু মোৰ পত্নীৰ সৌভাগ্য হৈছিল। নিৰামিষ সাধাৰণ আহাৰ। তৃপ্তিৰে খাইছিলোঁ। খাই ইমান ভাল লাগিছিল যে তাৰ সোৱাদ আজি ইমান বছৰৰ পিছতো আমাৰ জিভাত লাগি আছে।

•• এই সকলোবোৰেই মোৰ পক্ষে শ্ৰীশ্ৰীআউনিআটিৰ নিৰ্মালি আৰু প্ৰসাদ।

——

# পাঁচখন যুদ্ধৰ ৰেঙনি

( ১ )

ইংৰাজ আমোলত দুখন মহাসমৰ আৰু দেশী আমোলত তিনিখন সীমা ঠেলা যুদ্ধ দেখা পোৱাৰ দুৰ্ভাগ্য মোৰ জীৱনত ঘটিছে। ১৯১৪ চনৰ মহাসমৰত মই আছিলোঁ চেমনীয়া ল'ৰা। তেতিয়াৰ বহু স্মৃতি আজিও মোৰ মনত আছে অৱশ্যে ধূঁৱলিকুঁৱলীভাৱে। সেইখন মহাসমৰৰ নায়ক আছিল জাৰ্মানীৰ হৰ্তা-কৰ্তা বিধতা কেইজাৰ। এফালে জাৰ্মানী আৰু অষ্ট্ৰিয়া, আনফালে ইংলণ্ড, ফ্ৰান্স, বেলজিয়াম প্ৰমুখ্যে মিত্ৰশক্তি। প্ৰথম উৰাজাহাজ জাৰ্মানীয়ে তেতিয়াই কামত লগাইছিল। ৰাতি আকাশত এটা ৰঙা তৰাৰ তিৰবিৰণিৰ গম পালেই মানুহ আলিবাটলৈ ওলাই গৈছিল উৰাজাহাজ চাবলৈ। অতি দৰ্পে হত লঙ্কা হোৱাৰ দৰে জাৰ্মানীৰ পৰাজয় হ'ল।

( ২ )

প্ৰথম মহাসমৰত জাৰ্মানী ঘাটিছিল যদিও আকৌ মহা-দুৰ্দ্ধৰ্ষ হাৰ হিটলাৰে ১৯৪২ চনৰ দ্বিতীয় মহাসমৰত কঁকালত টঙালি বান্ধি লাগিছিল। তেওঁৰ সহযোগী আছিল ইটালীৰ মুছোলিনী। এইবাৰ ঘাইকৈ যুদ্ধ চলিছিল জাৰ্মানী আৰু মাৰ্কিণৰ মাজত। পৃথিবীৰ বহু দেশেই এই মহাসমৰত সাঙোৰ খাই পৰিছিল। মাৰ্কিনৰ লগত ইংলণ্ড, ইংলণ্ডৰ লগত ভাৰত, ভাৰতৰ লগত অসম। এই মহাসমৰত আমি সকলোৱে কম-বেছি পৰিমাণে লটিঘটি হবলগীয়া হৈছিল। সিপক্ষত জাপানো আছিল।

অসমৰ নগৰবোৰ ঘাইকৈ গুৱাহাটী নগৰ হৈছিল ৰণৰ নগৰ। শিক্ষানুষ্ঠানবোৰ হৈছিল চিপাহীৰ ছাউনি। বাটে-পথে চিপাহী, কেৱল

চিপাহী, ক'লা চিপাহী আৰু যে কত যুদ্ধৰ আহিলা-পাতি-মটৰ, ট্ৰাক, মেছিনগান আৰু কত যে কি। বলিৰ পঠাৰ দৰে মৃত্যুৰ মুখলৈ আগবাঢ়ি অহা চিপাহীৰ টিঘিলঘিলনি দেখি ভয়ত মানুহৰ ত্ৰাহি মধুসূদন সুঁৱৰিবলগীয়া দুৰ্দশা হৈছিল। তিৰোতামানুহ বাহিৰলৈ নোলাইছিল, ঘৰতে ভালদৰে দুৱাৰ-খিড়িকী বন্ধ কৰিহে আছিল। মটৰ, উৰাজাহাজৰ গুমগুমনিত কাণ ঘোলা হৈছিল। জাপানী-বোমাৰ ভয়ত ঘৰে ঘৰে গাঁত খান্দিবলৈ হুকুম দিয়া হৈছিল। ছাইৰেণৰ উকি শুনিলেই গাঁতত সোমাবগৈ লাগে। চোৰাংবেপাৰী আৰু মিলিটাৰীত কাম কৰা কেৰাণী-ঠিকাদাৰ আদিৰ হলে গাখীৰতে মহৰ খুটি হৈছিল। তেওঁলোকে হোৰা-হোৰে ধন আৰ্জিছিল—সোঁৱে-বাঁৱে দুইহাতে। মানৰ আক্ৰমণৰ সময়ত নিৰাপদ ঠাইলৈ গৈ আত্মৰক্ষা কৰাৰ দৰে চহৰৰ বহু মানুহ ল'ৰা-তিৰোতা লৈ গাঁৱত সোমাইছিলগৈ। সেই সময়ত মই বৰপেটা হাইস্কুলত মাষ্টৰি কৰিছিলো। তাতেই মই সপৰিয়ালে বাস কৰি আতঙ্ক আৰু দুশ্চিন্তাৰ মাজত দিনবোৰ পাৰ কৰি দিছিলোঁ। তেতিয়া দাবৰ বাতৰি দাবে শুনিবলৈ ৰেডিঅ' নাছিল। কলিকতাৰ কাকতত অহা যুদ্ধৰ বাহী খবৰবোৰকে কমনকমত ধোৱাপখলা কৰি তৃপ্তি লভিছিলো।

হঠাতে এদিন জাপানৰ হিৰোচিমা আৰু নাগাচাকিত মাৰ্কিন সেনাই এটম বোমা পেলাই শুৰিপকৰাৰ দৰে মানুহ মাৰি যুদ্ধৰ খেল খতম কৰি দিছিল। আপদ খণ্ডিল বুলি আমি সকলোৱে স্বস্তিৰ নিশ্বাস পেলাইছিলো।

(৩)

ওপৰত উল্লেখ কৰা মহাসমৰ দুখনৰ উপৰিও মই আৰু তিনিখন যুদ্ধৰ তিতা-কেঁহাৰ জুতি পাইছিলো। দুখন ভাৰত-পাকিস্তান আৰু এখন ভাৰত-চীনৰ যুদ্ধ। এই চীনা যুদ্ধখন দৰাচলতে প্ৰকৃত যুদ্ধ নাছিল, আছিল এখন লভাকটা ৰণহে। সেয়ে

হলেও এই যুদ্ধত অসম আৰু অসমবাসীয়ে ভামাকাঁহা দেখিবলগীয়া হৈছিল। তাকেই অলপ বিবৰি কবলৈ লৈছোঁ।

১৯৬২ চন। ভাৰতৰ স্বৰ্গগত প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৱে পঞ্চশীলৰ মন্ত্ৰ আওৰাই চীন-ভাৰত ভাই ভাই বুলি দেশৰ সীমান্তৰ ফালে বেচি মনোযোগ দিয়া নাছিল। সমৰমন্ত্ৰী কৃষ্ণমেননেও প্ৰতিৰক্ষাৰ ফালে বৰকৈ মনকাণ নিদি বক্তৃতাৰ ফুলজাৰি মাৰি ফুৰিছিল। এনে এটা অসতৰ্ক অৱস্থাৰ সুযোগ লৈ সাতঘাটৰ সৈয়াকণী চীনাবিলাকে ভাৰতৰ উত্তৰ-সীমান্তত অপ্ৰত্যাশিতভাৱে জঁপিয়াই পৰিছিল। চীনাবিলাকে অলপ সময়ৰ ভিতৰতে অসমৰ পূৱসীমাত থকা নেফাখন (এতিয়া অৰুণাচল) নেফানেফ কৰি পেলালে। ভাৰতৰ উত্তৰ-পূৱ সীমান্তৰ চিৰজাগ্ৰত প্ৰহৰী গিৰিৰাজ হিমালয়ো নত হ'ল। আটাইতকৈ বিপৰ্যায় ঘটিছিল তেজপুৰত। প্ৰধানমন্ত্ৰী নেহৰুজীয়ে দুৰ্দিনৰ এদিন অসহায়ভাৱে আকাশবাণীৰ যোগেদি ঘোষণা কৰিলে—"হামাৰে হাতসে বোমডিলা চোড় গয়া।" My heart goes to the people of Assam. মুখ্যমন্ত্ৰী চলিহায়ো আকাশবাণীৰ যোগেদি উপদেশ দিলে—"ৰাইজ ইখন ঠাইৰপৰা সিখন ঠাইলৈ শৃঙ্খলাবদ্ধভাৱে স্থানান্তৰিত হ'ব লাগিব।" প্ৰকাৰান্তৰে তেওঁ ঘৰ-বাৰী এৰি পলোৱাৰ কথাকে কৈছিল হ'ব পাৰে। তাতে আকৌ উৰাবাতৰিয়ে প্ৰচাৰ কৰিলে—"চীনা আহি ভালুকপুং পালেহিয়েই। তেজপুৰ পাবলৈ আৰু কেতেবেলি?"

তেজপুৰীয়া ৰাইজৰ মূৰত বিনামেঘে বজ্ৰপাত হ'ল। জিলাৰ শাসকসকলৰ কোনো কোনো টালি-টোপোলা বান্ধি পলাই পত্ৰং দিলে। মানভগনৰ সময়ৰ দৰে মানুহ ভাগিবলৈ ধৰিলে। ভগনীয়া ল'ৰা-তিৰোতাৰে ভোমোৰাগুৰি লোকাৰণ্য হ'ল। লুইত পাৰ হৈ শিলঘাট পাবলৈ সকলোৰে হেতাওপৰা লাগিল। পগলা-ফাটেকৰ দুৱাৰো মুকলি কৰি দিয়া হৈছিল। পগলা-পাগলীবিলাকে অৱশ্যে কলৈকো পলাই নগৈ চহৰৰ আলিবাটবোৰতে

পিয়াপি দি ফুৰিবলৈ ধৰিলে স্বাধীন ৰামৰাজ্য পাই। দুৰাতি নে তিনিৰাতি নগৰখন একেবাৰে অৰক্ষিত আৰু ছত্ৰহীন অৱস্থাত আছিল। অমিয়কুমাৰ দাস, শ্ৰীবিশ্বদেৱ শৰ্মা আৰু শ্ৰীমতী পুষ্পলতা দাসে এৰাবাৰীৰ নিচিনা অৱস্থা হোৱা নগৰখনত যি য'তে আছে তাতে থাকিবলৈ উপদেশ দি সান্ত্বনা যাচি ফুৰিছিল। সেই অৱস্থা বৰ্ণনা কৰি মই এটা গীতত লিখিছিলোঁ—

বাণৰ নগৰী কঁপে থৰথৰি
ৰখীয়া নোহোৱা হ'ল,
নন্দীও পলাল ভৃঙ্গীও পলাল
মহাদেউ নিদ্ৰাতে ৰ'ল।

এই সঙ্কটত হে মহাভৈৰবী
খড়্গ তুলিবৰে হ'ল,
অগ্নিৰ গড়ত দানৱ-নিধন
জ্বলি উঠক যজ্ঞানল। (ৰক্তজবা)

কেৱল তেজপুৰৰে নহয়, সদৌ অসমৰ ৰাইজে চকুৰে সৰিয়হৰ ফুল দেখিবলৈ ধৰিলে। দৰাচলতে একো নহ'ল যদিও অৱস্থা ইমান ভয়াবহ যেন অনুমান হৈছিল যে কেন্দ্ৰৰ দেৱতাসকলেও কেইদিনমানৰ বাবে হলেও অসমখন তেওঁলোকৰ হাতৰপৰা যোৱা বুলিয়েই কিজানি ধৰি লৈছিল। উৰিষ্যাৰ তেতিয়াৰ মুখ্যমন্ত্ৰী শ্ৰীবিজু পাটনায়কে বিমান পৰা বায় অসমৰ ভগনীয়া-ৰাইজক উৰিষ্যালৈ নি তাত মাটি-বাৰী দি থাপিথুপি থবলৈ গাত লৈছিল। নেহৰুৰ সুযোগ্য সাহসী জীয়াৰী শ্ৰীমতী ইন্দিৰা গান্ধীয়ে (বৰ্ত্তমান প্ৰধানমন্ত্ৰী) কিন্তু বিমানেৰে আহি যোৱানসকলৰ মাজলৈ গৈ সাহসৰ বাণী শুনাই গৈছিল। মুঠতে কোন মুহূৰ্ত্তত কাৰ মূৰত চীনাবোমা পৰে মানুহে তাৰেই প্ৰমাদ গণিছিল আৰু মহা

আতঙ্কৰ মাজত দিন কটাইছিল। নেফা গলেই, তেজপুৰ যাওঁ যাওঁ, গুৱাহাটী কাওঁবাওঁ। ভয়ত ভগৰন্ত পলাল।

সেই সময়ত চৰকাৰী প্ৰচাৰ-যন্ত্ৰটোও হতভম্ব হৈ টলকা মাৰি আছিল। উৰাবাতৰিয়ে আতঙ্কৰ জ্বলা জুইত ঘিঁউ ঢালি দিছিল। ৰাইজৰ মনত সাহস যোগাবলৈ চৰকাৰী উদ্যমলৈ বাট নেচাই বেচৰকাৰীভাবেই আমি জনদিয়েক সাজু হৈ বাহিৰলৈ ওলাইছিলোঁ। ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাৰ নেতৃত্বত। চৰকাৰী প্ৰচাৰ বিভাগেও আমাক মটৰগাড়ী, মাইক আদি যোগান ধৰিছিল। বৃদ্ধকবি অম্বিকাগিৰীয়েও হাতত ৰামটাঙোন লৈ বীৰদৰ্পে আহি আমাৰ মাজত থিয় দিছিল। শ্ৰীমতী নলিনীবালা দেৱীও আহিছিল আৰু কোন কোন আহিছিল এতিয়া মোৰ মনত পৰা নাই। চাৰিআলিৰ মূৰে মূৰে নগৰৰ আলিবাটত গাড়ী ৰখাই আমি দেশপ্ৰেমমূলক কবিতা আৰু গীতেৰে ৰাইজৰ মনত সাহস সঞ্চাৰ কৰি ফুৰিছিলোঁ। মাইকৰ মুখত বাজি উঠিছিল 'লাচিত বৰফুকন'ৰ গীত—

"এই দেশতে মৰোঁ যদি
দেশৰ হকে যুজোঁতে;
মৰণ নহয় সি যে
স্বৰ্গ আমাৰ হাততে।" (লক্ষহীৰা)

লেউ লেউকৈ আগবাঢ়ি অহা চীনাজোকৰ মুখত চূণ দিব পৰা হলে ভাল হ'লহেঁতেন। আমাৰেই ভাগ্য ভাল সিহঁত অৰণ্যে ভাৰতৰ ভিতৰলৈ সোমাই নাহিল। নেফাতে দুই-এদিন নজৰ পেলাই চীনাহঁত য'ৰ পৰা আহিছিল তালৈকে উলটি গুচি গ'ল।

(৪, ৫)

চীনৰ এই অপ্ৰত্যাশিত আক্ৰমণৰ ফল শুভ হ'ল বুলি কব পাৰি। ভাৰতবাসীক আত্মসন্তুষ্টিৰ ভাব নলৈ চিৰজাগ্ৰত হৈ

থাকিবলৈ সিহঁতে যেন শিকনি এটা দিবলৈহে আহিছিল, তাৰ ফল স্বৰূপে লালবাহাদুৰ শাস্ত্ৰী আৰু শ্ৰীমতী ইন্দিৰা গান্ধীৰ সাহসী নেতৃত্বত পাকিস্তানৰ ভুট্টো চাহাবৰ ভূতটোকো লাহে লাহে পানী খুৱাই দুখন যুদ্ধত খেদি পঠিওৱাটো সম্ভৱপৰ হৈছিল। চীন-পাকিস্তান দুয়ো শঠামিতিৰ। পাকিস্তান মিতিৰৰ টেটু টিপি ভাৰতে আঁউসীৰ ধাৰ পূৰ্ণিমাত শুজিছিল। নিজেতে জিকিলেই, স্বাধীন বাংলা দেশকো জন্ম দিলে।



# তাহানিৰ ৰেল

বৃটিছ আমোলত অসমত চলা যাই ৰেলগাড়ী দুখনৰ নাম আছিল 'আসাম বেঙ্গল ৰেল' আৰু 'ইষ্টাৰ্ণ বেঙ্গল ৰেল'—চমুকৈ 'এ-বি-আৰ' আৰু 'ই-বি-আৰ'। এই ৰেলৰ সকলোবোৰ কাম-কাজত বঙালীবিলাকৰ একচেটীয়া ভোগদখল আছিল। লাপি-লুপা চাকৰিত দুই চাৰিজন অসমীয়া থাকিলেও এপাচি কচুশাকত এটা আলুক। সেই কাৰণে আমাৰ বন্ধুমহলত 'এ-বি-আৰ'ৰ অৰ্থ কৰা হৈছিল 'আমাৰ বাবাৰ ৰেল' বুলি। এই ৰেল দুখন সৃষ্টি হৈছিল যাইকৈ ব'গা চাহখেতিয়কসকলৰ সুবিধা আৰু স্বাৰ্থ-ৰক্ষাৰ বাবেহে। সেয়েহে এই ৰেলৰ আলিয়ে ধুবুৰী, বৰপেটা, মঙলদৈ, তেজপুৰ, গোলাঘাট, যোৰহাট, শিৱসাগৰ, ডিব্ৰুগড় আদি জিলা-নগৰবোৰ পোনপটীয়াভাৱে স্পৰ্শ নকৰি চাহবাগিচাৰ মাজে মাজে গৈছিল। উল্লেখযোগ্য যে সেই কালত আজিকালিৰ দৰে বাজ্যখন ৰেলৰ আলিয়ে মকৰাজালৰ দৰে ছাটি পেলোৱা নাছিল।

ৰেলৰ লগত ফেৰ মাৰি ৰৰলুইতত ভাগনাও বা জাহাজো- চলিছিল ।

তেতিয়াৰ দিনত এই ঘাই ৰেল দুখনৰ ঠাল-ঠেঙুলি এতিয়াৰ দৰে বেছি নাছিল। ইয়াৰ সৰু ঠাল দুটাৰ স্মৃতি আজিও মোৰ মনত ফটফটীয়া হৈ আছে। এটা ঠাল তেজপুৰ-বালিপাৰা আনটো হৈছে যোৰহাট-মৰিয়নী ৰেল। গৰুগাড়ীৰ যুগৰ সেই ৰেলৰ গতিও আছিল গৰুগাড়ীৰ দৰেই মন্থৰ। এবাৰ মই ৰঙিয়া আৰু বালিপাৰাত গাড়ী সলাই তেজপুৰমুৱা ৰেলত ভ্ৰমণ কৰিছিলোঁ। তেজপুৰ-বালিপাৰা ৰেলত উঠি এক নতুন অভিজ্ঞতাৰ সোৱাদ পালোঁ। যাত্ৰী বহা ৰেলৰ ডবাবোৰত চাল-বেৰ নাই। বহিবলৈ বেঞ্চী অৱশ্যে আছিল। যাত্ৰীবিলাক খোলা লৰীত যোৱাৰ নিচিনাকৈ ৰ'দত শুকাই, বৰষুণত তিতি যাব লাগে। বুধিয়ক যাত্ৰীয়ে লগত ছাটি ৰাখে। ৰেলখনৰ খুচিকা বাত হাঁতীকা দাঁত। ষ্টেচন নাথাকিলেও য'তে ইচ্ছা, ত'তে ৰয়। উঠি আমোদ পাইছিলোঁ।

যোৰহাট-মৰিয়ানী ৰেলখনৰ অৱস্থা আছিল কিঞ্চিৎ উন্নত। এইখন ৰেলত অৱশ্যে চাল-বেৰ নোহোৱা খোলা বজাৰ নাছিল। এইখন ৰেলত 'আমাৰ বাবা'ৰ প্ৰভুত্ব নাছিল। কৰ্মচাৰীবিলাক থলুৱা হোৱাত অসমীয়া অসমীয়া গোন্ধ এটা পোৱা গৈছিল। এইখন ৰেলৰ গাৰ্ডবাবুজনেই আছিল সৰ্বময় কৰ্তা। তেওঁৰ কথামতেই ৰেলৰ আহবাহ হয়। এসময়ত এই ৰেলৰ এজন নামজ্বলা গাৰ্ডবাবু আছিল - যোৰহাট চাৰিগাঁৱৰ যোগেশ্বৰ ভৰালী। মানুহজন মৰমিয়াল। যাত্ৰীৰ দুখ বুজে। ৰেলত স্কুলীয়া ল'ৰাবিলাকৰ পিয়াহ-ভোক লগা গম পালে, তেওঁ ৰেলআলিৰ কাষত থকা কুঁহিয়াৰৰ বাৰীৰ কাষত ৰেল ৰখাই দিয়ে। ল'ৰাহঁতে ৰেলৰপৰা নামি গৈ উদণ্ডীয়া গৰুৰ দৰে কুঁহিয়াৰৰ শ্ৰাদ্ধ কৰে। এবাৰ হেনো আদবাটতে জগন্নাথৰ ৰথৰ দৰে ৰেলখন থমকি ৰোৱাত তেওঁ যোৰহাট ষ্টেচনলৈ তাঁৰবাৰ্তা পঠাই কৈছিল—"হেকেৰপেকেৰ

ইজ্ বেড্ ছেন্দ্ নিউ হেকেৰপেকেৰ।" এয়া বেলৰ ইংৰাজী। সৰ্বসাধাৰণে নুবুজিলেও, বেলৰ মানুহে বুজে। এঘণ্টামানৰ পিছত যোৰহাটৰপৰা হেকেৰপেকেৰ আহিল। বেল আকৌ চলিল।

১৯২১ চনত মহাত্মা গান্ধীয়ে তেওঁৰ প্ৰথম অসম ভ্ৰমণত এইখন বেলতে উঠি মৰিয়ানীৰ পৰা যোৰহাটলৈ গৈছিল। বেলখন কইনাবুলনেৰে বৈ বৈ গৈ আছিল। ৰজাৰ ঘৰৰ কলী গাই, ঘাটে ঘাটে পানী খায়। শেষ ৰাতি। গাৰ্ডবাবুৱে কোনো এটা ষ্টেছনত আবিষ্কাৰ কৰিলে যে মহাত্মা উঠা ডবাটোৰ সৈতে পাছৰ ডবা কেইটামান বাটতে দুই ডবাৰ মাজৰ লগুনগাথি ছিঙি থাকি আহিল। গাড়ীৰ ইঞ্জিনে পুনৰ পাছুৱাই পাছুৱাই ওলোটা-যাত্ৰা আৰম্ভ কৰিলে। এখন হাবিতলীয়া ঠাইত ডবাকেইটা ঠন্ ঠন্ মদন গোপাল হৈ বৈ আছে। মহাত্মা তেওঁৰ কোঠাত বাতৰিকাকত পাঠত নিমগ্ন। বেলৰ টাংবাংবোৰৰ কথা তেতিয়ালৈকে তেওঁ গম পোৱা নাছিল। মহাত্মাক লৈ গাড়ী আকৌ চলিবলৈ ধৰিলে।

আৰু কেইটামান এনে বেলৰ ঠাল আছিল। শিমলুগুৰি-নাগিনীমৰা বেল আৰু সুৰঙ্গপথেদি সুৰমা উপত্যকালৈ যোৱা বেলৰ কথা মোৰ ভুখৰীয়া ভ্ৰমণকাহিনী আন ঠাইত বিবৃত কৰা হৈছে।

* *

আজিকালিৰ বেলত দুটা শ্ৰেণী—প্ৰথম শ্ৰেণী আৰু দ্বিতীয় শ্ৰেণী। তাহানিৰ বেলত আছিল চাৰিটা শ্ৰেণী—প্ৰথম শ্ৰেণী, দ্বিতীয় শ্ৰেণী, মধ্যম শ্ৰেণী (ইণ্টাৰ) আৰু তৃতীয় শ্ৰেণী। তাহানিৰ বেলত গুৱাহাটীৰ পৰা কলিকতালৈ তৃতীয় শ্ৰেণীৰ ভাৰা আঠটকা, মধ্যমৰ বাৰটকা, দ্বিতীয় শ্ৰেণীৰ বাৰটকা আৰু প্ৰথম শ্ৰেণীৰ কুৰিটকা আছিল। তেতিয়া লুইতৰ ওপৰত শৰাইঘাট-সাঁকো সঁচতো নাছিল, মচতো নাছিল। পাণ্ডু-আমিনগাঁৱৰ মাজত যাত্ৰী পাৰ হবলৈ ফেৰী জাহাজ আছিল। পদ্মানৈৰ ওপৰত হাৰ্ডিঞ্জ-সাঁকোখন চাই যাত্ৰীয়ে ভাল পাইছিল। কলিকতাৰ বাটত দুটা ডাঙৰ বেল-জংছন পোৱা গৈছিল—ছান্তাহাৰ আৰু পাৰ্বতী। এই পদ্মাসাঁকো আৰু বেলষ্টেন দুটা ভাৰতৰ পৰা বাংলাদেশে যৌতুকত লাভ কৰি আজি নেগুৰ পাৰি বহিছে।

———

# আজি ঢোল কালি মদ

তাহানিৰ সুপ্ৰসিদ্ধ অসম ছাত্ৰ-সন্মিলনৰ মাক আছিল তিনিজনী—কলিকতা এ-এছ-এল ক্লাব, কটন কলেজ এ-এছ-এল ক্লাব আৰু গুৱাহাটীৰ একতা সভা। একতা সভাৰ জন্ম হৈছিল সত্যনাথ বৰা ডাঙৰীয়াৰ চ'ৰাঘৰত, ১৯০৫ চনত। তেতিয়াৰ চেমনীয়া ল'ৰা অম্বিকানাথ বৰা, জ্ঞাননাথবৰা, উমেশচন্দ্ৰ চৌধাৰী, সৰ্বেশ্বৰ শৰ্মাকটকী, দৈবচন্দ্ৰ তালুকদাৰ, গণেশচন্দ্ৰ হাজৰিকা প্ৰভৃতিৰ (পিছত নামজ্বলা সাহিত্যিক) কোলাত উঠি এই সভা লহপহকৈ বাঢ়ি ডাঙৰ-দীঘল হৈছিল।

সেই সভাৰ পানীকেচুৱা অৱস্থাতে এদিন পুঁজিত জমা হোৱা ৰূপ এটকা কিদৰে খৰচ কৰা হব তাকে স্থিৰ কৰিবলৈ চেমনীয়া সভ্যসকলৰ এখন সাধাৰণ অধিবেশন বহিছিল। বহু আলোচনা-বিলোচনাৰ পিছত সেই টকাটোৰে এটা ঢোল কিনিবলৈ স্থিৰ কৰা হয়। সেই সিদ্ধান্তত অসন্তোষ প্ৰকাশ কৰি এজঁন কনিষ্ঠ সভ্য শ্ৰীঅচলাকান্ত ভূঞাই (বৰ্তমানে চেনিকুঠিৰ বয়োবৃদ্ধ নাগৰিক) কন্দনামুৱা হৈ সভাঘৰ এৰি গুচি যায়। যাবৰ সময়ত তেওঁ খোকাথুকি মাতেৰে কৈ গৈছিল—"আজি তোমালোকে টকা এটা পাই ঢোল কিনিব ওলাইছা, কালিলৈ যদি আৰু এটা টকা পোৱা তেন্তে তাৰে মদ কিনিবা। মই আজিৰপৰা এনে সভাত নেথাকোঁ।"

ভূঞাৰ কথাষাৰ আছিল তাৎপৰ্য্যপূৰ্ণ। এয়া প্ৰথম দশকৰ কথা। সেই সময়ত গীতবাদ্যৰ প্ৰতি আমাৰ সমাজখনৰ কেনে বিৰূপ মনোভাব আছিল এটি সৰু ল'ৰাৰ মুখেদি ওলোৱা কথা-খিনিতে তাৰ প্ৰতিফলন হৈছিল।

---

# ধাৰৰ কালিকা

কলেজিয়েট স্কুলত মোৰ এজন সহকৰ্মী শিক্ষকৰ সঁচা সাধু এটা কওঁ। তেওঁৰ নাম ভূধৰ গোস্বামী, সংস্কৃত শিক্ষক, সাধু পুৰুষ। তেওঁ সেই সময়তে মোৰপৰা এশটকা ৰূপ ধাৰলৈ লৈছিল। মই স্কুলৰপৰা গৈ কলেজ পালোঁ। কলেজিয়েটৰ স্মৃতিবোৰ লাহে লাহে মনৰ মাজৰপৰা উঁৰলি যাবলৈ ধৰিছে। তাৰ পিছত কটনতো বাৰ বছৰ অধ্যাপনা কৰি অৱসৰ ললোঁ। আৰু সাত আঠ বছৰ পাৰ হ'ল। আজি কেইবছৰমান আগতে এদিন এজন ডেকা আহি বৰতীয়া গাৱে মোৰ ঘৰত উপস্থিত হৈছিল। দেখি আচৰিত হৈ কি লাগে বুলি সুধিলোঁ। ডেকাজনে নিজৰ চিনাকি দি কলে—"মই ভূধৰ গোস্বামীৰ ল'ৰা। আজি তিনিদিন আগতে পিতাৰ মৃত্যু হৈছে। মৰাৰ আগতে তেওঁ আমাৰ আগত কৈ গৈছে—তেওঁ হেনো আপোনাক এশটকা ধাৰ দিবলগীয়া আছে। আমাক তেওঁৰ শ্ৰাদ্ধৰ আগতে ধাৰ মাৰিবলৈ কৈ গৈছে, তেতিয়াহে তেওঁ মুক্তি পাব।"

কথাটো শুনি মই বিস্ময় মানিলো। পঁচিছ বছৰ আগতে গোস্বামীক ধাৰলৈ দিয়া টকাশৰ কথা মই একেবাৰে পাহৰি পেলাইছিলো। আন মানুহ হ'লে তেৱোঁ পাহৰিলেহেঁতেন, বিশেষকৈ টকা ধাৰলৈ নি দিবলৈ পাহৰাটো মানুহৰ স্বভাৱ। নানান অভাৱ-অনাটনৰ মাজেদি জুৰুলা হৈ ঋণ-পৰিশোধ কৰিব নোৱা-ৰিলেও সুদীৰ্ঘ পঁচিছ বছৰ কাল মৃত্যুৰ দিন পৰ্য্যন্ত ধাৰৰ কথা মনত ৰখাৰ বাবে গোস্বামীদেৱৰ পবিত্ৰ আত্মাৰ প্ৰতি মই নীৰৱে শ্ৰদ্ধা জনাই তেওঁৰ পুতেকক কলোঁ—"তোমাৰ দেউতাৰা ঋণমুক্ত।

মই তেওঁৰ পাবলগীয়া সেই পুৰণি ধাৰবপৰা স্বেচ্ছাই অব্যাহতি দিছোঁ। তুমি নিশ্চিন্তমনে তেওঁৰ শ্ৰাদ্ধ কৰাগৈ। ময়ো আত্মাৰ সদ্গতিৰ কাৰণে প্ৰাৰ্থনা জনালোঁ।"

ডেকাজন কৃতজ্ঞচিত্তে উলটি গ'ল। সচাঁকৈয়ে এনে মহানুভৱ ব্যক্তি আমাৰ মাজত বিৰল।

আৰু এজন একে স্কুলতে কাম কৰা শৰৎ গোসাঁইৰ অনুগ্ৰহপ্ৰাপ্ত শিক্ষক। নামটো নকওঁ। তেওঁ ল'ৰাক ডেগাৰ মাৰিম বুলি ভাবুকি দেখুৱাই শাসন কৰে। তামোল, বিড়ি খুজি খায় আৰু পৰীক্ষাৰ সময়ত ছাত্ৰৰপৰা চেনিও বিচাৰে। তেৱেঁ মাজেসময়ে মোৰপৰা ধন ধাৰলৈ লয়—বেছি নহয় দুঅনা, চাৰিঅনা। ধাৰ কোনোদিনে অৱশ্যে পৰিশোধ নকৰে। ময়ো পেটে পেটে ধাৰ বুলি নিদিওঁ। এদিন আহি তেওঁ মোক দোকানৰপৰা ঔষধ কিনি নিবলৈ টকা দুটা ধাৰলৈ খুজিলে। মই ভালেই পালোঁ। এইবাৰ বন্ধুবৰ শল-ঠেকত পৰিল। তেওঁৰ হাতত টকা দুটা দি সোনকালে ধাৰ শুজিবলৈ কলোঁ। পেটে পেটে অৱশ্যে দান বুলিহে দিছিলোঁ। মোৰ উদ্দেশ্য সিদ্ধি হ'ল।

তাৰ পিছৰপৰা শিক্ষকগৰাকী মোৰ ওচৰলৈ ধাৰ মাৰিবলৈ অহা নাই, নতুন ধাৰ বিচাৰিও অহা নাই। দুটকাই আপদ খণ্ডালে।

———

# বামুণৰ মাংস

ৰাধানাথ দেৱশৰ্মা মানুহজন আছিল সাত্ত্বিক আৰু পণ্ডিত। তেওঁৰ ঘৰ বৰ্ডিয়াৰ ওচৰৰ কনিহা গাঁৱত। তেওঁ আছিল গুৱাহাটী নাওজানত চক্ৰবৰ্ত্তীৰ বাহা-ঘৰত। সেউজনে উজানবজাৰৰ পুৰণি পৰিয়ালবোৰত যজমানি কৰি পেটৰ ভাতমুঠিৰ দিহা কৰিছিল। বাপেক চণ্ডীনাথ শৰ্মায়ো তেওঁৰ দৰে একে পুৰোহিতালিকে কৰিছিল। পিতা-পুত্ৰ দুইজনে আছিল লোদোৰপোদোৰ, শুভ্ৰ কেশ, শুভ্ৰ দেহ আনকি চকুৰ চেলাউৰিযোৰো শুভ্ৰ।

ৰাধা দেউক মই বিশেষভাবে ভাল পাইছিলো তেওঁৰ সৰলতা, শাস্ত্ৰজ্ঞান আৰু খুহুটীয়া মাত-কথাৰ বাবে। তেওঁ সকলোৰে লগত কামৰূপী কথ্যভাষাৰে কথা পাতিছিল। কথাবোৰত যথেষ্ট ৰস আছিল, শুনি ভাল লাগিছিল। মানুহ আহে যায়, কিন্তু তাৰে ভিতৰত থাকি যায় কিছুমানৰ স্মৃতিবোৰ।

দ্বিতীয় মহাসমৰৰ সময়ত গুৱাহাটী নগৰখন মিলিটেৰীৰ ৰাজ্য হৈছিল। গোৰাচিপাহী আৰু নিগ্ৰোচিপাহীবিলাকে নগৰখনত নেগুৰ পাৰি বহিছিল। সিহঁতৰ টিদিকদিলনিত মানুহে নিৰাপদে ফুৰাচকা কৰিবলৈ সংকোচবোধ কৰিছিল। গধূলিতে মানুহ ঘৰৰ ভিতৰত সোমাই থাকে। পৰাপক্ষত আলিত গা ঘেলাবলৈ নেযায়। বগীৰ পঠাবোৰে কেতিয়া কাক কি লাটিঘটি কৰে কোনে জানে?

সেই সময়ৰে এদিন ৰাতি। ভৰলুমুখৰ এঘৰ মানুহৰ ঘৰত ৰাধাদেৱে এভাগ ঠাকুৰসেৱা (সত্যনাৰায়ণ পূজা) কৰিবলৈ

গৈছিল। পূজা সমাপ্ত কৰি উজানবজাৰৰ বাহালৈ উলটি আহোঁতে বোলে সেই দিনা ৰাতি দহমান বাজিছিল। দেউ নিৰ্ভয় মনেৰে আহি আছিল, পূজাৰ ঘোলৰ এটা টেকেলি লৈ। কাছাৰীৰ ট্ৰেজাৰীৰ পদূলিমুখত কেইজনমান চিপাহীয়ে তেওঁক 'হুকুমদাৰ'( who comes there ) কৰি বাট আগচি ধৰিলে। জীয়া যমদূত কেইটা দেখি দেউৰ পেটে পেটে ভয় লাগিছিল যদিও বুকু ডাঠ কৰি তেওঁ থিয় দিলে। তেওঁ উপস্থিতবুদ্ধি খটাই ঘোলৰ টেকেলিটো ভেটী দি চিপাহী কেইজনক সন্তুষ্ট কৰিলে। সিহঁতে ঘোলখিনি এহাতলৈ জিভা উলিয়াই চেলেকি চেলেকি খাই বৰ জুতি পালে আৰু দেউক যাবলৈ হুকুম দিলে।

দেৱে কলে—"তহঁতে যাবা দিলেই মই যাবা পাৰোঁ না? তহঁতেই দেখোন মোৰ পৰ্হাদখিনি খাই শেষ কৰিলি। বাটত যদি আৰু কোনোবাই ধৰে তেন্তে কি দি সাৰিম? তহঁতে এতিয়া মোক বাহাত থৈ আহগৈ, নহলে বামুণবধ লাগিব বাছাহঁত।"

দেউৰ কথা শুনি জিভাত ঘোলৰ মিঠা লাগি থকা চিপাহী কেইজনে বেয়া নেপালে। সিহঁতে তেওঁক জীপগাড়ীত তুলি নাওজানৰ বাহাত থৈ আহিলগৈ।

আৰু বহু দিন পিছৰ কথা। মই ৰাধাদেউক বহু ঠাইত লগ পাইছিলো। তাৰ ভিতৰত বিশেষভাৱে উল্লেখযোগ্য মোৰ পদূলিমুখত হোৱা ৰাধাদেউ আৰু শ্মশানবন্ধু গুৰুপ্ৰসাদ বৰুৱাৰ ধেমেলীয়া দৃশ্যাভিনয়। দেউ বাটেদি অহা গম পালেই বৰুৱা তেওঁৰ প্ৰাতঃকৰ্ম মল-মূত্ৰাদিৰ পৰীক্ষা স্থগিত ৰাখি চেম্বাৰৰপৰা বাটলৈ ওলাই আহে। "বামুণ তোক এতিয়া খাওঁ" বুলি তেওঁ দেউক ধৰিবলৈ আগবাঢ়ি যায়।

হস্পিতালৰ অশুচি গাৰে ছুই তেওঁৰ গাটো ছুৱা কৰে বুলি দেৱে পাছুৱাই গৈ কয়—"নাখ্বি নাখ্বি বামুণৰ মাংস তিতা।"

বকৰাই কয়—"কেনেকৈ তিতা হব পাৰে ? সত্যনাৰায়ণৰ প্ৰসাদ খাই বামুণৰ গোটেইবোৰ মাংস মিঠা হৈ আছে।"

দেৱে বাগি দি আঁতৰি গৈ হাঁহি হাঁহি কয়—"কলিৰ বামুণৰ মাংস মিঠা হব নোৱাৰে। যা, তই বামুণৰ মাংস খাবা নাল্‌গে।"

এইদৰে দুইবো মাজত চুপতাচুপতি হয়। আলিৰ ওপৰত লৰাঢপৰা হয়। চাই আমাৰ বৰ ভাল লাগিছিল।

আজি সেই ধেমেলীয়া দেউজন নাই। বামুণৰ মাংস খাব খোজা বকৰাজনো নাই। তেওঁলোকে হয়তো স্বৰ্গতো হাঁহি-ধেমালিৰ মেলা পাতি কাল কটাইছে।

———

## সকলো হৰিৰ ইচ্ছা

অসম সাহিত্য-সভাৰ ধিং অধিবেশনৰ সভাপতি শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰুৰ লগত মই বহু বছৰ একেলগে কটনত অধ্যাপনা কৰিছিলো। লেখাৰু মানুহজন সকৰেপৰাই ধৰ্মপৰায়ণ, স্থিৰ মগজুৰ। তেওঁৰ এটা ভাল গুণ যে কোনো পৰিস্থিতিয়ে তেওঁক বিচলিত কৰিব নোৱাৰে। সুখ-দুখ সকলো হৰিৰ ইচ্ছা বুলি নিৰ্বিকাৰচিত্তে গ্ৰহণ কৰা তেওঁৰ চৰিত্ৰৰ বৈশিষ্ট্য। উপস্থিতবুদ্ধিও শলাগিবলগীয়া। সদায় ভগৱন্তত নিৰ্ভৰশীল হৈ কাম কৰি যায়। ঈশ্বৰেও অনুৰূপ ফল দিয়ে।

বুটিছে দেশ এৰি যোৱাৰ আগতে শ্ৰীহট্ট জিলাখন ভাৰতত থাকিব নে পাকিস্তানলৈ যাব সেই কথা স্থিৰ কৰিবলৈ ভোটৰ দ্বাৰা

চয়-নিচয় কৰিবলগীয়া হৈছিল। কটনৰ প্ৰায় সকলো অধ্যাপকক ভোট লোৱা বিষয়া হিচাপে কামৰূপৰ বৰচাহাবে তলব দিলে। মই যাব নোৱাৰোঁ বুলি আপত্তি জনোৱাত বৰচাহাব নগেন ফুকনে চৰকাৰী কাম যেতিয়া যাবই লাগিব বুলি কৈছিল। ময়ো তাৰ উত্তৰত কলোঁ,—"দেউতা শয্যাশায়ী। যোৱা-খোৱা নৰিয়া। মই নোহোৱাত কিবা হানি-বিঘিনি হলে চৰকাৰ দায়ী হব লাগিব, তেতিয়াহে মই যাব পাৰিম।" এইদৰে খৎবান্ধ কৰি মই শ্ৰীহট্টলৈ যোৱাৰপৰা ৰেহাই পালোঁ। লেখাকৰ আপত্তি কিন্তু নৰজিল। তেওঁ শ্ৰীহট্টলৈ যাবলগীয়া হলেই আৰু গৈছিলোঁ।

পিছে শ্ৰীহট্ট পাই তেওঁ দেখিলে যে ভোট লবলৈ এখন মুছলমানপ্ৰধান ভিতৰুৱা ঠাইলৈ যাব লাগিব। গলেও বিপদ, নগলেও নহয়। ঈশ্বৰে তেওঁক সহায় কৰিলে। ৰক্তচাপ বাঢ়িল, পাটী ললে। চৰকাৰী কামত গাফিলি কৰিলে শাস্তি। পৰীক্ষা কৰিবলৈ ডাক্তৰচাহাব আহিল। তেওঁ অলপ সময় পৰীক্ষা কৰি আগেপিছে এনেধৰণে প্ৰেছাৰ বাঢ়ে নে সুধিলে। লেখাৰুৱে বাঢ়ে বুলি কোৱাত চাহাবে কোনে চিকিৎসা কৰে আৰু কি ঔষধ দিয়ে সুধিলে। লেখাৰু উপস্থিতবুদ্ধিৰ ভঁৰাল। তেওঁ তত্তালিকে ডাঃ ভুবনেশ্বৰ বৰুৱাৰ নাম কলে আৰু বৰুৱাই সম্পূৰ্ণ বিশ্ৰামৰ ( Complete rest ) ব্যৱস্থা দিয়ে বুলি কলে। তাকে শুনি ডাক্তৰ চাহাবেও তেওঁক সাদিন জিৰণি লবলৈ ব্যৱস্থাপত্ৰ দি গুচি গ'ল। ডাক্তৰ চাহাবে পিঠি দিয়াৰ লগে লগেই লেখাৰুৰ উৰ্দ্ধগামী প্ৰেছাৰ নিম্নগামী হৈ নৰ্মাল হ'ল। তেওঁ ভোট লবলৈ যাবলগীয়া নহ'ল। পিছদিনাই গুৱাহাটীমুৱা হ'ল আৰু ৰক্তচাপো নিজে নিজেই তললৈ নামিল। একো কাম নকৰাকৈ শকত ভ্ৰমণ বানচো মঞ্জুৰ হ'ল। বিশ্বাসীজনক ভগবন্তই এইদৰে সহায় কৰে। তত্বদৰ্শী লেখাৰুৰ 'কথাগুৰুচৰিত'খনেই মূল্যবান দান। গুৰুজনাৰ কৃপাত তেওঁ অৱসৰ লোৱাৰ পিছতেই বৃন্দাবনবাসী হবলৈ সুযোগ পাইছিল।

# কলেজত শিক্ষক নামঘৰত ভকত

শ্ৰীহৰেন চৌধুৰীৰ পিছত শ্ৰীচন্দ্ৰনাথ কলিতা (বৰা) কটনত ইংৰাজীৰ মুখ্যঅধ্যাপক হয়। কলিতা মোৰ বি-এ শ্ৰেণীত সহপাঠী আছিল। তেওঁ কলেজত জ্ঞানৰ খেতি কৰিছিল, লগতে পথাৰত ধানৰ খেতিও কৰিছিল। হিন্দুধৰ্ম বিশেষকৈ শঙ্কৰী ধৰ্মত তেওঁৰ পাণ্ডিত্য প্ৰশংসনীয়। দিনত তেওঁ কলেজত ইংৰাজীৰ পাঠক আছিল, ৰাতি আছিল নামঘৰত নামধৰ্মৰ পাঠক। দিনত মূৰত পাগুৰি আৰু ৰাতি থাপনাৰ আগত দীঘল ভকতীয়া চুলি! জাত লগাই গীত-পদ গাই ভক্তবৃন্দক মোহিত কৰিব পাৰে। শাৰীৰিক শক্তিও প্ৰচুৰ।

এবাৰ তেওঁ উত্তৰপাৰৰ এখন ধৰ্মালোচনী সভালৈ যাব-লগীয়া হৈছিল। যাওঁতে অলপ পলম হ'ল। পাণ্ডুঘাট পাই দেখিলে ফেৰীজাহাজ এৰি দিলেই। ততালিকে তেওঁ পাগুৰিটো খুলি তাকে পিন্ধি লৈ চুৰিয়াখনত গাত পিন্ধা কাপোৰৰ টোপোলা এটা বান্ধি জাহাজত থকা সহযাত্ৰী শ্ৰীলেখাকলৈ দলিয়াই দিলে। তেওঁ জঁপিয়াই নৈত পৰি সাঁতোৰ মেলি জাহাজত উঠিলগৈ আৰু কাপোৰ-কানি সলাই লগৰীয়াবিলাকৰ লগত নিৰ্দিষ্ট স্থানলৈ যাত্ৰা কৰিলে। সেয়েহে কৈছোঁ চন্দ্ৰ কলিতা ধৰ্মবীৰেই নহয়, কৰ্মবীৰো।

বৰ্ত্তমানে দেশৰ দৃষ্টিভঙ্গীৰ সলনি হৈছে। শিক্ষিত সমাজৰো কৃষিৰ প্ৰতি আকৰ্ষণ বাঢ়িছে। কিন্তু আজিতকৈ বহু বছৰ আগতে শ্ৰীচন্দ্ৰনাথ কলিতাই তেওঁৰ ধৰ্মভিত্তিক আৰু কৃষিভিত্তিক জীৱন আৰম্ভ কৰিছিল।

---

# আখৰৰ বাখৰ

মানুহটোৰে প্ৰতি মনটো, ধানটোৰে প্ৰতি কণটো। সেই-দৰে প্ৰতিজন মানুহৰ হাতৰ আখৰ ছপা আখৰ বা টাইপ আখৰৰ দৰে একে সাঁচত ঢলা নহয়, সাদৃশ্য অৱশ্যে থাকিব পাৰে। কোনোৰ আখৰ মণুমাহৰ গাজীৰ দৰে গোটগোট, কোনোৰ কাউৰীঠেঙীয়া, কোনোৰ আকৌ অসমীয়া আখৰেই পাৰ্চী আখৰৰ হৰফৰ দৰে। মহাপেচথানাত সংৰক্ষিত আৰ্জী, দলিল-পত্ৰৰ আখৰ বিভিন্ন গঢ়ৰ বাৰভজুৱা। এনে আখৰ পঢ়িবলৈ দি চৰকাৰী বিষয়া-সকলৰ ভাষা-জ্ঞান পৰীক্ষা কৰা হয়। উদাহৰণ স্বৰূপে কব পাৰোঁ যে পুৰাতত্ত্ব বিভাগৰ শ্ৰীহেমৰথ বৰ্মন আৰু মোৰ বন্ধুপুত্ৰ শ্ৰীমান কমলানন্দ বৰদলৈৰ হাতৰ আখৰ সুগঢ়ী, সকলোৱে সহজে পঢ়িব পৰা, ছপাশালৰ পাণ্ডুলিপিৰ বাবে উপযোগী। মোৰ নিজৰ হাতৰ আখৰ বহুৰূপী অৰ্থাৎ বিভিন্ন সময়ত বিভিন্ন ধৰণৰ। লিখাতকৈ কথাৰ গতি বেছি হ'লে আখৰবোৰৰ গঢ়-ঠগ নোহোৱা হয় আৰু পাঠকৰ বাবে দুৰ্বোধ্য হৈ পৰে। শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্তৰ আখৰ লনী গঢ়িত। অম্বিকাগিৰীৰ আখৰ ফটফটীয়া, বয়সৰ চাপ তাত নাছিল। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ আখৰ আছিল কাব্যিক তেওঁ পাতল সেউজীয়া কাগজত ভাঠ সেউজীয়া চিয়াহীৰে লিখি ভাল পাইছিল। মোলৈ লিখা সকলো চিঠি-পত্ৰ, তেওঁ লিখা কিতাপৰ পাণ্ডুলিপিত সততে সেউজীয়া বৰণৰ প্ৰাধান্য দেখা পাইছিলো। মুঠতে বিভিন্ন লিখকৰ হাতৰ লিখা অধ্যয়ন। হস্তলিপি-বিজ্ঞান বিশাৰদসকলৰ পক্ষে নিশ্চয় এটা উপাদেয় বিষয়।

মই এতিয়া মই জনা জনদিয়েকৰ হাতৰ আখৰৰ বিষয়ে উল্লেখ কৰিম। তেওঁলোকৰ আখৰবোৰ আছিল বাখৰৰ দৰে—বাখৰবোৰ অৱশ্যে বিভিন্ন প্ৰকাৰৰ। সকলো বাখৰেই যে ধুনীয়া এনে কথা ভাবিব নেলাগে। প্ৰতিবিধ বাখৰৰ স্বকীয় বিশেষত্ব আছে। এই প্ৰসঙ্গত মোৰ প্ৰথমতে মনত পৰিছে হিতেশ্বৰ বৰবৰুৱা ডাঙৰীয়ালৈ। তেখেতৰ হাতৰ আখৰ আছিল ডাঙৰ ডাঙৰ, ভোটোকাভোটোক, বিশেষ গঢ়ৰ। চিঠি-পত্ৰ, প্ৰবন্ধ-পাতি সকলোতে তেওঁৰ আখৰ একে নিচিনা। এটা চৈধ্যশাৰীৰ ছনেট লিখিবলৈ তেওঁক এখন ফুলস্কেপ কাগজৰ সম্পূৰ্ণ এপিঠি আৱশ্যক হৈছিল।

এই প্ৰসঙ্গতে একেলগে আৰু দুজন সাহিত্যিকলৈ মোৰ মনত পৰিছে। আমাৰ বন্ধুমহলত 'জিতেন বুজৰবৰুৱাৰ দাড়ি আৰু নকুল ভূঞাৰ কমা' নামৰ এষাৰি সৰবৰহী বাক্য সভতে শুনা গৈছিল। ইয়াৰ অৰ্থ শ্ৰীবুজৰবৰুৱাই তেওঁৰ ৰচনাৰ প্ৰায় প্ৰতিটো শব্দৰ পিছতে একোডাল দাড়ি লগাই দিয়ে। ভূঞা ডাঙৰীয়ায়ো প্ৰায় এটা বা দুটা শব্দৰ পিছতে একোটা কমা ব্যৱহাৰ কৰিছিল। তেওঁৰ আখৰবোৰো আছিল অস্বাভাৱিকভাৱে ডাঙৰ। এখন পোষ্ট-কাৰ্ডত লিখিব পৰা কথা তেওঁ ক্ৰমশঃ দি আন এটা পোষ্টকাৰ্ডলৈ টানি নিছিল। তেওঁৰ 'গল্পৰ শৰাই' নামৰ পুথি এখনৰ চানেকী-কাকত শুধৰণিৰ ভাৰ মোৰ ওপৰত পৰিছিল। তাৰদ্বাৰা মোৰ এটা ডাঙৰ লাভ হৈছিল। ছপাশালৰ পৰা উলটি অহা পাণ্ডুলিপিত এপিঠিত লিখা কাগজবোৰ মোলৈ ঘূৰি আহিছিল। কেবাদিস্তাও কাগজ। প্ৰায় এবছৰ সেই কাগজ মই বাহিৰা কামত ব্যৱহাৰ কৰিব পাৰি লাভবান হৈছিলোঁ।

চলন্ত ৰেলৰ আগত পৰি আত্মঘাতী হৈ অকালতে জীৱন-লীলা সামৰা নামতিৰ কবি ভৱনাথ হাজৰিকাৰ হাতৰ আখৰ আৰু ছপা আখৰৰ মাজত অলপো তফাৎ নাছিল। তেওঁৰ লগত পত্ৰ-

যোগে মোৰ বন্ধুত্ব হৈছিল। অসমীয়াই হওক বা ইংৰাজীয়েই হওক তেওঁৰ হাতৰ ছপা আখৰত গাজত মৰা কথাবোৰ পঢ়ি আমি মুগ্ধ হৈছিলোঁ। ভৱনাথে ডাকঘৰত কাম কৰিছিল আৰু সামান্য ধনৰ হেৰফেৰ হোৱাৰ বাবে লটিঘটি হৈ অপমানিত হোৱাৰ আশঙ্কাত তেওঁ নিজেই নিজৰ জীৱন-নাটৰ যৱনিকাপাত কৰিলে। ভৱনাথ হাজৰিকাই কবি-প্ৰতিভা লৈ উপজিছিল। তেওঁৰ সেই প্ৰতিভা প্ৰকাশ হৈছিল, বিকাশ নৌহওঁতেই শোচনীয়ভাৱে বিলুপ্তি ঘটিছিল।

মই জনাত ছপা আখৰৰ দৰে হাতৰ আখৰ লিখিব পাৰিছিল কলেজিয়েট স্কুলৰ প্ৰাক্তন ড্ৰয়িং শিক্ষক পাণ্ডুৰি কানুৰাম দাসেও। দাসে এবাৰ যোৰহাট নৰ্মাল স্কুলৰপৰা বিহগী কবি ৰঘুনাথ চৌধাৰীলৈ এটা পোষ্টকাৰ্ডত সম্পূৰ্ণ নামঘোষাখন লিখি পঠিয়াইছিল। মই সেই কাৰ্ডটো দেখা পাইছিলো। সেই কাৰ্ডটো পঢ়িবলৈ উকা চকুৰ সাধ্য নাছিল, অণুবীক্ষণ আইনাৰ সহায় আৱশ্যক হৈছিল।

এনে বিভিন্নধৰ্মী আখৰৰ বাখৰবোৰ সংগ্ৰহালয় আদিত সংৰক্ষিত হৈ থকাটো নিশ্চয় বাঞ্ছনীয়। মেকুৰীৰ ডিঙিত টিলিঙা আঁৰিব কোনে? বান্দৰে নাৰিকলৰ মোল বুজাৰ দৰে আমিও আমাৰ আপুৰুগীয়া সম্পদবোৰৰ এতিয়াও মোল বুজিবৰ নৌ এখোন।

———

# সোণাৰামৰ ধোঁৱা পান

কৰ্মবীৰ বৰদলৈ ডাঙৰীয়া ঠাইতে গৰম, ঠাইতে নৰম হৈছিল। ই তেওঁৰ চৰিত্ৰৰ এক বিশেষত্ব আছিল। অন্যায়, অসৎ আচৰণ, বেয়া কথা সহ্য কৰিবলৈ তেওঁ টান পাইছিল। মুখৰ আগতে ভালক ভাল, বেয়াক বেয়া বুলিবলৈ তেওঁ সঙ্কোচ-বোধ নকৰিছিল। তাৰে এটা সৰু পটন্তৰ দিওঁ।

অসহযোগ আন্দোলনৰ আগৰ কথা। বৰদলৈ ডাঙৰীয়া তেতিয়া গুৱাহাটীৰ এজন প্ৰধান নাগৰিক। মোৰ বন্ধু কমবয়সীয়া সোণাৰাম বেজ নিউপ্ৰেছৰ কম্পোজিটাৰ (পিছত মুদ্ৰাকৰ)। কৰ্মযোগী চন্দ্ৰকুমাৰ আগৰৱালাৰ কটকী হৈ বেজ এদিন প্ৰেছসংক্ৰান্ত কামত বৰদলৈৰ 'শান্তিভৱন'লৈ গৈছিল।

.. বৰদলৈদেৱে তেতিয়া তেওঁৰ জিৰণিচ'ৰাত গুৰগুৰী হুপি বহি আছিল। বেজক বহিবলৈ দি তেওঁ কথাৰ লাচত সুধিলে—"ধপাত খাবা নে?"

"দিলে খাব পাৰোঁ" বুলি কৈ বেজে মেজৰ ওপৰৰপৰা গুৰগুৰীটো টান মাৰি আনি হুপিবলৈ ধৰিলে। ওঁঠ চেপিলে গাখীৰ ওলোৱা ফুকলীয়া ল'ৰা এটাই তেওঁৰ আগত ধপাত খোৱা দেখি বৰদলৈ ডাঙৰীয়াৰ টিঙিচ কৰি খংটো উঠিল। তেওঁ "কি তুমি মোৰ আগতে ধপাত খালা?" বুলি থিয় হ'ল।

বেজে কলে—"ছাৰ, মই পিতাৰ আগতো ধপাত খাওঁ। আপুনি সুধিলে যেতিয়া মই ধপাত নাখাওঁ বুলি আপোনাৰ আগত মিছা মাতোঁ কেনেকৈ?"

বৰদলৈ ডাঙৰীয়াই একো নেমাতি ভিতৰলৈ সোমাই গ'ল। খংটো জামৰাত ক্ষন্তেক পিছত ওলাই আহি তেওঁ কলে— "সোণাৰাম, মোলৈ ভয় নকৰি তুমি সঁচা কথা কোৱাৰ বাবে মই ভাল পাইছোঁ। মানুহে সকলো পৰিস্থিতিতে এইদৰে সাহসেৰে সঁচা কথা কব লাগে।"

তাৰ পিছত কাৰ্য্যসিদ্ধি কৰি বেজ হাঁহিমুখে গন্তব্য স্থানলৈ ঘুৰি গ'ল।

———

# দুলাল বৰুৱাৰ দালি পান

মই ঘৰৰ ভাত খাই কটন কলেজত পঢ়িছিলো। সেই-কাৰণে ছাত্ৰাবাসত থকা মিঠা-তিতা-কেঁহাবোৰৰ জুতি পোৱা নাছিলোঁ। বাৰবৰণীয়া অভিজ্ঞতাও হৈছিল তাকৰ। মই পঢ়া সময়ৰ কটনৰ প্ৰথম ন ছাত্ৰাবাসটো আছিল এটা ডাঙৰ খেৰী-ঘৰ—গাঁৱৰ নামঘৰৰ দৰে। সেই ছাত্ৰাবাস বৰপেটীয়া ছাত্ৰবে দখলাধীন আছিল। শুনিছিলো সেই ছাত্ৰাবাসত হেনো মাজে মাজে দালি খোৱাৰ প্ৰতিযোগিতা হয়। জনচেৰেক ছাত্ৰৰ দালি খোৱাৰ জঁক উঠে। জঁক উঠাৰ লগে লগে ভাতখোৱা ঘৰত বাটি বাজিবলৈ ধৰে অৰ্থাৎ দালি লাগে, দালি লাগে। ঠাকুৰে দালি দি তৰণি নোপোৱা হয়। চকৰে চকৰে দালি বৰপেটীয়া বৰপেটত সোমায়। পাৰ্বতীয়ে ভীমক ভোজন কৰাই কে'ল মৰাৰ নিচিনা অৱস্থা হয়। কটন ছাত্ৰাবাসৰ বান্ধনিঘৰৰ এয়া মই শুনা এটা ৰহস্য কাহিনী।

এতিয়া নিজ চকুৰে দেখা সৰু কাহিনী এটা কওঁ। ১৯৩৭ চন ১১ ডিচেম্বৰ। মেজেঙা চাহবাগিচাত (তিতাবৰ) মোৰ বিয়াবাহুৰ। বিয়াত আনৰ লগতে বৰযাত্ৰী হৈ গৈছিল মোৰ দুই বন্ধু শ্ৰীপ্ৰসন্নলাল চৌধুৰী (বৰপেটা) আৰু দুলালচন্দ্ৰ বৰুৱা। দুলাল বৰুৱাৰ সেই ৰাতি বিয়াবাহুৰত দালি খাবৰ খোচ উঠিল। ৰন্ধনশালাৰ তদাৰকত আছিল মোৰ বৰমোমাই শ্ৰীকান্ত চৌধাৰী। আবেলিতে বৰুৱাই তেওঁক কলে—"মেনেজাৰ, আজি ৰাতি মই দালি খাম। খুৱাব পাৰিব নে?"

মোমায়ে কলে—"কিয় নোৱাৰিম? যিমান খাব পাৰে খুৱাম।"

প্ৰথম দলতে বৰুৱা খাবলৈ বহিল আৰু তেওঁ অৰহৰ দালিৰ শ্ৰাদ্ধ কৰিবলৈ আৰম্ভ কৰি দিলে। বাটিয়ে বাটিয়ে দালি ঢালি আছে, বৰুৱাই পেটত ভৰাই আছে। এইদৰে তেওঁক দালি দিওঁতে দিওঁতে ৰন্ধনশালাৰ চৰুৰ তলি উদং হ'ল। তেওঁৰ বাবে অতিৰিক্ত দালি বহোৱা হৈছিল। তাৰেও নুজুৰিলে। বৰুৱাই "মেনেজাৰ, দালি পঠাওক। দালি পঠাওক" বুলি চিঞঁৰি আছে। মেনেজাৰে ফে'ল মাৰি পৰাজয় ঘোষণা কৰি কলে—"ডাঙৰ এচৰু দালি আপোনাকে খুৱালোঁ। আৰু দালি নাই। আন আজাৰে খাওক।" কথা শুনি দুলাল বৰুৱাই কলে— "মাছ-মঙহ কি খুৱাব? দালিৰ পানী খুৱায়েই মোক সন্তুষ্ট কৰিব নোৱাৰিলে।" নকলেও হব যে সেই ৰাতি পিছৰ দলত বহি কোনেও দালিৰ মুখ দেখা নেপালে। কলিৰ ভীম হৈ দালি খাই দুলাল বৰুৱাই বহুতকে কৰ্কৰীয়া ভাত খুৱালে। ইমান দালি সেই দিনা কেনেকৈ তেওঁৰ পেটত সোমাইছিল সেই প্ৰশ্নৰ সমাধান হলে বিচাৰি পোৱা নগ'ল।

বাস্তৱ মঞ্চত দালি খোৱা ভীম হোৱাৰ নিচিনাকৈ দুলাল বৰুৱাই এবাৰ কুমাৰভাস্কৰৰ "কুৰুক্ষেত্ৰ" অভিনয়ত ভীমৰ ভাও

লৈ দুঃশাসনৰ বুকুত বহি ৰক্তপান কৰিছিল। সেই সময়ত তেওঁ, ঢেকীয়াপতীয়া বাঘৰ দৰে তেজ পিয়া আনন্দত যিকেইটা গোজৰণি মাৰিছিল, সেই গোজৰণিয়ে নাটঘৰত গভীৰ সন্ত্ৰাসৰ সৃষ্টি কৰিছিল। সেই গোজৰণিও আছিল অদ্ভুত, অসাধাৰণ। কেনেকৈ তেওঁ সেইদৰে বাঘৰ নিচিনাকৈ হাওৰিয়াব পাৰিছিল সিও এক বিস্ময়।

এই দুলালচন্দ্ৰ বৰুৱা আছিল মোৰ অন্যতম জ্যেষ্ঠ বন্ধু। তেওঁ উপজিছিল হাজোত, কৰ্মক্ষেত্ৰ আছিল গুৱাহাটীত আৰু হাড় পেলাইছিল নবগ্ৰহ শ্মশানত ১৯২৪ চনৰ ১১ অক্টোবৰ ৰাতিপুৱা—৭৫ বছৰ বয়সত।

এই দুলাল বৰুৱাক এজন পৰোপকাৰী সমাজসেৱক আখ্যা দিব পাৰি। তেৰোঁ আছিল শ্মশানবন্ধু গুৰুপ্ৰসাদ বৰুৱাৰ দলভুক্ত। তেওঁৰ কৰ্মক্ষেত্ৰ যে কেৱল শ্মশানৰ চাৰিসীমাৰ ভিতৰতে আবদ্ধ আছিল এনে নহয়। বিয়া-শৰাধ, পূজা-বিহু, বেংক-সমবায়, যাত্ৰা-থিয়েটাৰ আদি বিভিন্ন কৰ্মক্ষেত্ৰত শ্ৰমদান কৰি দুলাল বৰুৱাই আনন্দ লভিছিল আৰু সমাজো উপকৃত হৈছিল। দুলাল বৰুৱাই বিয়াৰ বাহৰ, বাটঘৰ (গেট) আৰু দৰা-কইনাৰ বেইখন ৰঙীন কাগজেৰে, কামিনীফুলৰ পাত আৰু কঠালগছৰ পাতেৰে চকুত চমক লগাকৈ সজাইছিল। আজিকালি অৱশ্যে এনেবোৰ সাজসজ্জা তামাদি হৈছে।

বৰ্তমানে জৰাগ্ৰস্ত আৰু অচল হৈ থিয় দি থকা গুৱাহাটীৰ কুমাৰ ভাস্কৰ নাট্যমন্দিৰটোৱে কথা কব পৰা হলে দুলাল বৰুৱা আৰু ভালেমান অনামী শিল্পীৰ ৰসাল সাধু কৈ শুনাব পাৰিলেহেঁতেন। সম্পাদক শশীকান্ত গোস্বামীৰ দহবছৰীয়া আমোলত দুলাল বৰুৱাই কামৰূপ নাট্যসমিতিৰ তথা অসমৰ নাট্য আন্দোলনত আন্তৰিকতাৰে গা ঢালি দিছিল।

———

# কমলাকান্তৰ সংসাৰ

তাহানি মই বৰপেটা হাইস্কুলত কাম কৰা কালত (৫ম দশক) এজন হেডমাষ্টৰ আছিল তেজপুৰৰ কমলাকান্ত ভূঞা। ভূঞা ডাঙৰীয়াৰ সংসাৰখন আছিল অলপ স্বকীয়া ধৰণৰ। তেওঁৰ জীৱনধাৰণৰ প্ৰণালী আৰু কৰ্মপন্থাও আছিল সৰ্বসাধাৰণতকৈ বেলেগ। স্কুলঘৰৰ ভিতৰত তেওঁ বৰ কম কথা কৈছিল আৰু পৰাপক্ষত মুখেৰে নেমাতিছিলেই। কিন্তু ঘৰৰ বাৰান্দাৰ নিৰ্দিষ্ট মাচিয়া এখনত বহি ললে তেওঁক কোনে পায়? তেতিয়া হলে মুখত কথাৰ আখৈ ফুটে। তেতিয়া তেওঁ শিক্ষক আৰু ছাত্ৰক নানা কথা কয়, গৱেষণাৰ কথাও শুনায়। তেওঁ নিজে মাগুৰ-বৰণীয়া আছিল। সেই বাবেই হবলা কয় যে ক'লা মানুহ মাত্ৰেই অনাৰ্য্য নহয়, ক'লা মানুহৰ ভিতৰতো ভালেমান আৰ্য্য আছিল। উদাহৰণ স্বৰূপে তেওঁ শ্ৰীকৃষ্ণ আৰু অৰ্জুনৰ নাম উল্লেখ কৰে। তেওঁ বক্তৃতা দিয়া হেলনীয়া মাচিয়াখনক আমি ভোজৰজাৰ সিংহাসন আখ্যা দিছিলোঁ।

ভূঞা ডাঙৰীয়াৰ জীৱনো আছিল চমকপ্ৰদ। কথাবোৰ সাধুকথাৰ নিচিনা হলেও সঁচা কথাই। তেওঁৰ দুই ঘৈণী। এটা ঘৰৰ ভিতৰতে দুখন সমান সংসাৰ। মাহটোৰ আধা তেওঁ বৰ-ঘৈণীৰ লগত কটায় আৰু বাকী আধা কটায় সৰুঘৈণীৰ লগত। তেওঁ মাহেকৰ দৰমহা আনি দুই ঘৈণীৰ হাতত সমানে দুভাগ কৰি চমজাই দিয়ে। ঘৰ-চোতাল দুই ভাগত ভগোৱা। এভাগৰ ৰাণী বৰ-ঘৈণী, আনভাগৰ সৰুঘৈণী। ভূঞা ডাঙৰীয়া দুই ঘৈণীৰ দুখন ৰাজ্যৰ উমৈহতীয়া ৰজা। তথাপি তেওঁ একে সময়তে দুই ৰাজ্যত

প্ৰভুত্ব নকৰে, আনকি আহযাহ পৰ্য্যন্ত নকৰে। তেওঁ বৰঘৈণীৰ লগত থাকিলে সেইফালে শুক্লপক্ষ আৰু সৰুঘৈণীৰ ফালে কৃষ্ণপক্ষ। তেতিয়া তেওঁ সৰুঘৈণীৰ ফালে মুকে নকৰে, আনকি সৰুঘৈণীৰ ল'ৰা-ছোৱালীকো মাতবোল নকৰে। ঠিক সেইদৰে মাহটোৰ আধা বা এপষেক সৰুঘৈণীৰ ফালেও শুক্লপক্ষ হয়। তেতিয়া বৰৰাণীৰ ফালে এন্ধাৰ। তেওঁৰ ল'ৰাছোৱালীবিলাকো দেউতাকৰ মৰম-চেনেহৰ পৰা বঞ্চিত হয়। দুই ঘৈণীৰ একেখন চোতালতে দুফালে দুখন লক্ষ্মীপূজা হয়। দুখন সৰস্বতী পূজা হয়। প্ৰতিমাও দুখন পূজাৰীও দুজন, পূজাৰিণীও দুজনী। এই দুইৰ মাজত তেল-পানীৰ সম্পৰ্ক। পূজা উপলক্ষে আমাৰ ভাগত মিঠাইৰ থাল এখনকৈ পৰে। তেতিয়া দুই গুচি এক হয়।

কেৱল পূজাতে নহয়—শ্ৰাদ্ধ তিথি আদি নানা উপলক্ষে তেওঁৰ ঘৰৰপৰা শিক্ষকৰ কমনৰুমলৈ থালে থালে মিঠাই আহিছিল। মিঠাই মানে সন্দেশেই বেছি। সেই দিনত বৰপেটীয়া সন্দেশ বৰ উপাদেয় আছিল। চানাৰ ভাগেই বেছি, চেনিৰ ভাগ কম, দামো নামমাত্ৰ। এইদৰে শিক্ষক আৰু ছাত্ৰবিলাকক 'মিষ্টিমুখ' কৰি কাম হাচিল কৰাটো হেডমাষ্টৰ গৰাকীৰ এটা কৌশল বুলিও দুই-এজন চকুচৰহা শিক্ষকে কোৱাকুই কৰিছিল। লুণীয়া মিঠাই নাছিল বাবে নিমকহাৰামিৰ প্ৰশ্ন নুঠে। অৱশ্যে পিছত ৰজাকো চৰ্চ্চিব পাৰি।

ভূঞা ডাঙৰীয়া এতিয়া পৃথিবীত নাই। স্বৰ্গত তেওঁৰ চিৰশান্তি হওক।

———————

## দাইলশাকখন বৰ ভাল পালুং দে

কাছাৰৰ কথা ক'ৰবাত ওলালেই মোৰ দুজন মানুহলৈ বৰকৈ মনত পৰে। তেওঁলোক হৈছে বিশ্বনাথ ৰাজবংশী আৰু কবিৰাজ হৰেশচন্দ্ৰ ভট্টাচাৰ্য্য! দৰাচলতে শিলচৰ নাইবা কাছাৰ জিলাত এই দুজনেই অসম সাহিত্য-সভাৰ লাইখুটা আছিল বুলি কব পাৰি। ডঃ সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়াৰ পৌৰোহিত্যত ছিলঙত সম্পন্ন হোৱা অধিবেশনৰ সময়তে পোনপ্ৰথমবাৰৰ বাবে ৰাজবংশীৰ লগত মোৰ চিনাকি হৈছিল। তেতিয়াৰপৰা নমৰা দিনলৈকে তেওঁক মই অনেকবাৰ লগ পাইছিলো। তেওঁ স্বাভাৱিক সৰলতাৰে আৰু নিস্বাৰ্থ সাহিত্যসেৱাৰে মোক, আন বহুতৰ দৰে মুহি পেলাইছিল। সাহিত্য সভাৰ অধিবেশনবোৰলৈ তেওঁ অকলে যোৱা নাছিল। সেই অঞ্চলৰ দলে দলে মতা-মাইকী প্ৰতিনিধি আৰু দৰ্শক লৈ তেওঁ উপস্থিত হৈছিলগৈ। এই বিষয়ত সভাৰ নিয়ম-বিধিবোৰৰ লগত তেওঁ সম্পৰ্ক ৰাখি চলা নাছিল। কাছাৰ জিলাত কেনেকৈ অসমীয়া ভাষা-সাহিত্যৰ শ্ৰীবৃদ্ধি সাধন হয়, তাৰ পঢ়াশালিবোৰত কেনেকৈ অসমীয়া ভাষাৰ মাধ্যমেৰে শিক্ষাৰ প্ৰচলন হয়, আনে জাপি দিয়া ভাষাৰ হেঁচাৰপৰা কেনেকৈ কাছাৰৰ থলুৱা ৰাইজে সকাহ লাভ কৰিব পাৰে, এইবোৰ কথাই আছিল তেওঁৰ চেষ্টাৰ বাই লক্ষ্য। তদুপৰি তাৰ থলুৱা সৰলচিতীয়া ৰাইজে কেনেকৈ শিক্ষা-দীক্ষাৰ লগতে কাম-কাজ, ঠিকাঠুকলি, বেহা-বেপাৰ আদিতো ন্যায্য প্ৰাপ্যৰপৰা বঞ্চিত হবলগীয়া নহয়, তাৰ বাবে তেওঁ অবিৰাম চেষ্টা কৰিছিল, যথাস্থানত আবেদন-

নিবেদন কৰিছিল, স্মাৰকপত্ৰ লৈ সজাতী দল লৈ ছিলং আৰু গুৱাহাটীলৈ বাটকুৰি বাই অহা-যোৱা কৰিছিল।

সেই বছৰ মই অসম সাহিত্য সভাৰ উপসভাপতি আছিলোঁ। সভাপতি শ্ৰীবেণুধৰ শৰ্মা ডাঙৰীয়া। শৰ্মাদেৱ নিৰহনিপানী অসমীয়া সাহিত্যৰ সেৱক। অশুদ্ধ আখৰজোঁটনি আৰু বিজতৰীয়া শব্দ ব্যৱহাৰ কৰা দেখা পালে তেওঁৰ চকু খচমচায়, ভুলবোৰ কাটিবলৈ হাত কটকটায়। শ্ৰীবেণু শৰ্মা আৰু শ্ৰীগিৰিধৰ শৰ্মা এই দুজনক মই অসম সাহিত্য সভাৰ ভ্ৰাম্যমান সভাপতি আখ্যা দিছিলোঁ। সেই-বাৰ সভাৰ কাৰ্য্যপালিকা শিলচৰত বহিছিল। কিবা এৰাব নোৱাৰা লেঠাতহে ভ্ৰাম্যমান সভাপতিৰো ভ্ৰমণত বিজুতি ঘটিল। উপসভা-পতি আধৰুৱা টাঙোন। ময়েই অগত্যা শিলচৰলৈ যাবলৈ বাধ্য হৈছিলোঁ। ভ্ৰমণ-বৃত্তান্ত বিবৰি নিলিখো। সভাপতি কবিৰাজ হৰেশ্বৰ ভট্টাচাৰ্য্য আৰু শিলচৰ সাহিত্য সভাভৱনৰ ৰখীয়া বিশ্বনাথ ৰাজবংশীৰ আন্তৰিক অতিথ্যই আমাক সকলোকে এনেভাৱে মুগ্ধ কৰিছিল যে সেই স্মৃতি পাহৰিব পৰা বিধৰ নহয়। আমাক আলহী হিচাপে পাই ৰাজবংশী উলাহৰ মাদলি হৈ পৰিছিল। তেওঁ আমাক তাৰাপুৰ অঞ্চল দেখুৱাবলৈকো নিছিল। সেই কেইদিন তেওঁ আমাৰ লগে লগে গাত মাখি লগাদি লাগি আছিল।

ৰাজবংশী আৰু তেওঁ বাস কৰা গঞা অঞ্চলৰ ৰাইজৰ মাত-কথা শুনি কোনেও কব নোৱাৰে যে তেওঁলোক অসমীয়া নহয়। তেওঁলোকৰ গাঁওবোৰ অসমৰ গাঁও নহয়। মোৰ গুৱাহাটীৰ ঘৰত ৰাজবংশী দুই এবাৰ আলহী হৈ আহিছিলহি। তেতিয়া তেওঁৰ মুখত শুনা "ডাঙৰীয়া, মই আহিলুং দে", "ডাঙৰীয়া, তোৰ দালিশাকখন বৰ ভাল পালুং দে" আদি মিঠা বাক্যবোৰ আজিও মোৰ কাণত বাজি আছে। এই কথাবোৰ শুনি মোৰ ঘৰৰ সকলো মানুহে 'ডাঙৰীয়া' আহিছে বুলি কৈছিল। এইজন

হাড়ে-হিমজুৱে অসমীয়া বিশ্বনাথ ৰাজবংশী হেড়েম্বৰ, গোবিন্দসিংহ, তুলাৰাম সেনাপতিৰ ৰাজ্য কাছাৰৰ ভাষা যদি অসমীয়া নহয়, তেন্তে অসমীয়া ভাষা কাৰ ?

---

## গুৱাহাটীৰ পঞ্চপাণ্ডব

স্বভাৱবিজ্ঞানী লক্ষ্মীনাথ দাস, সঙ্গীতকবি উমেশচন্দ্ৰ চৌধাৰী, প্ৰত্নতাত্ত্বিক ৰাজমোহন নাথ, 'জয়ন্তী'ৰ সম্পাদক গিৰিশ-চন্দ্ৰ বৰুৱা আৰু 'অসমীয়া'ৰ সম্পাদক শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা এই পাঁচগৰাকী বহাৰ বহদৈ, টিপামৰ ভাদৈ, শলগুৰিৰ আঘোণী বাই হলেও নলে-গলে লগা বন্ধু আছিল। পাঁচোজনৰ জীৱিকা-নিৰ্বা-হৰ পথ বেলেগ—এজন পানীকলৰ চাহাব, এজন উকিল, এজন ইঞ্জিনীয়াৰ, এজন ঠিকাদাৰ আৰু এজন সাংবাদিক। ৰাজমোহনৰ বাহিৰে বাকী চাৰিজন গুৱাহাটী লতাশিলৰ। নাথ কাছাৰৰ হলেও নিপাতনে সিদ্ধ হৈ পঞ্চপাণ্ডৱৰ এজন হৈছিল। এই পঞ্চবন্ধুৰ নেতা আছিল লক্ষ্মীনাথ দাস। যোৰপুখুৰীৰ দক্ষিণ-পশ্চিমত থকা তেওঁৰ ঘৰখনেই আছিল পাঁচোজনৰ মিলনকেন্দ্ৰ। পাঁচো-জনৰ উমৈহতীয়া যোগসূত্ৰ আছিল ব্যৱহাৰিক বিজ্ঞান আৰু অসম-প্ৰীতি। পাঁচোজনৰ স্বকীয়া প্ৰকৃতিৰ লগত খাপ খাই পৰা লক্ষ্মীনাথ দাস আছিল অনুপানভেদে সিদ্ধমকৰধ্বজ। শ্ৰীপূৰ্ণচন্দ্ৰ ভঁৰালী লক্ষ্মী দাসৰ বিজ্ঞানী চেলা।

আটাইকেউজনেই অসমীয়া সাহিত্য-সংস্কৃতিৰ সূক্ষ্ম সমা-লোচক। মানুহৰ চকুৰ আঁৰত নিজানত ফুলি নিজানতে মৰহি যোৱা

বনফুলৰ দৰে এইসকলৰ স্বভাৱজাত প্ৰতিভা পাহৰণিৰ বুকুত জাহ গ'ল বুলি কব পাৰি। এতিয়া প্ৰতিজনৰে চমু চিনাকি দিওঁ।

'চিন্তা-তৰঙ্গিনী'ৰ কবি ভোলানাথ দাস এগৰাকী বিশ্বকৰ্মা পুৰুষ আছিল। জোখমাপ, জৰীপ, বাঢ়ৈৰ কাম, আদিত তেওঁৰ বিশেষ পাৰ্গতালি। কুমাৰ ভাস্কৰ নাট্যমন্দিৰৰ নিৰ্মাণত তেওঁ নিয়মীয়া পৰ্য্যবেক্ষক আছিল। বাঢ়ৈসকলৰ লগত লাগিভাগি ঘৰ সজা কাম চাবলৈ নিতৌ পুৱা-গধূলি মোৰ পদূলিমুখেদি এটা ওভাৰকোট পিন্ধি তেওঁ গুজুংগুজুং কৰি যোৱা দৃশ্য আজিও মোৰ মনত পৰে। বাপ্‌কা বেটা, চিপাহীকা ঘোঁৰা। যেনে বাপ ভোলানাথ দাস, তেনে তেওঁৰ পুত্ৰ লক্ষ্মীনাথ দাস। বাপেকতকৈ একাঠী চৰাহে। ইচ্ছা কৰা হলে এওঁ বিজ্ঞানৰ অধ্যাপক নাইবা আন চৰ্কাৰী চাকৰিয়াল হৈ জীৱনৰ মোৰ আনফালে ঘুৰাব পাৰিলেহেঁতেন। হাবিয়াল বিষয়াৰ প্ৰশিক্ষণ লবলৈ সিদ্ধিনাথ শৰ্মাৰ লগত জলপানী লৈ ডেৰাডুন জংঘলী কলেজলৈ গৈছিল। কিন্তু এজনবো হাবিৰ লগত ৰাহিযোৱা নাছিল। কলেজ-কৰ্তৃপক্ষৰ লগত খকাখুন্দা লগাই তুয়ো ঘৰলৈ উলটি আহিল। দাসে ইঞ্জিনীয়াৰ স্নাতক নোহোৱা সত্বেও স্বভাৱজাত কাৰিকৰী অৰ্হতাৰ সহায়ত গুৱাহাটী পানীকলৰ চাহাব হৈ স্বতন্ত্ৰীয়াভাৱে জীৱন-নাও বাই গ'ল। তেওঁ নিজ সৃজনীপ্ৰতিভাৰে কত কিযে নকৰিলে সেইবোৰৰ লেখ দিয়াই টান। ঘোৰপুখুৰীত নিজে সজা কলৰ নাও চলালে। নিজে অনাতাঁৰযন্ত্ৰ সাজি লৈ দেশ-বিদেশৰ বাতৰি উপভোগ কৰিলে। প্ৰথম মডেলৰ ফোৰ্ডগাড়ী এখনকে নিজে মেৰামতি কৰি স্বাভাৱিক আয়ুসতকৈ তাৰ আয়ুস বঢ়াই ফোৰ্ড কোম্পানীকো চমক খুৱালে। পেঞ্চনাৰবিলাকে বয়সৰ চেঞ্চুৰী কৰিবৰ উপক্ৰম হলে পেঞ্চনদাতা চৰ্কাৰৰ চোৰাংচোৱাই সেই পেঞ্চনাৰজন সঁচাকৈয়ে জীয়াই আছে নে নাই তিতকৰাকৈ ঢ়ু-ভা লয়। লক্ষ্মী দাসৰ পুৰণি ফোৰ্ডগাড়ীখনবো বৃদ্ধ পেঞ্চনাৰৰ দশা হৈছিল। কোম্পানীৰ

মানুহ মাজে মাজে আহি লক্ষ্মীনাথে কাবিকৰী সঞ্জীৱনী প্ৰয়োগ কৰি বুঢ়া গাড়ীখনক সচল কৰি ৰখা নিজ চকুৰে দেখা পাই অবাক হৈ গাড়ীৰ ফটো লৈ ঠোট-মুখ চেলেকি উলটি গৈছিল।

লক্ষ্মীনাথে তেওঁৰ নিজা গৱেষণাগাৰত তেওঁৰ চেলা পূৰ্ণ ভঁৰালী আৰু বঙ্কেশ্বৰ বৰদলৈৰ সহযোগত বহুত কিবাকিবি আবিষ্কাৰ কৰি সেইবোৰ বজাৰত চলাইছিল। এবাৰ তেওঁ নেত্ৰকল্যাণ নামৰ চকুৰ ঔষধ এটা আবিষ্কাৰ কৰি বাটৰ কচু গাত ঘঁহি লোৱাৰ নিচিনাকৈ প্ৰথমতে নিজৰ চকুতে পৰীক্ষা কৰি চোৱাৰ বাবে কেইদিনমান দৃষ্টিশক্তি হেৰুৱাই খপজপ কৰি ফুৰিবলগীয়া হৈছিল।

তেওঁ যে কেৱল যন্ত্ৰবিজ্ঞানতে লাগিছিল এনে নহয়, সঙ্গীত-বিজ্ঞানতো তাল দিছিল। হৰিকৃষ্ণ দাস, গোপীনাথ বৰদলৈ, গিৰিশচন্দ্ৰ ৰায়চৌধুৰী, অম্বিকাগিৰী ৰায়চৌধাৰী প্ৰভৃতি নানাজনে গোৱা বৰগীত নিজৰ যন্ত্ৰত 'টেপস্থ' কৰি ৰাখিছিল। দুখৰ বিষয় কেৱাজনো সঙ্গীত-পণ্ডিতক খাটনি ধৰিও সেইবোৰৰ প্ৰকৃত মূল্যাংকন কৰি সদগতি সাধিব নোৱাৰিলে।

তেওঁৰ বন্ধু ৰাজমোহন নাথ তত্ত্বভূষণ ইঞ্জিনীয়াৰ-বিজ্ঞানী, প্ৰত্নতাত্বিক। নাথৰ বেনামী নাম পীতাম্বৰ ৰাজমেধি। এওঁৰ যত্নতে খাইকৈ ডবকা অঞ্চলৰ মূৰ্ত্তি-লিপি আদিৰে নগাঁৱত 'মাবাক পাৰ্ক'। স্থাপন হৈছিল। এতিয়া সেইখোন তাৰ নামকে সুতনা হলো। নাথ গুৱাহাটীলৈ আহিলে তেওঁৰ বন্ধু লক্ষ্মীনাথ দাসৰ ঘৰলৈ আহিবই আৰু দুয়ো লগ হৈ নানা বিষয়ে আলোচনা-গৱেষণা কৰিবই। ওজাৰ নাকত ধৰে খোৱাৰ দৰে বিবিধি ৰকমা সম্পা-দিত 'জঙ্গীয়া নাট'খন ভুলৰ খেৰেৰে খকৰা হৈ প্ৰকাশ পাইছিল। সেই ভুলবোৰ চাপিজাৰি দাস আৰু নাথে প্ৰত্যুথন কথলাবথল কৰিছিল। অপ্ৰিয় সত্য আৰু কটু সমালোচনা প্ৰকাশ কৰি দুয়োজনে সৎসাহসৰ কাম কৰিছিল বুলিয়েই মই ভাবো। সত্যক অসত্যৰে বিকৃত আৰু বিকলাঙ্গ কৰাটো নিশ্চয় অযুক্ত।

উকিল উমেশ চৌধাৰী সঙ্গীতকবি। লক্ষ্মীনাথ তেওঁৰ গানৰ চমৎকাৰ। দুয়ো দুইকো নাম কাঢ়ি মাতে। উমেশ দাদাই নতুন গান এটা লিখিলেই লক্ষ্মীক, দৈবক আৰু মোক গাই শুনায় আৰু মতামত সোধে। কিবা খোকোজা লাগিলে লক্ষ্মী দাসে কৈ দিয়ে। উমেশ দাদা আৰু লক্ষ্মী দাস কেতিয়াবা একেলগে ফুৰিবলৈ যায় নৈৰ পাৰৰ আলিৰে। মই নিজে দেখা পাইছিলো, এদিন তেওঁলোকে নিজকে পাহৰি গৈ মাজআলিত বহি গৈছে আৰু আলিৰ ওপৰত ছবি আঁকি বিজ্ঞানৰ কিবা তথ্য আলোচনা কৰি বিভোৰ হৈ পৰিছে। এওঁলোকৰ মাজত হোৱা ৰাজনীতিৰ আলোচনাত ভাগ লবলৈকো মোৰ সুযোগ মিলিছিল। অসমীয়াৰ স্বাৰ্থসংক্ৰান্ত বিষয়ত এওঁলোকে গোপীনাথ বৰদলৈ আৰু ভুবনেশ্বৰ বৰুৱাৰ যোগেদি পৰাখিনি কৰিবলৈ সততে যত্ন কৰিছিল।

গিৰিশচন্দ্ৰ বৰুৱা আছিল সদায় লোকচান ভৰা ঠিকাদাৰ। বৰুৱাৰ ঠিকাদাৰি সদায় সজবাটেৰে চলিছিল। সেই কাৰণে তেওঁ কাচিৎহে লাভৰ মুখ দেখা পাইছিল। অসমীয়া ঠিকাদাৰৰ দুৰ্নাম হয় বুলি এওঁ সদায় সচেতন আছিল। দীঘলীপুখুৰীৰ পাৰৰ সংগ্ৰহালয়ৰ পকীঘৰটো ঠিকাদাৰ হৈ এৱেঁই সাজি দিছিল। ঠিকাৰ কামতে হওক বা দেশৰ চিন্তাতে হওক ক'ৰবাত কিবা আউল লাগিলেই বৰুৱা বন্ধু লক্ষ্মী দাসৰ কাষ পায়হি, বুদ্ধি-পৰামৰ্শ সোধে। অসমৰ কিবা সংকটজনক সমস্যা উপস্থিত হলেই সংৰক্ষিণীবীৰ অম্বিকাগিৰীয়ে প্ৰধানমন্ত্ৰী নেহৰুলৈ তাঁৰযোগে স্মাৰকপত্ৰ পঠিয়ায়। একোখন তাঁৰপত্ৰত তিনিকুৰি চাৰিকুৰি টকা ভৰণি হয়। সেই ধন বহন কৰে লক্ষ্মী দাসে, গিৰিশ বৰুৱা আৰু মহৰ্ষি কমলাকান্তৰ জোঁৱায়েক শৰৎ বৰুৱাই। এইসকল নীৰৱ দেশসেৱকৰ নাম আৰু কাম কোনেও নেজানে অথচ দেশৰ কাৰণে এওঁলোকৰ বৰঙনি মুক্তিযুঁজাৰুসকলতকৈ কোনোগুণে কম নহয়।

দলটোৰ কনিষ্ঠজন হৰেন বৰুৱা প্ৰকৃত অৰ্থত আন কেই-

জনৰ দৰে বিজ্ঞানী নহয়। তেওঁ সমাজবিজ্ঞানী বা সংবাদবিজ্ঞানীহে। বকৰাই নিতৌ বাতিপুৱা দহ-এঘাৰ বজাৰ ভিতৰত পাণবজাৰৰ এখন চাহদোকানলৈ যায়, এখন নিৰ্দিষ্ট মাচিয়াত বহে আৰু লগে লগে পুৱাৰ কলিকতীয়া কাকতত অহা তপত বাতৰিবোৰো হজম কৰে। দুখনমান কাকত কিনি লৈ ঘৰলৈ ওভতে। সন্ধিয়া তেওঁ লক্ষ্মী দাসৰ ঘৰলৈ গৈ তেওঁৰ ৰেডিঅ'টোত দিল্লীৰ বাতৰি শুনে। লক্ষ্মী দাসৰ লগত সেই বাতৰিবোৰৰ পৰ্য্যালোচনা কৰে। দ্বিতীয় মহাসমৰৰ সময়ত তেওঁলোকৰ এই বাতৰি শুনাৰ চখটো প্ৰবল আছিল। কেৱল যে দিল্লীৰ বাতৰিহে শুনে এনে নহয়, লক্ষ্মী দাসে পৃথিৱীৰ নানা কেন্দ্ৰৰ বাতৰি ধৰি হৰেন বকৰা আৰু উমেশ দাদাক শুনায়।

পঞ্চপাণ্ডৱৰ চাৰিজন ইতিমধ্যে গলেই হৰেন বকৰাহে এতিয়া বাকী আছেগৈ। তেওঁ আৰু এতিয়া লক্ষ্মী দাসৰ ঘৰলৈ ৰেডিঅ'ৰ বাতৰি শুনিবলৈ নেযায় কিন্তু তাহানিৰ দৰে আজিলৈকে তেওঁ পাণবজাৰৰ চাহটুপিৰ মোহ এৰিব পৰা নাই। এই চাহ-পানীটুপিয়েই তেওঁক বন্ধুহীন জীৱনত জীপ দি ৰাখিছে হব পায়।

---

## 'পা-ফু'ৰ পাণ্ডা

১৯২৮ চনত বি-এ পাছ কৰাৰ পিছত মই কেবাবছৰো এটা মাষ্টৰি কামৰ বাবে অলৌগুটি-টলৌগুটি খেলি চেগোচোৰোকাকৈ অ'ত ত'ত কাম কৰিছিলো। বহুদিন নিবনুৱা হৈ থাকিব লগা হৈছিল। সেই সময়ত এতিয়াৰ নবীন বৰদলৈ-ভৱনৰ নাম আছিল কাৰ্জন হল। সেই কাৰ্জন হল লাইব্ৰেৰীৰ পুথিভঁৰালী আছিল মোৰ অগ্ৰজপ্ৰতীম বন্ধু, হৰমোহন দাস। পুজাৰ বন্ধত আৰু জহৰ

বন্ধত প্ৰায়েই তেওঁ অসমৰ বাহিৰলৈ ফুৰিবলৈ যায়। সেই সময়ত তেওঁ কাৰ্জন হলৰ ভাৰ মোক দিয়ে। বেতন মাহে আঢৈকুৰি। শোলাৰ মুখত মাখি। কামটো কিন্তু মোৰ পক্ষে তৃপ্তিদায়ক আছিল। কিতাপ আৰু কিতাপপ্ৰেমীসকলৰ মাজত দিনটোৰ পুৱা-গধূলি অতিবাহিত কৰিবলৈ ভাল লাগিছিল।

সেই সময়তে লাইব্ৰেৰীৰপৰা কিতাপ নিয়া এজন মানুহলৈ মই বিশেষভাৱে লক্ষ্য কৰিছিলো। তেওঁ নিতৌ এখন বা দুখন ডিটেক্টিভ উপন্যাস নিয়ে। পিছদিনা ঘূৰাই দি আকৌ নতুনকৈ একেবিধৰ কিতাপ নিয়ে। কোনো দিনা খটি নহয়। এয়া তেওঁৰ এইবিধ উপন্যাস ৰচনাৰ প্ৰস্তুতিৰ কাল। একে ঠাইৰ মানুহ হলেও মানুহজনৰ লগত তেতিয়ালৈকে মোৰ ঘনিষ্ঠভাৱে চা-চিনাকি নাছিল আৰু তেতিয়া এই কথাও ভাবিব পৰা নাছিলোঁ। যে তেওঁ এদিন বিখ্যাৎ পা-ফু বাহিনীৰ চৰ্দাৰ 'প্ৰেমনাৰায়ণ' হিচাপে অসমীয়া পাঠকৰ আগলৈ বলিষ্ঠ খোজেৰে আগবাঢ়ি আহিব।

তাৰ ২।৪ বছৰ পিছত তেওঁ তেওঁৰ প্ৰথম ডিটেক্টিভ উপন্যাস 'দিনডকাইত' এখন আনি মোৰ হাতত দিলেহি। পঢ়িলোঁ, ভাল লাগিল। তাৰ পিছত আৰু এখন দিলে, পঢ়ি ভাল লাগিল। এইদৰে ইখনৰ পিছত সিখনকৈ কেবাখনো একেজাতীয় কিতাপ যেতিয়া তেওঁৰ কাপৰপৰা পালোঁ আৰু মোৰ লগত ঘনিষ্ঠতা বাঢ়ি আহিল, ঠাৱৰকৈ বুজি পালোঁ যে এইজন সাধাৰণ লিখক নহয়। মানুহজন দেশপ্ৰেমিক। তেওঁৰ পা-ফু বাহিনীৰ ডকাইত কেইজনো দেশপ্ৰেমিক, অসমপ্ৰেমিক। অসমীয়া সাহিত্যৰ এটা চেঁচুকীয়া বিভাগত তেওঁ অনায়াসে এখন গজগজীয়া আসন দখল কৰি ললে।

পিছত 'প্ৰেমনাৰায়ণ' মোৰ অন্তৰঙ্গ বন্ধু হৈছিল। কেৱল কিতাপৰ পাততে নহয়, দিনেকীয়া জীৱনৰ কথা-বতৰাতো তেওঁ হাস্যৰসিক আছিল। যোৰপুখুৰীপাৰৰ গুলঞ্চীবাহৰৰ পৰা তেওঁ এখন বিল পুতি ঘৰ সাজি লৈছিল। ন-ঘৰ লোৱাৰ আগতে

তেওঁ এদিন মোক কৈছিল,—"মই এতিয়াৰপৰা পোতাপুখুৰীৰ বাকৰজা হলোঁ। মোক আগৰ ঘৰৰপৰা এন-চি-চিয়ে খেদিলে।" কথাটো বুজিব নোৱাৰাত তেওঁ কলে—"এন-চি-চি মানে নবীনচন্দ্ৰ চৌধুৰী অৰ্থাৎ মোৰ শহুৰ।" মানুহক উপনাম দিয়াত দস্ত বৰ পাকৈত আছিল। তেওঁৰ সম্বন্ধীয়া মানুহ এজন আছিল বৰ ওখ, ওপৰচকুৱা। বাটেৰে খোজকাঢ়ি যাবৰ সময়ত সেই মানুহ-জনে তলমূৰ নকৰে, ওপৰফালে চাই যায়। প্ৰেমনাৰায়ণে তেওঁৰ নাম দিছিল 'জিৰাফ'।

তেওঁ এদিন বিহগী কবিক খং তোলাবলৈ এফাঁকি কবিতা লিখি দি আহিছিলগৈ—

বুধবৰীয়া হাটলৈ যাবা, বহু বিহগী লগ পাবা।
গণ্ডা গণ্ডা আণ্ডা আনি, সিজাই খাবা নিমখ সানি।

বিহগী কবিয়েও তাৰ জোৰাইজোখাই উত্তৰ লিখি পঠাইছিল এনেদৰে—

ক'ৰপৰা আহিলা পাৰ খোৱা বোন্দা?
আণ্ডাৰ বজাৰত পৰিছে মন্দা।
ভালে ভালে যোৱা পা-ফুৰ পাণ্ডা।



# বাটত আছে কণা বিধি

আলচা কথা নহয় সিদ্ধি, বাটত আছে কণা বিধি। অসমৰ বৃটিছ আমোলত টেটুত ভালুকৰ সাঙোৰ দৰে লাগি থকা শ্ৰীহট্ট জিলাখনেই আছিল কণাবিধি। ভাষা-সংস্কৃতি, চাকৰি-বাকৰি সকলো বিষয়তে এই জিলাখনেই অসম আৰু অসমীয়াৰ সকলো সজ কামতে হেঙাৰ ধৰি আছিল। আজি যদিও তাহানি সুৰমা উপত্যকাৰ ভগ্নাংশ কাছাৰ আৰু কৰিমগঞ্জকে ধৰি অসমৰ

সকলোৱে গুৱাহাটী বিশ্ববিদ্যালৰ সমান অংশীদাৰ হৈছে তথাপি এই কথা স্বীকাৰ্য্য যে এই শিক্ষা-প্ৰতিষ্ঠানখনি একমাত্ৰ অসমীয়া ৰাইজৰ বহুদিনীয়া প্ৰচেষ্টা আৰু আশা-আকাঙ্ক্ষা, এক কথাত কবলৈ গলে তপস্যাৰ ফল। ১৯১৭ চনত অসম বিধান পৰিষদত আৰু সেই বছৰৰে শেষ ভাগত অসম এছোচিয়েছনৰ সভাত অসম বিশ্ববিদ্যালয়ৰ দাবীয়ে গজালি মেলিছিল যদিও নানা অনুকূল আৰু প্ৰতিকূল অৱস্থাৰ ৰ'দ-বতাহ সহ্য কৰিবলগীয়া হোৱাত প্ৰায় ডেৰকুৰি বছৰে সি বাস্তৱক্ষেত্ৰত মূৰ দাঙি থিয় হব পৰা নাছিল। ১৯২৮ চনত দেশভক্ত ফুকনৰ সভাপতিত্বত অনুষ্ঠিত অসম ছাত্ৰ-সম্মিলনৰ তেজপুৰ অধিবেশনত সমূহ অসমীয়া ছাত্ৰই প্ৰথমবাৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰস্তাৱ গ্ৰহণ কৰিছিল কিন্তু তাৰ কাৰ্য্যকৰী ৰূপায়ণ কেইবছৰমান পিছতহে হৈছিল। প্ৰবল ৰাজহুৱা আন্দোলন আৰু ধাৰাবাহিক প্ৰচেষ্টাৰ উপৰিও গুৱাহাটী বিশ্ববিদ্যালয় বিল ১৯৪৮ চনত গৃহীত হোৱাৰ পূৰ্বতে অসম বিধান সভাৰ-মজিয়াতো তিনিখন বিল উত্থাপিত হৈছিল। বিল বিল হৈয়েই থাকিল, সাগৰ হবলৈ নেপালে—যাইকৈ ছিলেটীয়াসকলৰ প্ৰবল বিৰোধিতাত আৰু অসমীয়া ৰাইজৰ মনঃপূত নোহোৱাত।

ব্ৰহ্মপুত্ৰ উপত্যকাই অসমৰ বাবে এখন বিশ্ববিদ্যালয় যিমান জোৰেৰে বিচাৰিছিল, শ্ৰীহট্টই সিমান জোৰেৰে তাৰ বিৰোধিতা কৰিছিল। সেই বিৰোধিতাৰ আভাস দিবলৈ সেই সময়ৰ বাতৰি কাকতত প্ৰকাশিত হুবহু বাতৰি এটা এইখিনিতে তুলি দিছোঁ: ১৯৪৯ চনৰ ২৩ ফেব্ৰুৱাৰীৰ দিনা ছিলেটৰ সাৰদা মেমৰিয়েল হলত বহা ৰাজহুৱা সভাত গৃহীত প্ৰস্তাৱটো আছিল—"সুৰমা উপত্যকাৰ ৰাইজে আশঙ্কা কৰে যে অসমত বিশ্ববিদ্যালয় পাতিলে তেওঁলোকৰ ভাষা-সংস্কৃতি ক্ষতিগ্ৰস্ত হব আৰু কলিকতা বিশ্ব-বিদ্যালয়ৰ লগত থকা পুৰণি সম্পৰ্ক ছিন্ন কৰি বঙ্গৰ লগত থকা তেওঁলোকৰ সাংস্কৃতিক সাদৃশ্যৰ বিশেষ হানি কৰিব। ৰাজ্যখনৰ

উচ্চ শিক্ষাৰ ক্ৰমবৰ্দ্ধমান চাহিদা পূৰণ কৰিব পৰাকৈ আৰু শিক্ষাৰ উচ্চমান আৰু নৈপুণ্য অটুট ৰাখিব পৰাকৈ তাকৰীয়া বিত্তীয় সামৰ্থ্য থকা তুখীয়া অসমে বিপুল অৰ্থ ব্যয় কৰাৰ দায়িত্ব লব নোৱাৰিব। সেইদেখি ছিলেটৰ ৰাইজৰ এই সভাই অসমত সুকীয়া বিশ্ববিদ্যালয় পতা প্ৰস্তাৱৰ তীব্ৰ প্ৰতিবাদ কৰে আৰু সমগ্ৰ ৰাজ্যৰে ৰাইজক সভা-সমিতি পাতি প্ৰস্তাৱিত বিশ্ববিদ্যালয় আঁচনিৰ বিৰোধিতা কৰিবৰ বাবে দাবী জনাবলৈ আহ্বান জনায়।"

আন এটা প্ৰস্তাৱৰ যোগেদি সভাই অসম বিধান-মণ্ডলৰ সদস্যসকলক বিশ্ববিদ্যালয় সম্পৰ্কীয় প্ৰস্তাৱৰ বিৰোধিতা কৰিবলৈ আহ্বান জনায়। তৃতীয় প্ৰস্তাৱৰ যোগেদি ৰায়বাহাদুৰ সতীশচন্দ্ৰ দত্তৰ সভাপতিত্বত জনমত গঠন কৰাৰ বাবে এখন কমিটী গঠন কৰি দিয়া হয়। সেই সভাৰ ব্যৱস্থামতেই শ্ৰীহট্টৰ 'অসম বিশ্ববিদ্যালয় বিৰোধী কমিটী'ৰ সম্পাদকে বিভিন্ন লোকলৈ চিঠি পঠায়। চিঠিত কোৱা হয়—"২৩ ফেব্ৰুৱাৰীৰ দিনা ছিলেটত হোৱা সভাত সৰ্ব-সম্মতিক্ৰমে গৃহীত প্ৰস্তাৱৰ নকল এটা আপোনালৈ পঠাইছোঁ। আপুনি জানে যে সুৰমা উপত্যকাৰ ৰাইজে অসমত সুকীয়া বিশ্ববিদ্যালয় পতা কথাটোত তীব্ৰভাৱে বিৰোধিতা কৰে। আপুনি এই কথাও জানে যে ভাৰত চৰকাৰে ছিলেটৰ ৰাইজক প্ৰতিশ্ৰুতি দিছিল যে কলিকতা উচ্চ ন্যায়ালয় আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা তেওঁলোকক কেতিয়াও বিছিন্ন নহব। অসম উপত্যকাৰ মাত্ৰ এভাগ লোকেহে বিশ্ববিদ্যালয় পতাটো সমৰ্থন কৰে। অলপতে প্ৰকাশ পোৱা বিলখন অতি প্ৰতিক্ৰিয়াশীল...... ।"

সুখৰ বিষয় ১৯৪৭ চনত দেশে স্বাধীনতা লাভ কৰাত অসমৰ কান্ধত গলগ্ৰহ হৈ ওলমি থকা শ্ৰীহট্ট জিলাখন আঁতৰি যোৱাত সমস্যা সহজে সমাধান হৈ পৰিল। ডেকাবেজ মাধৱচন্দ্ৰ বেজবৰুৱা, শিক্ষাবিদ শৰৎচন্দ্ৰ গোস্বামী প্ৰভৃতিৰ প্ৰচেষ্টাই গুটি

ধৰিলে। লোকপ্ৰিয় বৰদলৈদেৱে গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন কৰি লুইতৰ পাৰত জ্ঞানৰ দীপাৱলী পাতিলে। শ্ৰীকৃষ্ণকান্ত সন্দিকৈ কৰ্ণধাৰ হ'ল। সেই দীপাৱলীৰ পোহৰত দেশ জিলিকি উঠিল, প্ৰাগজ্যোতিষৰ সুমোৱা দীপ্তি উদ্ভাসিত হ'ল।

---

## ৰবীন্দ্ৰভৱন

কবিগুৰু ৰবীন্দ্ৰনাথৰ শতবাৰ্ষিকী উপলক্ষে ভাৰতৰ প্ৰতিখন ৰাজ্যৰ ৰাজধানীত কেন্দ্ৰীয় সাহায্যত একোটা ৰবীন্দ্ৰভৱন প্ৰতিষ্ঠা কৰিবলৈ স্থিৰ কৰা হৈছিল। সেইমতে অসমৰ ৰাজধানী ছিলঙতো এটা ৰবীন্দ্ৰভৱন নিৰ্মাণ হব লাগিছিল। সুখৰ বিষয় মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাদেৱৰ ব্যক্তিগত প্ৰচেষ্টাত অসমৰ ভাগত পৰা ৰবীন্দ্ৰভৱনটো অসমৰ বাইজে সহজে ঢুকি নোপোৱা তেতিয়াৰ ৰাজধানী ছিলং শৈল-শিখৰৰপৰা ভৈয়ামত থকা অসমৰ সাংস্কৃতিক ৰাজধানী গুৱাহাটীলৈ নামি আহিল। ছেগ সদায় নাহে। সময়ৰ শৰ হাতত তুলি নললে বহু সময়ত লক্ষ্যভ্ৰষ্ট হব-লগীয়া হয়। অসমৰ ৰাইজ সময়মতে সজাগ হোৱা হলে আৰু চৰকাৰী ডা-ডাঙৰীয়াসকলৰ দূৰদৃষ্টি থকা হলে অসমৰ ৰাজ্যিক পুথিভঁৰালটোও গুৱাহাটী বিশ্ববিদ্যালয়ৰ ওচৰতে নিৰ্মিত আৰু অসমৰ সমূহ শিক্ষক আৰু ছাত্ৰৰ কামত অহা বিধৰ হ'লহেঁতেন।

১৯৫৯ চনৰ কথা। সেই বছৰ মই অসম সাহিত্য-সভাৰ সভাপতিৰ বাবত আছিলোঁ। এদিন দিল্লীৰ বাতৰি এটা প্ৰকাশ হ'ল যে ভাৰতৰ প্ৰতিখন ৰাজ্যৰ ৰাজধানীতে কেন্দ্ৰই একোটা

ৰবীন্দ্ৰভৱন সজাই দিবলৈ সিদ্ধান্ত লৈছে। তেতিয়া আমি অনুভৱ কৰিছিলো যে দৰাচলতে অসমৰ ৰবীন্দ্ৰভৱনটো গুৱাহাটীৰহে ন্যায্য প্ৰাপ্য। এই বিষয়ত অসম সাহিত্য-সভায়ো হাত সাৱটি বহি থকাটো অনুচিত। মই তত্তালিকে ৰবীন্দ্ৰভৱনৰ বাবে গুৱাহাটীৰ ন্যায্য দাবী প্ৰতিপন্ন কৰি যথাবিহিত ব্যৱস্থা লবলৈ অনুৰোধ জনাই এখন গোপন চিঠি লিখিছিলো মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহালৈ আৰু ব্যক্তিগতভাৱে চলিহাদেৱক লগ ধৰি বিষয়টোৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিছিলো। আন এখন চিঠি লিখিছিলো তেতিয়াৰ অসম বাণিজ্যিক কংগ্ৰেছৰ সভাপতি শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীলৈ ( বৰ্তমান ৰাজ্যপাল )। যুক্তিযুক্ততা দেখা পাই চৌধুৰীয়ে আমাৰ আবেদনখন অনুমোদন কৰি মুখ্যমন্ত্ৰীলৈ পঠাই দিছিল। মুখ্যমন্ত্ৰী চলিহায়ো দিল্লীক পতিয়ন নিয়াবলৈ সমৰ্থ হ'ল। মুখ্যমন্ত্ৰীলৈ পঠোৱা আবেদন পত্ৰৰ নকল তলত তুলি দিয়া হ'ল :

TO

THE CHIEF MINISTER OF ASSAM, SHILLONG.

Sir,

Having read in the papers a news reported from New Delhi, dated June 25, I beg to place the following few lines for favour of your kind consideration.

The scheme for building one theatre or open-air theatre in each state envisages construction of a building for the purpose in each state capital. But I beg to state that the purpose in view will be better served if the proposed theatre is located at Gauhati instead of at Shillong. For, Gauhati, though not

the official capital, is the nerve centre of the cultural and educational life of the state. The seat of as many as 5 colleges and also the University at Jalukbari being already a part of greater Gauhati. Gauhati stands as the premier educational centre of Assam where thousands of young men and women receive their education. The All India Radio, around which a set of singers, actors and writers have sprung up and which has thus grown up to be a cultural centre is also situated at Gauhati. Moreover many of the top-ranking posts, playwrights and other literateurs hail from the town of Gauhati. Secondly, one of the purposes of the proposed theatre is the encouragement of dramatic literature in Assamese, which is one of the fourteen recognised languages of India. This purpose also will be best served if the proposed theatre is located at Gauhati which is a cultural place for the speakers of Assamese as well as the tribal population of the hills and plains.

In the circumstances I, on behalf of the Assam Sahitya Sabha and all art lovers of the state request you kindly to arrange for the establishment of the proposed theatre at Gauhati and not at Shillong and to move the central Govermnent for the same.

Yours faithfully,
Sd/Atulchandra Hazarika
President,
Assam Sahitya Sabha.

সেই সময়ত সাহিত্য সভাৰ এই ভিতকৰা প্ৰচেষ্টাৰ কথা বাতৰি কাকতৰ যোগেদি প্ৰচাৰ কৰি দিয়া হলে হয়তো হিতে বিপৰীত

হোৱাৰহে সম্ভাৱনা আছিল কিয়নো তাকে দেখি আন আন ঠাইৰ পৰাও ৰবীন্দ্ৰভৱন পাবলৈ দাবী উঠিলহেঁতেন আৰু আমাৰ মতবিৰোধৰ সুযোগ লৈ ছিলঙেই ৰবীন্দ্ৰভৱন লাভ কৰিলেহেঁতেন।

ৰবীন্দ্ৰভৱন গুৱাহাটীত পতাৰ সিদ্ধান্ত হোৱাৰ পিছতো স্থান-বাছনিত সমস্যাই দেখা দিছিল। প্ৰথমতে স্থান নিৰ্বাচন কৰা হৈছিল পল্টনবজাৰ নিউফিল্ডত। অধ্যক্ষ শ্ৰীগিৰিধৰ শৰ্মা প্ৰমুখ্যে সেই অঞ্চলৰ ৰাইজে আপত্তি জনোৱাত মাছখোৱা ময়দান বাছনিত তোলা হৈছিল। সমূহীয়া নামাজৰ ঠাইত এই ভৱন পতাটো অনুচিত হব বুলি সেই অঞ্চলৰ মুছলমান ৰাইজেও দৃঢ়মত প্ৰকাশ কৰাত মাছখোৱাৰ প্ৰস্তাৱটোও বাতিল হ'ল। তিনিআলিৰেই নিবাৰ। শেষ বাছনিত দীঘলীপুখুৰী পাৰৰ আমবাৰীয়েই ৰবীন্দ্ৰ-ভৱনক কোলাত তুলি লবলৈ সুবিধা পালে।

মই ভাবোঁ, অসম সাহিত্য-সভাই সময়মতে সঁকীয়াই নিদিয়া হলে আৰু চলিহা ডাঙৰীয়াই সময়ৰ শৰ জুৰি বিশেষ-ভাৱে তৎপৰ নোহোৱা হলে গুৱাহাটীৰ ৰবীন্দ্ৰভৱনো আন বহু ভৱনৰদৰে আজি ছিলঙত মেঘালয়ৰ বৰ টোটোলাত সোমালহেঁতেন।

এই কথা জানি থোৱা ভাল যে গুৱাহাটীত ৰবীন্দ্ৰভৱন আৰু অসম প্ৰকাশন পৰিষদ এই দুটা জাতীয় অনুষ্ঠান স্থাপনত পৰোক্ষভাৱে হলেও অসম সাহিত্যসভাৰ বৰঙণি আছিল।



# কুখ্যাৎ ছাব্বিছ জানুৱাৰী

১৯৬৮ চনৰ ২৬ জানুৱাৰী। তেজপুৰত জ্ঞাননাথ বৰাদেৱৰ সভাপতিত্বত ২৭ তাৰিখৰপৰা অনুষ্ঠিত হবলগীয়া অসম সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশনত যোগ দিবলৈ সপত্নীক মই দলে-বলে গুৱাহাটীৰ পৰিবহন ষ্টেছনত হাজিৰ হৈছিলোঁগৈ। মোৰ গাত তেতিয়া সাহিত্য-সভাৰ কোনো লেঠাপিঠা নাছিল। এজন বিশিষ্ট প্ৰতিনিধি হিচাপেহে গৈছিলোঁ। প্ৰাক্তন সভাপতিসকল কাৰ্য্য-নিৰ্বাহক সভাত অন্তৰ্ভুক্ত নোহোৱা নিয়মটো ময়েই সম্পাদক হৈ থকা কালত বান্ধি লৈছিলোঁ। সেইবাবে কোনো কোনো প্ৰাক্তন সভাপতিয়ে মোক পেটে পেটে বেয়াও পাইছিল। মোৰ উদ্দেশ্য আছিল প্ৰাক্তন সভাপতিসকলক আন সদস্যসকলৰ উৰ্দ্ধত ৰখাটোহে। তেওঁলোকৰ কথাত মাত মাতিবলৈ আন সদস্যসকলে নিশ্চয় সংকোচ কৰিব আৰু সেই বাবে কাৰ্য্যপালিকাৰ সভাত মুকলিমূৰীয়া৷ আলোচনা হোৱাত অন্তৰায় ঘটিব পাৰে। তদুপৰি বছৰে বছৰে প্ৰাক্তন সভাপতিৰ সংখ্যা বাঢ়ি আহিছিল। তেওঁলোকৰ এজনক বাদ দি আনজনক কাষ চপাই লব নোৱাৰি। আটাইকেইজনক কাৰ্য্যপালিকাত সুমুৱাই লব লাগিলে নতুন সদস্যৰ বাবে ঠাইৰ নাটনি হব। মই নিজেও পলাশবাৰীতে সাহিত্য-সভাৰ ভিতৰ-চ'ৰাৰপৰা আনুষ্ঠানিকভাৱে অৱসৰ লৈছিলোঁ।

সেই দিনা তেজপুৰলৈ আমি যাত্ৰা কৰিছিলো এক অশুভ মুহূৰ্ত্তত, যাত্ৰাপথত যোগিনী আছিল হবপায়। মটৰ-ষ্টেছনত দেখিলোঁগৈ যে আমি উঠা বাছখন নেযায়হে নেযায়, কিবা বিজুতি ঘটাৰ বাবে। সেই কাৰণে ষ্টেছনতে এখন খকাখুন্দা লাগিছিল

ষ্টেছনৰ কর্তৃপক্ষৰ লগত, তেওঁলোকৰ অমনোযোগী মনোভাবৰ বাবে। প্ৰাক্তন পুৰাতত্ত্ব ডিৰেক্টৰ ডঃ প্ৰতাপচন্দ্ৰ চৌধুৰী আৰু অধ্যাপক শ্ৰীহেমন্তকুমাৰ শৰ্মাই যুঁজবাগৰ কৰি আমাৰ বাছখনক কোনোমতে যাত্ৰা কৰিবলৈ জেওাজোট ভাঙি সৈমান কৰিলে। আমাৰ বাছত মোৰ সহযাত্ৰী আছিল বেছিভাগেই অসম সাহিত্য-সভাৰ বিভিন্ন শাখাৰ প্ৰতিনিধি আৰু সভাপতি বৰাৰ পৰিয়াল। বাছ গৈ মাছখোৱাত ষ্টেছন সোমোৱাত দেখা পালোঁ কথা দেখোন বিপৰীত। আচম্বিতে অশান্তিৰ সূত্ৰপাত। ক'ত কি হৈছে, কোনে কি কৰিছে, একো বুজি পোৱা নাছিলোঁ। দক্ষযজ্ঞৰ-লণ্ডভণ্ডৰ আৰম্ভণি যেন অনুমান হৈছিল। আমাৰ বাছখনে নিৰাপদে নগৰৰ বাহিৰ ওলাই যাবলৈ ভয় কৰিলে। সহযাত্ৰীবিলাকৰ উপস্থিতবুদ্ধিৰ ফলত ৰিষ্ট পাৰ হ'ল। বাটত সময়ে সময়ে অসম সাহিত্য-সভাৰ জয়ধ্বনি দিয়াত সাহিত্য-সভাৰ নাম-মাহাত্ম্যত বাটৰ হেঙাৰবোৰ আপোনাআপুনি নাইকিয়া হৈ গৈছিল। কোনেও ক'তো আমাৰ গাড়ীখনক বাধা দিয়া নাছিল।

পলমকৈ যোৱাৰ বাহিৰে বাটত আমাৰ বাছখনে কোনো অসুবিধাৰ লগত ভেটাভেটি হবলগীয়া নহৈছিল। ওৰাঙত চাহপানী খাবলৈ নামিছিলো। ভীমে খোৱা লাৰু একোটাৰ সমান প্ৰকাণ্ড ৰসগোল্লাবোৰৰ বৃহৎ বপু দেখি আচৰিত হৈছিলোঁ। আজিকালিৰ অনাটনৰ দিনতো যে ইমান প্ৰাচুর্য্য! খোৱাৰ পিছত সেই অনুপাতে শকত দাম দিবলগীয়াত অৱশ্যে গা বেজবেজাই গৈছিল। ঢেকীয়া-জুলিত দেশনেতা অমিয়কুমাৰ দাসৰ আশ্ৰম-ঘৰ। তাত ষ্টেছনৰ বিপৰীতে এডাল বাঁহত ত্ৰিৰঙ্গা নিচান উৰি থকা দেখা পাইছিলো। কিন্তু অলপ পিছতে কোনে ক'ৰপৰা আহি চকুৰ পচাৰতে বাঁহডাল বগৰাই থৈ গ'ল আমি টলকিবকে নোৱাৰিলো। তাতেই দিনৰ এক বজাৰ অনাতঁাৰৰ অসমীয়া বাতৰিত গুৱাহাটীত কাৰ্ফু জাৰি কৰা বুলি জানিব পাৰি আমাৰ মনবোৰ নানা আশঙ্কাত

কোঁচ খাই গৈছিল। সকলোৱে ঘৰত ল'ৰা-তিৰোতা এৰি থৈ আহিছিল। অসহায় অৱস্থাত কাৰ কি হয় তাকে ভাবি আমাৰ মনৰ আনন্দ হঠাতে নিৰানন্দত পৰিণত হৈছিল। তেজপুৰ পাই প্ৰতিনিধি-ছাউনিলৈ নগৈ পোনেপোনে মোৰ ভাগিন-জোঁৱাই শ্ৰীমান মোক্ষদা হাজৰিকাৰ ঘৰত উঠিলোঁগৈ। অলপ জিৰাই-শতাই ৰাতি বিষয়বাছনি সভাত বহিছিলো। প্ৰতিনিধিসকলৰ চিঞৰ-বাখৰৰ মাজত পেপুৱা লগা সভাপতিৰ দুৰৱস্থা দেখি পুতো জন্মিছিল। কেবাজনেও একে সময়তে কথা কবলৈ থিয় হয়। এজনক বহুৱালে, আন এজনে থিয় দিয়ে। কেৱল কথা, কথা আৰু কথা। শেষ ৰাতি কথা কৈ কৈ ভাগৰি পৰাৰ পিছতহে আচল কাম হয়। সেই সময়ত বুদ্ধিমানসকলে ছেগ চাই কঠীয়া পাৰে। সি যি নহওক তেজপুৰত সেই দিনাই মোৰ দুজন খ্যাতনামা শিল্পী বিষ্ণু ৰাভা আৰু ফণী শৰ্মাৰ লগত শেষ দেখাদেখি হৈছিল। সেই তেজপুৰ অধিবেশনৰ কৃতকাৰ্য্যতাৰ বাবে ৰাভাই দেহেকেহে খাটিছিল যেন মোৰ অনুমান হৈছিল। তেওঁ মোক বিষয়বাছনি সভাৰপৰা নিজৰ মটৰত আলফুলকৈ তুলি আনি মোৰ ভাগিন-জোঁৱাইৰ ঘৰত একেবাৰে ভিতৰলৈকে হাতত ধৰি থৈ গৈছিলহি। সেই দিনা মোৰ প্ৰতি তেওঁৰ মৰম দেখি মই বিস্মিত হৈছিলোঁ। ফণী শৰ্মা আৰু বিষ্ণু ৰাভা দুইজন শিল্পীৰে ছন্দহাৰা জীৱন। অসমৰ ৰঙ্গমঞ্চলৈ তেওঁলোকৰ অৰিহণা অকৃত্ৰিম আৰু চিৰস্মৰণীয়।

পিছ দিনা দুপৰীয়া মই গতানুগতিকভাৱে মুকলি সভাত যোগ দিবলৈ গৈছিলোঁ। সভামণ্ডপৰ দুৱাৰমুখৰপৰাই দেখোন মোৰ প্ৰতি আদৰসাদৰৰ মাত্ৰা অলপ বেছি হৈছিল। কাৰণ কি বুজিব পৰা নাছিলোঁ। কেইখোজমান ভিতৰ সোমাই গম পালোঁ যে মোৰ ওপৰত মুকলি-সভা উদ্বোধন কৰা ভাৰ ন্যস্ত হৈছে। আগৰ পৰা কোনো খবৰ নাই, বাটত পালো কমাৰ, দা

গঢ়াই দে আমাৰ। মঙ্গলৈ উঠি গৈ দেখিলোঁ, ২৬ জানুৱাৰীৰ অশুভ ঘটনাৰ বাবে সকলোৰে মুখবোৰ শুকাই ঠেঁমী যেন হৈ আছে। কেতিয়া ক'ত কি অঘটন হয়, সকলোৰে মনত অজানিত আশঙ্কা। কংগ্ৰেছ-সভাপতি ভাগৱতী, বিত্তমন্ত্ৰী ত্ৰিপাঠী প্ৰভৃতি নেতাসকলো মঞ্চত সভাপতি বৰাৰ কাষতে বহিছিল। গুৱাহাটীত আচম্বিতভাৱে যিকুৰা জুই জ্বলি উঠিছিল, তেজপুৰত যেন সেই জুই জ্বলিবলৈ ঘিঁউ ঢালি দিয়া নহয়, সেইটো আছিল সকলোৰে কাম্য, মোৰো। সেই বাবেই মোৰ ওপৰত সভা-উদ্বোধকৰ গুৰু দায়িত্ব পৰিছিল নিশ্চয়। মই হিংসাত্মক কাৰ্য্যৰ পৰা যে কোনো সুফল লাভ নহয় সেই কথা ফঁহিয়াই এটা ভাষণ দিছিলোঁ।

২৬ জানুৱাৰীৰ আহুকলীয়া পৰিবেশৰ বাবে গুৱাহাটী-তেজপুৰ পথত মটৰ চলাচল বন্ধ হৈ গৈছিল। আমাৰ ওলোটা-যাত্ৰা এটা সমস্যাত পৰিণত হ'ল। অশান্ত গুৱাহাটীৰ মাজত নিজ নিজ ঘৰ-সংসাৰৰ কথাবোৰ ভাবি আমাৰ সকলোৰে মনবোৰ উথুলথু্থুল লাগি আছিল। ড°শ্ৰীপ্ৰতাপ চৌধুৰী আৰু ড°শ্ৰীহেমন্ত শৰ্মাই বিশেষ তৎপৰতাৰে লাগিভাগি দৰংজিলাৰ উপায়ুক্ত শ্ৰীঅনিলকুমাৰ চৌধুৰীৰ অনুগ্ৰহত ২৯ তাৰিখে ৰাতিপুৱাতে গুৱাহাটীমুৱা বিশেষ ট্ৰেন্সপটবাছ এখনৰ যোগাৰ কৰিলে। জনচেৰেক শেনচকুৱা সহযাত্ৰীয়ে আহিবৰ সময়ত তেজপুৰৰ প্ৰদৰ্শনীৰ তোৰণৰপৰা ডাঙৰ ডাঙৰ ৰ'গা আখৰেৰে অসম সাহিত্য-সভাৰ নাম লিখা বঙা কাপোৰখন একৰাই আনি আমাৰ বাছৰ আগফালে লগাই দিছিল। তাৰ ফলত বাছখনৰ গাম্ভীৰ্য্য বাঢ়িছিল, শক্তিও বাঢ়িছিল। অসম সাহিত্য-সভাৰ নামটোতে এটা কালিকা আছে। বাছত আমি গুৱাহাটীৰ প্ৰতিনিধিবিলাকে ওবেবাটে বংধেমালি কৰি আহিছিলো। মহিলাযাত্ৰীৰ মাজত আছিল মোৰ পত্নী আৰু শ্ৰীমতী ললিতা ফুকননী। গুৱাহাটীৰ মটৰ-ষ্টেছনৰ ভিতৰত সোমাওঁতে হুপৰীয়া ১২ বাজি ২০ মিনিট

গৈছিল। ১২ বজাৰপৰা কাৰ্ফু আৰম্ভ। আকৌ নিজ নিজ ঘৰ পোৱাৰ সমস্যাই দেখা দিলে। বাছখনে আমাক যদি ঘৰে ঘৰে থৈ নাহে তেন্তে কাৰ্ফুৰ কাৰ্যাই। ষ্টেছন-কৰ্তৃপক্ষই বিশেষ অনুমতি লবলৈ এপেট যাত্ৰীৰে গোটেই বাছখনকে পুলিচ-থানালৈ পঠিয়াই দিলে। অনুমতি পোৱা গ'ল কিন্তু সময় লাগিছিল যথেষ্ট। ৰাতিপুৱাই চাহপানী একোটোপা খাই ওলাই আহিছিলো। ভোকত পেটৰ নাড়ী ডাল ডাল্‌ হৈছিল। ঘৰৰ ভিতৰৰপৰা বহুতে আমাৰ বাছখন গৈ থানাৰ চৌহদত সোমোৱাত কি ভাবিছিল কব নোৱাৰোঁ, কিন্তু দলেবলে যোৱা আঁচামীৰ দৰে গৈ পুলিচ-থানাত সোমাবলৈ আমাৰ নিজৰেই লাজ লাগিছিল। অৱশেষত থানাৰপৰা অনুমতি-পত্ৰ লৈ বাছে আমাক থবলৈ নগৰ–পৰিভ্ৰমণ আৰম্ভ কৰিলে—পূবে চান্দমাৰী, পশ্চিমে জালুকবাৰী কিয়নো যাত্ৰীবিলাক আছিল নগৰৰ বিভিন্ন অংশৰ। হেমন্ত শৰ্মাই হেনো ছিলং-ৰোডৰপৰা তেওঁক লাচিতনগৰৰ ঘৰ ছুটকেছসহ পোৱাই দিবলৈ বমুৱা এটাক পাঁচটকা দিবলগীয়া হৈছিল। মটৰতে নগৰৰ ইমূৰৰপৰা সিমূৰলৈ টহলি আমি ছাব্বিছ জানুৱাৰীৰ ধ্বংসলীলাৰ অৱশেষ ভালভাৱেই দেখা পাইছিলো। ঠায়ে ঠায়ে ভঙা ৰিক্সা, ভঙা মটৰ আদিৰ সক সক দম একোটা দেখি মনবোৰ কিবাকিবি লাগিছিল। এইবোৰ অপকৰ্ম কৰিলে কোনে? প্ৰমাণ সহ উত্তৰ দিওঁতা আজিও ওলোৱা নাই। খাই কাৰ্শলা ভালত উঠিল, কাঠীচেলেকাৰ মৰণ মিলিল। ছাঁটোকে বাঘটো যেন দেখাবিলাকে অৱশ্যে মনত সন্তোষ লভিলে। ৰাজ্যিক চৰ্কাৰে নিজৰ তলিউদং ভঁৰালৰপৰাই মুকলি হাতেৰে ক্ষতিগ্ৰস্তবিলাকলৈ সহায় আগবঢ়ালে। সামান্য ক্ষতিৰ বিনিময়ত কোনো কোনোৱে প্ৰচুৰ ক্ষতিপূৰণ লাভ কৰিলে। পঁজাঘৰ থকা ঠাইত দালানঘৰ উঠিল। পাণবেপাৰী কাপোৰবেপাৰী হ'ল। বিজুলী-চিনেমাৰ আলিবাটৰ ছুয়োকাষে নতুনকৈ থিয় হৈ উঠা

ঘৰ দুৱাৰবোৰেই আমাৰ কথাৰ সাক্ষ্য দিব পাৰিব। ৰাজনীতিৰ প্ৰভুসকলৰ অতৰ্ক মহিমাৰ কথা বহুলকৈ মুখ মেলি নোকোৱাই ভাল।

এই অশান্তিত যে অসমীয়া মানুহো ক্ষতিগ্ৰস্ত হোৱা নাছিল আৰু লটিঘটি হুবলগীয়া নহৈছিল এনে নহয়। কালাপাহাৰৰ চাইকেল-কোম্পানীৰ চাকৰিয়াল শ্ৰীদয়ানন্দ বৰুৱা প্ৰভৃতি কোনো কোনো দুৰ্বৃত্তইঁতৰ কবলত নপৰাকৈ থকা নাছিল। তেওঁলোকে অসমীয়া বুলি ৰেহাই পোৱা নাছিল। দুৰ্বৃত্ত দুৰ্বৃত্তই। সমাজ-বিৰোধী লোক কোনো এটা বিশেষ সম্প্ৰদায়তে সীমাবদ্ধ হৈ নেথাকে। শাসকসকলৰ অসতৰ্ক মুহূৰ্তৰ সুবিধা পালেই এইসকলে জাকি মাৰি ওলাই আহি লুণ্ঠন কাৰ্য্য চলায় আৰু সমাজবিৰোধী লণ্ডভণ্ড কাম কৰি দক্ষযজ্ঞৰ ভাওনা পাতে। কুখ্যাৎ ছাবিৰছ জানুৱাৰীতো সেয়ে হৈছিল নিশ্চয়। ইয়াত অসমীয়া, বঙালী, মাৰোৱাৰীৰ প্ৰশ্ন নুঠে, হিন্দু-মুছলমানৰ কথাও নুঠে।

---

# মাজ নিশাৰ সপোন

মোৰ চেমনীয়া কালতে ১৯১৯ চনত বৰপেটাত অসম সাহিত্য-সভাৰ বছেৰেকীয়া অধিবেশন প্ৰথমবাৰ বহিছিল। সভাপতিৰ আসন শোভা কৰিছিল ভাষাবিদ কালিৰাম মেধি ডাঙৰীয়াই। এই অধিবেশনৰ বহু কথাই আমাৰ আগত বৰ্ণাইছিল সাধুকথাৰ দৰে স্বৰ্গীয় বিহগী কৰিয়ে। প্ৰতিসাজত প্ৰতিজন প্ৰতিনিধি আৰু দূৰণি-বটীয়া দৰ্শকলৈ হেনো একোটাকৈ গোট বৌ আগবঢ়োৱা হৈছিল। সেইবোৰ বৌমাছ অৱশ্যে আজিকালিৰ কুটীমাছৰ ৰবককাই সদৃশ

চৰ্কাৰী মাছ-খেতিত বঢ়া টিলিকাবৌ নাছিল, আছিল একোটা বৃকোদৰ বৰবৌ। মাছৰ উপৰিও বোলে দিয়া হৈছিল কাপোৰত টোপোলা বান্ধি নিব পৰা খমলা দৈ। সেইবোৰ ভোগালী দিনৰ কথা আজিকালি বুঢ়ীআইৰ সাধুকথাৰ নিচিনা হৈছে। আজি কেইবছৰমান আগতে মাথোন গোৱালপাৰাতো সাহিত্য-সভাৰ প্ৰতিনিধিয়ে ভাতৰ লগত মাছৰ সলনি মাছৰ লগত ভাত খাব-লগীয়া অৱস্থা আমি নিজ চকুৰেই দেখা পাইছিলো। তাত খগেন বাবুৰ ঘৰত আবেলি চাহপানীৰ লগত একোথাল চুৰবীচিতলৰ কোলঠী-মাছ ভজা খাবলৈ পাই তাম্যপ মানিছিলো। কিন্তু এতিয়া? নোকোৱাই ভাল।

কেবাটাও যুগৰ ব্যৱধানত ১৯৬৯ চনৰ ফেব্ৰুৱাৰী মাহত বৰপেটাত দ্বিতীয়বাৰ সাহিত্য মহাসভা অনুষ্ঠিত হয়। পুৰোহিত চিৰ-আনন্দময় শ্ৰীআনন্দচন্দ্ৰ বৰুৱা—বকুল-বনৰ কবি। তাহানিৰ ভোগালী দিনত নহলেও এক ভোগালী বিহুৰ পিছতে বৰপেটাত অসম সাহিত্য-সভাৰ এই অধিবেশন উপলক্ষে সমবেত হোৱা প্ৰতিনিধি আৰু দূৰণি-বটীয়া ৰাইজে বৰপেটাত আই অন্নপূৰ্ণাৰ ভাণ্ডাৰ দেখা পাইছিল। তাহানিৰ ৰাম নেথাকিব পাৰে, অযোধ্যা নেথাকিব পাৰে, কিন্তু মথুৰা দাস বুঢ়া আতাৰ মথুৰাপুৰী বৰপেটাধাম আছে, কলীয়া ঠাকুৰ আছে, গুৰুজনাই নিজহাতে ৰোৱা ৰঙিয়াল ফুলৰ সঁচ আছে আৰু আছে বৰপেটীয়া ৰাইজৰ বিপুল উৎসাহ, উদ্দীপনা, ভীম বাহুবল। তদুপৰি সেই অনুপাতে আছিল অকপট আতিথ্য। আমাৰ এজন ৰসিক বন্ধুৱে ধেমালিৰ চলেৰে কৈছিল বোলে বৰপেটাত সাহিত্য-সভাৰ উখলমাখলৰ কথা অহকাণে পহকাণে শুনিয়েই মঠনগুৰি অভয়া-ৰণ্যত নিৰ্ভয়ে চৰি থকা পহুবোৰে পলাই পত্ৰং দিছিল। কথাটো মিছা নহয়। আদৰণী সভাৰ গুৰি ধৰিছিল শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী ডাঙৰীয়াই (বৰ্তমান ৰাজ্যপাল)। চৌধুৰীয়ে খাব জানে যেনেকৈ খুৱাবও জানে তেনেকৈ। সেয়েহে ৰন্ধনশালাত মাছ-পহু-কণী

আদি তৰহে তৰহে খাত্তই মোক খা মোক খা কৰি আছিল।

এতিয়া বৰপেটাৰ বৰসবাহৰ কথা বাদ দি মই কব খোজা মাজৰাতিৰ সপোনটোৰ কথা কওঁ। মোক থাকিবলৈ দিয়া হৈছিল মাধব চৌধুৰী কলেজৰ অধ্যাপকসকলৰ আহলবহল কমনৰুমত। একে খেঁটালিতে বাথৰুম, কাষতে ৰন্ধনশালা আৰু অলপ আঁতৰতে সভামণ্ডপ। সকলো ফালেই সুবিধা।

সভাৰ প্ৰথম দিনা ৰাতি। খাইবৈ উঠি সভামণ্ডপৰ পৰা ভাহি অহা মৌমেলৰ গীত-মাতৰ ঢৌ শুনি শুনি বাগৰ দিছিলোঁ। অলপ সময়ৰ পিছতে টোপনি আহিছিল। একমান বাজিছিল হবপায়। এটা আচৰিত সপোন দেখিলোঁ। মই আৰু মোৰ পত্নী—আমি যেন এখন বিমানত উঠি কৰবালৈ গৈছিলোঁ। হঠাতে দুৰ্ঘটনাত বিমানখন লুটিখাই পৰি চুৰমাৰ হৈ গ'ল। আমি দুয়ো কিন্তু ওচৰতে থিয় হৈ থাকিলোঁ। কাৰো একো হানি-বিঘিনি নহ'ল। মনত ভাব হ'ল—ইমান ডাঙৰ দুৰ্ঘটনা এটাত আমি নিৰাপদে সাৰিলোঁ কেনেকৈ?

সাৰ পাই উঠিলোঁ। মৌমেলৰ গীতৰ তৰঙ্গ কাণত পৰিল। সপোনৰ কথাকে ভাবি ভাবি বাথৰুমলৈ গলোঁ আৰু উলটি আহি আকৌ পাটীত কাতি হলোঁ। আকৌ চিলমিলকৈ টোপনি আহিছিল। হঠাতে এটা মেঘৰ পাতাল-গাজনিৰ নিচিনা শব্দ কাণৰ কাষতে শুনি উঠি বহিলোঁ। যেন এটম বোমাৰহে গৰ্জন শুনিছো, মনত এনে ভাব হৈছিল। ওচৰৰ আন এখন শেতেলিত শুই থকা ভাগিন দীনমণিক জগাই টৰ্চলাইটটো জ্বলাবলৈ দিলোঁ। পোহৰত দেখা গ'ল যে মোৰ কাণৰ কাষতে প্ৰায় তিনিকলো মান ছাটৰ ওপৰৰপৰা শিল যেন টান লডলডীয়া মাটি পৰি আছে। জুখিমাখি মোৰ কাণৰ কাষতে সৰি পৰিছে। অলপ ইফালে পৰা হলে সেই মাটিয়ে মোৰ মূৰটো গুৰি কৰি পেলালেহেঁতেন। বিমানৰ সপোন-দুৰ্ঘটনাত ৰক্ষা পৰাৰ নিচিনাকৈ বাস্তৱত এই ছাটৰ মাটি সৰি পৰা দুৰ্ঘটনাৰ পৰা কাণে কাণ মাৰি সাৰিলোঁ। সপোন

আৰু বাস্তৱ—দুইটা ঘটনা পলকতে কেনেকৈ মিলি গৈছিল, মই ভাবি পোৱা নাছিলোঁ। ইও কলীয়া ঠাকুৰেই কৃপা নিশ্চয়।

ইয়াৰ কেইদিনমান পিছতে মোৰ পত্নী শ্ৰীমতী সাবিত্ৰী এখন বিয়াৰ যাত্ৰী হৈ উত্তৰলক্ষ্মীমপুৰলৈ গৈছিল। সেই বাছখনো দুৰ্ঘটনাৰ মুখামুখি হৈছিল, এজন যাত্ৰীও আহত হৈছিল কিন্তু কাহীপাতেও তেওঁৰ গা নেকাটিলে।

সপোনৰ ফল আমি দুয়ো হাতে হাতে পালোঁ। পুৱতী নিশাৰ সপোন নাছিল, আছিল মাজৰাতিৰ সপোন। তথাপি এই সপোন ইমান তপতে তপতে কেনেকৈ ফলিয়াইছিল ভাবিলে আজিও বিস্মিত হওঁ। সেয়েহে কোৱা হয় যে ৰাখে হৰি মাৰে কোনে মাৰে হৰি ৰাখে কোনে?

———

# দুজন হাকিমৰ সাধু

বৃটিছ আমোলত সম্ভ্ৰান্ত আৰু সমাজৰ প্ৰতিপত্তিশালী লোকসকলক হাকিম বোলা হৈছিল। আজিকালি অৱশ্যে সাম্যবাদী সমাজবাদৰ যুগত সম্ভ্ৰান্ত-অসম্ভ্ৰান্ত, ডাঙৰমানুহ-সৰুমানুহবোৰ আপোনা আপুনি বাতিল হৈ গৈছে। মোৰ ল'ৰাকালত নলবাৰী থানাৰ ওচৰতে ওপৰত কোৱা বিধৰ দুজন এজলাচ নথকা হাকিম আছিল। তেওঁলোক হ'ল 'অভিমন্যুবধ' প্ৰণেতা ৰমাকান্ত চৌধাৰীৰ দুইপুত্ৰ। ৰৰজন মোৰ ৰৰমোমাই শ্ৰীকান্ত চৌধাৰী ৰৰহাকিম আৰু সৰুজন তেওঁৰ ভায়েক মোৰ সৰুমোমাই হৰকান্ত চৌধাৰী। সেই অঞ্চলৰ মানুহে তেওঁলোকক হাকিম বুলি মাতিছিল। তাহানি এই হাকিম দুজন বৰ প্ৰতাপী, বৰ খিতাপী আৰু বৰ বেহিছাপী আছিল। এসময়ত নলবাৰী অঞ্চলত শ্ৰীকান্ত চৌধাৰীৰ দৰে

ভাল ইংৰাজী জনা আৰু ইংৰাজীত বক্তৃতা দিব পৰা লোক বিৰল আছিল। এই বিশেষ গুণৰ বাবে অর্থাৎ ৰাইজৰ মুখপত্র হৈ ইং-ৰাজীত কথা কব পৰাৰ বাবে প্রশাসক গর্ডন, বেণ্টিংক আদি চাহাবৰ তেওঁ প্রিয়ভাজন হৈছিল। তেওঁ বভাহগিলা আৰু নতুনদেহৰ মৌজাৰ মৌজাদাৰ আছিল। ভায়েক হৰকান্ত আছিল নামজ্বলা হাতীচিকাৰী আৰু বাঘচিকাৰী। তেওঁলোকৰ তিনিখন পৈত্রিক মৌজাৰ তেতিয়া দুখন হে দখলত আছিল। ঘৰখনৰ শ্রীকান্ত বহিৰজা আৰু হৰকান্ত উঠিৰজা।

লুইতৰ যেনেকৈ বছৰি বাৰিষা আৰু খৰালি দুটা অৱস্থা, হাকিম দুজনৰ জীৱনতো বছৰি স্বচ্ছল আৰু তলিউদং দুই অৱস্থা। ৰাইজে খাজনা শোধাবৰ সময়ত তেওঁলোকৰ ঘৰখন মানুহে-দুনুহে, ভোজে-ভাতে দোকমোক হৈ থাকে কিন্তু চর্কাৰক খাজানা পৰিশোধ কৰিবৰ সময়ত ঘৰখন জঁয় পৰি যায় আৰু দুই হাকিমৰ মুখ শুকাই টেমী যেন হয়। ধাৰধুৰ কৰি খাজনা পৰিশোধ কৰাৰ পিছত পুনৰ নিৰানন্দই আনন্দক ঠাই অজৰাই দিয়ে। সেই সময়ত এওঁলোকৰ জীৱনৰ মূলমন্ত্র আছিল ঋণং কৃত্বা ঘৃতং পিবেৎ। এইদৰে বছৰে বছৰে ধাৰৰ অঙ্ক ডাঙৰ হৈ যায় আৰু অৱশেষত মোৰ দুই মোমাইৰ হাকিমিৰ চিলিম ছিঙে, মৌজাও যায়।

সেই সময়ৰ বহু স্মৃতি মোৰ মনত আছে। মনত পৰে কোনো মানুহেই খাজানা শোধাবলৈ সুদাহাতে হাকিমৰ ঘৰলৈ নাহে। জুলীয়া গুড়ৰ কলহ, জহাচাউল, কুঁহিয়াৰ, লাও-কোমোৰা, হাঁহ-পাৰ, কণী, কিবা নহয় কিবা এবিধ হাকিমলৈ আগ কৰি খাজানাৰ লগত আনিবই। এয়া আকৌ ভেঁটী নহয়, মৰমৰ মাননিহে।

হৰকান্তৰ টেট্ৰুত্তে প্রথমতে মৌজাৰ ভাৰ আছিল। পিছত ককায়েকে সেই ভাৰ লোৱাত তেওঁ সেই সময়ত চিকাৰতে মনপ্রাণ সঁপি দিছিল। দুদিনে আধৰি ঘৰত মগুহৰ আজাৰ পাচলিৰ

যো-জা কৰিবকৈ কৈ হাতত বন্দুকটো লৈ তেওঁ ওলাই যায়। আমি ঘৰৰপৰা বন্দুকৰ ধুমধুম আৱাজ শুনো। এখনমান তামোল খোৱাৰ পিছতে তেওঁ চিকাৰৰ এজোকা হাইঠা লৈ উলটি আহে। জোকাটোত কমেও ছয়-সাতটামান হাইঠা থাকে। তেজেৰে ৰাঙলী চৰাইবোৰে আধামৰা আধাজীয়া অৱস্থাত ধৰফৰাই থকা দেখি মোৰ মনত বৰ বেয়া লাগিছিল। একোটা হাইঠা আকাৰত আৰু প্ৰকাৰত সাইলাখ একোটা ডাঙৰ পাৰ, বৰণটো ভাটৌৰ দৰে। হাইঠাৰ বাদেও কপৌ, বনৰীয়া হাঁহ, আন চৰায়ো সৰুমোমায়ে মাৰি আনিছিল। সৰিয়হতলি হাবিৰপৰা নানা জাতৰ পহু মাৰিও হাতীত তুলি আনিছিল। সেই পহুৰ মঙহেৰে ঘৰত সঘনে একোটা সৰুসুৰা ভোজ হৈছিল। পহুৰ শিংবোৰে বৈঠকখানাৰ শোভা বঢ়াইছিল।

সৰুহাকিমৰ চিকাৰৰ বিশেষ কৃতিত্ব আছিল বাঘ আৰু হাতী চিকাৰত। গাৰোপৰ্বত আৰু দাৰ্জিলিঙৰ ফালে গৈ তেওঁ হাতীৰ মেলাচিকাৰ আৰু খেদাচিকাৰ কৰিছিল। আমাৰ আগত তেওঁ হাতীচিকাৰৰ চমকপ্ৰদ কাহিনীবোৰ সাধুকথাৰ দৰে কৈ শুনাইছিল।

ইৰিকতি মিৰিকতি বাঁহৰ শলা,
মোমাইৰ পদূলিত বান্ধিলে ঘোঁৰা।

মই মোৰ মোমাইৰ পদূলিত ঘোঁৰা বন্ধা দেখা নাছিলোঁ, কিন্তু ভৰিত শিকলি লগাই বান্ধি থোৱা হাতী দেখা পাইছিলো। এবাৰ সৰুহাকিমে একেলগে একত্ৰিছটা হাতী ধৰি আনি তেওঁৰ চোতালত বান্ধি ৰাখিছিল। তাৰে ডেৰকুৰিটা বেচি দি এটা নিজলৈ ৰাখিছিল। সেই হাতীটোৰ নাম আছিল মোহনমালা।

হাতীত উঠি বাপীৰাম ঘৰলৈ যায়। ময়ো এদিন মোমাইৰ চোতালত বাপীৰাম হৈ হাতীত উঠি ফুৰিছিলো। নিজে অলপ অচৰপ হাতী চলাইছিলো। হাতীক উঠ-বহ কৰাইছিলো। আজি সেইবোৰ দিনৰ কথা মই নিজেই বিশ্বাস কৰিবলৈ টান পাওঁ।

তেতিয়াই মই মোমাইৰ চোতালতে বিয়াহকুছীয়া গোসাঁইৰ ঐৰাৱৎ সদৃশ ভগদত্ত ৰজাৰ কামৰূপপ্ৰসিদ্ধ হাতীটোকে যেন দেখা পাইছিলো। সেই গজৰাজৰ দাঁতযোৰ ইমান ডাঙৰ আছিল যে সেই দাঁত দেশভক্ত ফুকনে যিযোৰ বিয়াগোম হাতীদাঁতৰ মাজত থিয় হৈ নিজৰ এখন আটকধুনীয়া ফটো তুলিছিল, সেই দাঁত তাতকৈ ডাঙৰ নহলেও সৰু নাছিল।

এতিয়া সেই ৰামো নাই, সেই অযোধ্যাও নাই। মোৰ দুই মোমাই দুই হাকিমৰ আজি হাড়ত বন গজিছে। তেওঁলোকৰ প্ৰতাপ-খিতাপবোৰেও কালৰ বুকত টুপাই বুৰ মাৰি নাইকিয়া হৈছে। তেওঁলোকৰ নলবাৰীৰ পুৰণি ভেটিত আছে এতিয়া সৰুহাকিমৰ সৰুপুতেক এড্‌ভোকেট শ্ৰীমান সূৰ্য্যকান্ত চৌধুৰী।

---

## ডোমাইৰ সাধু

ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা এগৰাকী মান্যৱন্ত আৰু আঢ্যৱন্ত অসমীয়া চাহখেতিয়ক আছিল। এইজন 'বিষ্ণুপুত্ৰ 'শিৱ' আছিল ধৰ্মত বৈষ্ণৱ, বিষয়-বৈভৱত বাস্তৱবাদী—বৈ-বৈ যোৱা খ্যাতি, প্ৰাচুৰ্য্য উভৈনদী। বৰুৱা ডাঙৰীয়া আছিল ৰাজ-নীতিত চাহাবভক্ত, সমাজনীতিত স্বজাতি আৰু স্বদেশহিতৈষী। বসন-ভূষণ আৰু ৰীতি-নীতিত নিকপকপীয়া প্ৰাচীনপন্থী, দান-দক্ষিণাত মুক্তহস্ত, ভাওনা-চিনেমা-থিয়েটাৰত অনুৰক্ত। তেওঁ যোৰহাটৰ পৰা সাতমাইল নিলগত ঠেঙাল নামৰ গাঁৱত এখন সৰুসুৰা নগৰ পাতি থাকিবলৈ লৈছিল। ঘৰে-বাৰীয়ে, মানুহে-দুনুহে ৰবৈয়া গৃহস্থালি।

সুবৃহৎ পৰিয়াল। আমোলা-মহৰী, লগুৱা-লিকচৌ, মিত্তিৰ-কুটুম্ব, গোসাঁই-ভকত, আলহী-দুলহিয়ে ৰায়বাহাদুৰৰ ঠেঙালৰ ঘৰখন গমগমাই থাকে। তাতেই আছিল পোনপ্ৰথম অসমীয়া দিনেকীয়া কাকত 'দৈনিক বাতৰি'ৰ জন্মস্থান। তেওঁৰ সেই সুবৃহৎ হাউলিত গঢ়ি উঠিছিল এক সাংবাদিক-বাহৰ। তাতেই এদিন আছিল লক্ষ্মীনাথ ফুকন, শ্ৰীবেণুধৰ শৰ্মা, করুণা গগৈ, শ্ৰীৰাজীবলোচন বৰুৱা প্ৰভৃতি সাংবাদিকসকল। যোৰহাট নগৰৰপৰা নিতৌ তালৈ গৈ বাগ্মীবৰ শ্ৰীনীলমণি ফুকনে 'দৈনিক বাতৰি' সম্পাদনা কৰিছিল।

আন সকলোবোৰ জানিবলগীয়া কথা বাদ দি মই এতিয়া ঠেঙালৰ এজন আমোদী লগুৱাৰ কথাহে লিখিম। লগুৱাজনৰ নাম ডোমাই। এই ডোমাই আছিল ৰজাদিনীয়া ধোদৰ চামিল। কথাতে কয়, দৰিদ্ৰৰ ভৰিৰ তলুৱালৈকে পেট। ৰায়বাহাদুৰৰ বদান্যতাত দৰিদ্ৰতা নাছিল যদিও থকমল ডোমাইৰ ভৰিৰ তলুৱালৈকে পেট থকাটো দিনৌ প্ৰমাণ পোৱা গৈছিল। খায় মানে তাৰ পেট নভৰে, হেঁপাহ নপলায়। কোনেও আনকি স্বয়ং অন্নপূৰ্ণায়ো তাক খুৱাই সন্তুষ্ট কৰিব নোৱাৰে। ৰায়বাহাদুৰৰ ভাতৰ কাঁহীখনলৈ তাৰ বৰ লোভ। তেওঁ হাতে-ভাতে ছোৱে। মাছে-আঞ্জাই দম লাগি বাকী থাকে। সেই কাঁহীত হাকিমনীয়ে খোৱাটো ডোমায়ে সহ্য কৰিব নোৱাৰে। আৰ-তাৰ আগত সি আক্ষেপ প্ৰকাশ কৰে। হাকিমে সোধে—"হয় নে ডোমাই, তই বোলে মোৰ ভাতৰ কাঁহীখন খাবলৈ বিচাৰিছ?"

সি কয়—"নহয়নো কি? অতীজৰ পৰা হুজুৰৰ কাঁহীখন মোৰেই আছিল। এতিয়াহে নতুন হাকিমনী আহি মোৰ ভাগ কাঢ়ি লৈছে।"

সেই দিনাৰপৰা ডোমাইক হাকিমৰ কাঁহীৰ ভাত-আঞ্জা দিবলৈ হুকুম হ'ল।

আকৌ আন এদিন ডোমায়ে হুজুৰৰ ভৰি পিটিকি থাকোঁতে

মাত লগালে—"তিনিটা দুধদানীৰ গাখীৰ ছোৱালীহঁতে পেলাই দিয়ে। সেইখিনি দেখোন মোক খাবলৈ দিলেই হয়।"

হাকিমে ডোমাইৰ বাবে দুধদানীৰ বোৱা গাখীৰো মঞ্জুৰ কৰিলে। একেলগে তিনিটা কেঁচুৱাৰ দুধদানী। ডোমায়ে বাৰান্দাত গিলাছ এটা পাতি থয়। কাম কৰা ছোৱালীহঁতে তাতে দুধদানীৰ এৰেহা গাখীৰবোৰ ঢালি ৰাখে। ডোমায়ে এপাকত আহি সেই গাখীৰ পি আকৌ গিলাছ খালী কৰি থয়। এইদৰে পাকে পাকে আহি সি গিলাছৰ গাখীৰ শেষ কৰে। কেঁচুৱাৰ ভাগৰ গাখীৰ খাই খাই ডোমাই পথালিকোমোৰাটোৰ দৰে বাঢ়ে।

ডোমাইৰ এজনী বিয়া দিয়া জীয়েক আছিল। বছৰে-ছমাহে সি জীয়েকৰ ঘৰলৈ যায়। লগত এচুঙা দৈগাখীৰ নিয়ে। প্ৰথম দিনা সি সেই দৈ খায়, দ্বিতীয় দিনাও খায়, তৃতীয় দিনাও খায়। চতুৰ্থ দিনা সি জীয়েকক দৈ খুজিলে জীয়েকে কয়—"পিতাই, এচুঙা দৈ তোক দিওঁতেই ঢুকাল। আৰু ক'ৰপৰা পাম?"

আগেয়েই কৈছোঁ, ডোমাই ধোদৰ পচলা। সি ইহাতৰ বনভাল সিহাতেৰে মুগুচায়। চোতালত গাইজনী আহি সোমোৱা দেখা পালে কোনোবাই যদি "ডোমাই, গৰুটো খেদি নিদিয় কিয়?" বুলি কয়, তেতিয়া সি কব,—"হেনেও গৰু চৰোৱা মানুহ (চকীদাৰ) আহিব নহয়।" গৰুৱে ইফালে ভহিলং কৰক, তথাপি 'হেহ' কৰি সি গৰুটো খেদি নিদিয়ে। তাৰ কামৰ ভিতৰত হজুৰৰ ভৰি পিটিকা আৰু সেই সময়ত ঘৰখনত কোনে কি কৰিছে তাকে টুটকীয়া লগোৱা। হাকিমে শুনি ভাল পায়। কুহুলিয়াই কুহুলিয়াই সোধে। সি একালৰ পৰা সকলোৰে বদনাম গায়।

ডোমায়ে ভৰি পিটিকি দিয়াৰ লগতে আৰু এটা কাম কৰিব লাগিছিল। সি হজুৰক গান গাই শুনাব লাগে। তাৰ গান শুনি হজুৰে আনন্দ উপভোগ কৰে। আনেও ভাল পায়। অৱশ্যে গানৰ ভাষা বেলেগ, ভাষ্য কৰে হজুৰে। প্ৰত্যেকটো

গানৰে সি নিজৰ সুৰ দি গাই শুনায়। তেনে এটা ডোমায়ে গোৱা গান :

কহ শুনি এ মোলানী!
আইগাতনি কে শিখালে ?

হুজুৰে বহুত চিন্তা কৰি গানফাঁকিৰ প্ৰকৃত পাঠ উদ্ধাৰ কৰে এইদৰে :

কহ শুনি অ' মালিনী!
এ গাঁথনি কে শিখালে ?

ডোমাইৰ গাঁওখনৰ নাম আতুলীয়া। পলুৱাই অনা ঘৈণীয়েক এজনীৰ নাম গুলঁচী। ককাশহুৰেকৰ নাম কেকোৰ। গুলঁচীয়ে পলাই মাকৰ ঘৰলৈ যাওঁতে ডোমায়ে বিলাপ কৰি গাইছিল :

হায়ৰে গুলঁচী তই
কেকোৰৰ নাতিনী ৰে,
আতুলীয়া গাঁৱৰ পোৱালি মই
কাউৰীয়ে খেদি তোক
মাৰৰ ঘৰলৈ নিলে ৰে।

চোৰে নেৰে চোৰ-প্ৰকৃতি কুকুৰে নেৰে ছাঁই, যাৰ যি প্ৰকৃতি সি মৰিলে লগত যায়। টুটকীয়া নাৰদ ডোমাইৰ খাই পাত ফলা স্বভাৱ মৰণৰ দিনলৈকে নগ'ল।

*　　　*　　　*

ডোমাইৰ সাধুৰ 'কমেডি' অংশ শেষ হ'ল। এতিয়া 'ট্ৰেজেডি' অংশটো কওঁ। শ্ৰীৰামচন্দ্ৰ যলৈকে যায় তেওঁৰ লগত অযোধ্যানগৰী যোৱাৰ দৰে ৰায়বাহাদুৰ বৰুৱা ডাঙৰীয়া কলিকতালৈ গলে তেওঁৰ লগত ঠেঙাল-বাসভৱনো তুলি নিছিল বুলি কব পাৰি। সেইবাৰ আছিল শেষবাৰ। তেওঁ চিকিৎসাধীন হৈ কলিকতাৰ পাৰ্ক চাৰ্কাছৰ নিজা বাসভৱনত সপৰিয়ালে আছিলগৈ। লগত লেম্‌টো হৈ ডোমায়ো গৈছিল।

সেই দিনা আছিল এক অমঙলীয়া সোমবাৰ। 'সোণৰ' (ৰায়বাহাদুৰৰ বৰপুতেক শৈলেন্দ্ৰপ্ৰসাদ বৰুৱা) লগত ডোমাই অসমলৈ উলটি অহাৰ দিন। যাত্ৰাৰ পূৰ্বতে বৰুৱাই অজানিতে কৈছিল,—"সোমে-শনিয়ে পূৱে যায়, দুটি গলে এটা খায়। আমি দুজন একেলগে ওলাইছোঁ হয়, কোন যাব লাগে ঠিকনা নাই।" বৰুৱাৰ ভৱিষ্যৎবাণী নিৰ্মমভাৱে ফলিয়ালে।

শৈলেন বৰুৱা আৰু হৰিপ্ৰসাদ বৰুৱা (প্ৰাক্তন চীফ ইঞ্জিনিয়াৰ) ৰেলৰ প্ৰথম শ্ৰেণীৰ কোঠা এটাত আহি আছিল। সংলগ্ন তৃতীয় শ্ৰেণীৰ কোঠা এটাত আহিছিল ডোমাই আৰু সিজন বৰুৱাৰ চাপৰাছী। তেওঁলোকে দুপৰীয়া একমান বজাত শিয়ালদহ ষ্টেছনত উঠিছিল আৰু ৰাতি আঠবজাত পাৰ্বতীপুৰ জংছনত খোৱা-বোৱা শেষ কৰি শুবলৈ লৈছিল।

দুটামান ষ্টেছন পাৰ হৈ যোৱাত এটা ষ্টেছনত চাপৰাছীয়ে খবৰ দিলেহি—"ডোমায়ে দেখোন কথা নকয়, কাতিকুতা নকৰে।" হুলস্থূল লাগিল। ৰেলৰ ডাক্তৰ আহি পৰীক্ষা কৰি ঘোষণা কৰিলে যে কেবাঘণ্টা আগতে ডোমাইৰ মৃত্যু হ'ল।

ডোমাই মানুহজন আছিল আচৰিত ধৰণৰ, গলো আচৰিত ধৰণে। কলিকতাৰপৰা অহা অসম-মেলত কোনো এক অজান স্থানত, এক অজান মুহূৰ্তত, কাকো ফুট নিদিয়াকৈ অজান দেশলৈ ডোমাইৰ প্ৰাণ-পখীয়ে উৰা মাৰিলে।

পিছদিনা আমিনগাঁও ষ্টেছনত ৰেলৰ মানুহ মাতি আনি শৈলেন বৰুৱাই ডোমাইৰ শটো হিন্দুপ্ৰথাৰে সৎকাৰ কৰিবলৈ আঢ়ৈকুৰি ৰূপ দি অকলে যোৰহাটমুৱা হ'ল। দুটা আহিছিল। এটা গ'ল।

———

# হৰিভকতৰ উপাখ্যান

হৰিভকত এটা সত্ৰীয়া শব্দ। এজনা গোসাঁইৰপৰা একেলগে শৰণ লোৱা শিষ্যসকলক হৰিভকত বোলা হয়। সাহিত্যত বা শিল্পীৰ পৃথিবীৰ হৰিভকতজন অলপ সুকীয়া ধৰণৰ। আমাৰ সাহিত্যিক-শিল্পী দুজন হৰিভকতৰ কথা মই জানো। এজন 'বাঁহী' যুগৰ, আনজন 'অসমীয়া' যুগৰ। 'বাঁহী' যুগৰ হৰিভকত 'চিন্তানল'ৰ কবি কমলাকান্ত ভট্টাচাৰ্য্য ডাঙৰীয়াৰ কথা ইয়াৰ আগৰ পাপৰিত বিবৰি কৈ অহা হৈছে।

দ্বিতীয়জন হৰিভকত আছিল সদৌ অসমীয়া ৰাইজৰ মাজত 'মেমেৰা মেথি' আৰু 'কথাচহকী ভলভলীয়া' নামেৰে জনাজাত, গুৱাহাটীৰ স্থানীয় শিল্পীসকলৰ মাজত অতিকৈ চিনাকি যোগেন্দ্ৰনাথ বৰকাকতী। এওঁ কেৱল যে তেওঁৰ লগৰীয়া শিল্পীসকলৰেই হৰিভকত আছিল এনে নহয়, জ্যেষ্ঠসকলেও তেওঁক হৰিভকত বুলি মৰমৰ মাত এষাৰ দি ভাল পাইছিল।

যোগেন বৰকাকতীক হৰিভকত খিতাপ দিছিল কোনে? কেতিয়া? কি প্ৰসঙ্গত? ই এক অলিখিত ইতিহাস।

মঙলদৈ অঞ্চলৰ গাঁৱত যেনেকৈ কোনো প্ৰতিপত্তিশীল মানী লোকক ভোজ-ভাত আদায় কৰি সামাজিক প্ৰথাৰ মাজেদি 'চহৰীয়া' উপাধি দিয়া হয়, তেনেকৈ তাহানি এসময়ত গুৱাহাটীৰ নাট্যকাৰ শ্ৰীপ্ৰবীন ফুকনে একোখন ঘৰুৱা চাহ-মেলত একোজন বন্ধুক উপাধিসূচক উপনামেৰে বিভূষিত কৰিছিল আৰু মেলৰ মেলুৱৈসকলে হৈধ্বনি দি ফুকনৰ প্ৰস্তাৱত সহঁাৰি জনাইছিল।

এই পদ্ধতিৰেই বনগীতসুৰীয়া কবি আনন্দিৰাম দাস হৈছিল 'বনকোঁৱৰ', পূজাপ্ৰসিদ্ধ শ্ৰীক্ষীৰদাকান্ত বিষয়া হৈছিল 'সুৰসাগৰ' লোকগীত গায়ক বলোৰাম দাস হৈছিল 'প্ৰফেছাৰ'। আনকালে আকৌ অনাতাঁৰৰ যোগেদিও শ্ৰীভুবনেশ্বৰ-বুজৰবৰুৱা 'আতৈ' আৰু নিত্যানন্দ বৰদলৈ হৈছিল 'পাঠক'। দৰাচলতে এই উপনামবোৰ উপাধি বা সন্মান নাছিল, আছিল বন্ধু সকলৰ মৰমৰ চেকুৰাহে।

মোক কোৱামতে ফুকনৰ চ'ৰাতেই পোনতে বৰকাকতীয়েও হৰিভকতৰ খিতাপ পাইছিল। আকাশবাণীৰ মজিয়াতো বেজবৰুৱাৰ 'পাচনি'ৰ ভাও নিৰহনিপানীকৈ দিয়াৰ বাবে তেওঁৰ হৰিভকতৰ খিয়াতি গজগজীয়া হৈ পৰিল। বৰকাকতী উপাধি তল পৰিল, হৰিভকত উপাধি ওপৰলৈ উঠিল।

যোগেন বৰকাকতীৰ মাত-কথা, ভাও-ভঙ্গী বহু সময়ত সত্ৰীয়া ঠাচত প্ৰকাশ পাইছিল। সেই কাৰণে বজাৰৰ তৈয়াৰী চোলা ঘটনাক্ৰমে গাত লিপিট খাই পৰাৰ দৰে তেওঁৰ গাতো হৰিভকত উপাধি খাপ খাই পৰিছিল।

হৰিভকত বৰকাকতী গুৰিতে আছিল তেজপুৰৰ চতিয়াৰ মানুহ। বিখ্যাৎ ব্ৰহ্মানন্দ বৰকাকতীৰ সম্বন্ধীয়। তেওঁলোকৰ চলিহা আৰু বৰকাকতী একে বংশৰ দুটা উপাধি—কোনো চলিহা, কোনো বৰকাকতী। বিমলা চলিহা, প্ৰদীপ চলিহা আদিও একেজোপা বংশ-বৃক্ষৰ। যোগেন বৰকাকতীয়ে প্ৰথমতে ডিব্ৰুগড় বেৰিহোৱাইটত পঢ়ি ডাক্তৰ হবলৈ গৈছিল। পিছে সন্নিপাতৰ শনি গাত লম্ভাত গুৱা-হাটীলৈ আহি তেওঁ সাংবাদিক হ'ল। কুকুৱাৰপৰা 'লখিমী'ক উকৱাই আনি ঘৰ পাতিলে। 'তাহানিৰ অসমীয়া' কাকত, 'বিজুলী' আৰু 'উৰ্বশী' চিনেমাৰ মাদল ডিভিত আঁৰি গুৱাহাটীবাসী হৈ পঞ্চতীৰ্থতে হাড় পেলালে। গুৱাহাটী সন্মিয়া সন্মিলনী আৰু কামৰূপ নাট্য-সমিতিৰ তেওঁ এজন নাম কৰা খুহটীয়া অভিনেতা আছিল। অনাতাঁৰৰ যোগেদিও তেওঁ আকাশীবচন শুনাইছিল। যোগেন

বৰদলৈ আৰু যোগেন বৰকাকতী আছিল গুৱাহাটী কুমাৰভাস্কৰৰ দুটা হাঁহিৰ থুনুপাক। বিভিন্ন ভূমিকাত বহুৰূপী শিল্পী হৈ বিচিত্ৰ সাজপাৰেৰে, স্বকীয় খোজকাটল মাত, কথা আৰু ভাবভঙ্গীৰে তেওঁলোকে দৰ্শকৰ মাজত হাঁহিৰ ৰগৰ তুলিছিল। যিসকলে এবাৰ মঞ্চত দেখা পাইছিল, সেইসকলে 'দুই যোগেন'ক আজিও পাহৰিব পৰা নাই।

———

## বাওনাৰ দেশত

বৰ্ত্তমানে শান্তিপুৰ গুৱাহাটীৰ এক বৰ্দ্ধমান অঞ্চল। নামনি অংশৰ কথাই নাই, এতিয়া ইয়াত পৰ্বতৰ টিংখোপলৈ মানুহে ঘৰ সাজি থাকিবলৈ লৈছে। আজিৰ পৰা দুকুৰি আঠৈকুৰি বছৰৰ আগতে কিন্তু এনে নাছিল। সোণাৰাম স্কুলৰ বিপৰীতে বদ-আলিৰ কাষে কাষে মানুহৰ ঘৰ-দুৱাৰ আছিল যদিও হাবিতলীয়া ঠাইখনৰ ভিতৰৰ ফালে জনবসতি বৰ সেৰেঙা আছিল। এতিয়া য'ত বৰ বৰ পকীঘৰ বা দালান উঠিছে, তেতিয়া সেইবোৰ ঠাইত দ খাল, পিতনি বা ধাননি পথাৰ আছিল।

সেই সময়ত উজানবজাৰ যোৰপুখুৰীৰ দক্ষিণে বয়নবিদ্যালয়লৈকে আছিল হৰিজন-পট্টি। সেই লেতেৰা ঠাইতে লগালগিকৈ কেইঘৰমান ভদ্ৰলোক আছিল। মোৰ বন্ধু দৈবচন্দ্ৰ তালুকদাৰো তাতে আছিল। তাৰপৰা উঠি গৈ তেওঁ শান্তিপুৰত ঘৰ-দুৱাৰ সজাই স্থায়ীভাৱে থাকিবলৈ লৈছিল।

তেতিয়া শান্তিপুৰ নামকৰণ হোৱা নাছিল। তালুকদাৰে

তাৰে গৈ তাৰ নাম দিছিল 'বম্যস্থান'। বম্যস্থান নামটো অৰণ্যে পিছত নৰখিল। অচিৰতে অগম্য বম্যস্থান আৰু শিয়াল-বাঘৰ সেই বাসস্থান মানুহৰ 'শান্তিপুৰ'ত পৰিণত হ'ল।

সেই সময়ত ঠাইখন একেলেঠাৰিয়ে কেবাদিনলৈকো বানপানীয়ে বুৰাই ৰাখিছিল। বেলৰ আলি পাৰ হলেই বানপানীৰ অতপালি অনুভৱ কৰিব পাৰি। আলিৰ ওপৰৰ একাঠু পানী ভাঙি মই দুই এবাৰ তালুকদাৰৰ ঘৰলৈ গৈছিলোঁ। সিও এক আনন্দ। চকুৰৰ বুকুতে গাঁৱৰ বানপানীৰ দৃশ্য চাই ভাল লাগিছিল। তালুকদাৰৰ ঘৰৰ ভেটি তেতিয়া পানীৰ তল হয়। পানী শুকুৱাত তেওঁ ঘৰৰ 'হাফ-ৱাল'লৈকে মাটিৰে পুতি চৌহদৰ আগফাল ওখ কৰি লৈছিল। তেনে কৰাৰ ফলত ঘৰৰ খিড়কীবোৰেই হৈছিল দুৱাৰ আৰু ঘৰটো বৰ চাপৰ হৈ পৰিছিল।

সেই বছৰ খৰালি এদিন বাত্তিপুৰা জে-বকৰা চাহাব তালুকদাৰৰ টোলত উপস্থিত হৈছিলগৈ। মৰ্ণিংৱাক বা প্ৰাতঃভ্ৰমণৰ বাবে ওলাই গৈ তেওঁ দীঘলীপুখুৰীৰ পাৰৰপৰা শান্তিপুৰ পাইছিলগৈ। তালুকদাৰৰ ঘৰৰ দুৱাৰমুখতে এজোপা জাহাজীকলে থোক ধৰিছিল। থোকটো মাটিত লাগোঁ লাগোঁ হৈছিল। নকলেও হব যে তালুকদাৰ মানুহজন চুটি-চাপৰ, ঘুটমুটীয়া। জে-বকৰা চাহাবে অবাক হৈ তেওঁৰ স্বভাৱজাত গলগলীয়া মাতেৰে সুধিলে—"Hallow Daiba ? What is this ? Is it a land of Dwarfs ? The man is dwarf, the house is dwarf, the plaintain is also dwarf." অৰ্থাৎ এয়া কি দৈব ? এইখন বাওনাৰ দেশ নেকি ? মানুহজন বাওনা, ঘৰটো বাওনা, কলগছজোপাও বাওনা।

জে-বকৰা চাহাবে বানপানীৰ দৌৰাত্ম্যত ওখ ঘৰটো চাপৰ কৰিবলগীয়া ৰহস্যৰ ভু পোৱা নাছিল। চাপৰ জাহাজীকলৰ গছো তেওঁ ইতিপূৰ্বে কিজানি দেখা পোৱা নাছিল। সেই বাবেই এনে কৌতুহল।

সি বি নহওক তালুকদাৰে ভলভলীয়া ভোলানাথ পুৰুষজনক আস্তব্যস্ত কৰি ঘৰৰ ভিতৰলৈ মাতি নি সকলো কথা আঁতিগুৰি মাৰি বুজাই দিলে। তাৰ পিছত দুয়ো আৰু বহুত কিবাকিবি কথা পাতিলে। প্ৰাতঃভোজন সমাপ্ত কৰি 'ব্ৰহ্ম কৃপাহি কেৱলম্' বুলি কৈ জে-বৰুৱা চাহাব উভতিল। এই কাহিনীটো তালুকদাৰে হাঁহি হাঁহি মোৰ আগত কৈ আনন্দ উপভোগ কৰিছিল।

---

# ছিলং শৃঙ্গ আৰোহণ

পঢ়ে, পঢ়ুৱায়, ৰোৱে পাণ, ই তিনি নিচিন্তে আন। ১৯৪০—৪১ চনত আমি ছিলঙত বি-টি পঢ়িছিলো, পঢ়ুৱাইছিলো, পাণ ৰুবৰ হলে আৱশ্যক হোৱা নাছিল। ঢৌতে খৰ মাৰি প্ৰাকৃতিক দৃশ্য উপভোগ কৰাৰ বাহিৰে আন বাহিৰা কামত মন-কাণ দিবলৈ আহৰি পোৱা নাছিলোঁ। সেই ছিলং-প্ৰবাসৰ এটা মধুৰ স্মৃতি আজিও মই পাহৰিব পৰা নাই। সেইটো হৈছে ছিলং-শৃঙ্গ বা 'ছিলং পিক' আৰোহণৰ স্মৃতি।

সেই দিনা আছিল ১৯৪০ চনৰ ৮ ডিচেম্বৰ। আঘোণ মাহৰ কুঁৱলী উৰলি নৌযাওঁতেই ৰাতিপুৱা বি-টি পঢ়া অসমীয়া লগৰীয়াবিলাকে (শ্ৰীঈশ্বৰপ্ৰসাদ চৌধুৰী, শ্ৰীপূৰ্ণচন্দ্ৰ অধিকাৰী, শ্ৰীযোগেন্দ্ৰনাথ শইকীয়া আৰু শ্ৰীঅম্বিকাচৰণ চৌধুৰী প্ৰভৃতি) দলেবলে ছিলং-শৃঙ্গত উঠিবলৈ যাত্ৰা কৰিছিলো। কেবাখনো থিয়পৰ্বত বগাই ওপৰলৈ উঠিছিলো। ভাগৰ পলুৱাবলৈ মাজে মাজে জিৰণি লৈছিলোঁ। পৰ্বতীয়া সৌন্দৰ্য্যৰ উপৰিও অ'ত ত'ত মুকলিমুৰীয়া গাঁৱলীয়া খাচী জীৱনৰ আভাস পাইছিলো। আলুখেতি দেখিছিলো। মোকথা, মোক খাকৈ

থকা সুমথিৰা টেঙাৰ গছ দেখা পাইছিলো। আৰু যে কত নাম নজনা অচিনাকি গছ লতা! আৰু দেখা পাইছিলো শৃঙ্গৰ ওপৰত কেবাডৰাও চিৰতা তিতা, প্ৰকৃতিৰ অযত্নপালিতা কন্যা। পৰ্বত বগাওঁতে আমাৰ বৰ ভাগৰ লাগিছিল নিশ্চয়। জাৰকালিও গাৰ ঘাম ওলাইছিল। কিন্তু পৰ্বত-ভ্ৰমণৰ আনন্দৰ আগত ভাগৰে সেও মানিছিল। ভাগৰিজুগৰি শৃঙ্গটোৰ ওপৰ পোৱাত মনত কি যে আনন্দ লাগিছিল বৰ্ণাবলৈ টান। এনে মনত হৈছিল যেন কৈলাস-শৃঙ্গৰহে ওপৰ পাইছিলোগৈ। লগত নিয়া জা-জলপানৰ টোপোলা মেলি লৈ পেটৰ জুইকুৰা নুমাইছিলো। টেনজিং আৰু হিলাৰীয়ে এভাৰেষ্ট শৃঙ্গত আৰোহণ কৰি যি আনন্দ পাইছিল, আমিও বিশেষকৈ মইো সেই দিনা তাতকৈ কম আনন্দ পোৱা নাছিলোঁ। আচাৰ্য্য বিনোৱাজীয়ে হাতীমূৰা পৰ্বতত উঠিয়েই যেনেকৈ অসমৰ পৰ্বত আৰোহণ-পৰ্বৰ সামৰণি মাৰিছিল, আমিও তেনেকৈ সেই দিনা ছিলংশৃঙ্গ আৰোহণ কৰিয়েই এভাৰেষ্ট বা গৌৰীশঙ্কৰ শৃঙ্গত আৰোহণ কৰাৰ সুখ অনুভৱ কৰিছিলো। বিৱৰি নকৈ সেই শৈলাৰোহণৰ অভিজ্ঞতা লিপিবদ্ধ কৰি লিখা মোৰ 'ছিলংশৃঙ্গ' নামৰ কবিতাটোৰ ফাঁকিচেৰেক তলত তুলি দিছোঁ:

বিত্তোপন, বিত্তোপন, গিৰিশৃঙ্গ বিত্তোপন,
প্ৰকৃতিৰ প্ৰেমালয়, নিজানৰ নিকেতন।
ৰাজধানী ছিলঙৰ কহিনূৰ মুকুটৰ,
অথবা উত্তুঙ্গ শৃঙ্গ অসমৰ পয়োধৰ।
শাৰী শাৰী তৰুলতা সাজে সাজে থাককটা,
ভৈয়ামৰ আচহুৱা পৰ্বতৰ গছ পতা।
সৰলৰ ঘন বন ঠায়ে ঠায়ে সুশোভন
টেকীয়াৰ মেৰপাক, আশেপাশে অগণন।
অকিঞ্চন আননত এই মায়া-কাননত,
মলয়াই চন্ট খেলে দিন-ৰাতি অবিৰত।

য'তে ত'তে মউজোল, বাটকৰা যায় ভোল
তিতাবাণী চিৰতায়ো মোক তোল, মোক তোল।
নামনিত ৰাজধানী দেখা যায় ৰিণি ৰিণি –
সাজি আছে বাজি আছে যেন এক বিলাসিনী।
গুৱাহাটী কণমান, হিমালয় মহাপ্ৰাণ,
দেখি ইয়াৰেই পৰা—কিন্তু মাথোঁ অনুমান।
যিফালেই চকু যায়, সিফালেই দেখা পায়
নীলে নীলে মহানীল আৰু যেন একো নাই।

দিনটো কেনেকৈ অতিবাহিত হ'ল কবই পৰা নাছিলোঁ। ৰাম্ধনী বেলিয়ে দেখা দিলেই। নামনিত হেজাৰবিজাৰ তৰাৰ দৰে বিজুলী বস্তিবোৰ জ্বলি উঠিছিল।

আমি তেতিয়াহে ওলোটা-যাত্ৰা আৰম্ভ কৰিছিলো। তেতিয়া উঠি যোৱা থিয় পৰ্বতীয়া বাটেৰে নামি আহিবৰ সাধ্য নহৈছিল। ওপৰ-ছিলং ডায়েৰী-পামলৈ যোৱা পকা আলিৰে নামি আহিছিলো।

থকা ঠাই পাওঁতে ৰাতি ভালেখিনি হৈছিল। খাই-বই শেতেলিত মৰা পৰা দিছিলোঁ।

---

# ডালিমীৰ দেশত

বেজবৰুৱাৰ কল্পনাকুঁৱৰী ডালিমীজনীৰ বহু বছৰ আগতে মই বাস্তৱ সহাঁৰি পাইছিলো নগাৰাজ্যত। এতিয়াৰ নগালেণ্ড আৰু মই যি সময়ৰ কথা লিখিছোঁ, সেই সময়ৰ নগাৰাজ্যৰ মাজত আকাশ-পাতাল প্ৰভেদ। ডালিমী নামৰ কোনো নাগিনী ছোৱালী নেথাকিলেও আহোমকোঁৱৰ গদাপাণি অজ্ঞাতবাসত থকা কালত যে এজনী নাগিনী ছোৱালী গাৰ কাষত ছাঁটোৰ দৰে যে তেওঁৰ লগত

ফুৰিছিলু সেই কথা থিবাং। সেই নাগিনীজনী গদাপাণিব অজ্ঞাত-বাসৰ অন্তত হেনো তেওঁৰ লগত ভৈয়ামলৈ আহিবলৈ নেৰোপানী হৈ লাগিছিলু। গদাকোঁৱৰে বিৰক্ত হৈ নেযায় নে বুলি তাইৰ গাত টোকৰ এটা মাৰি দিছিল। গদাপাণিৰ টোকৰ মানেই ভীমৰ টোকৰ। সেই টোকৰৰ ফলতেই নাগিনীজনীৰ থিতাতে মৃত্যু হয়। সেই ঠাইখনেই হেনো 'নাগিনী মৰা' নাম পালে।

এই নাগিনীমৰাৰ গাতে লাগি আছে লাইগড়। এই গড়েই অসম আৰু নগাৰাজ্যৰ সীমা। নাগিনীমৰালৈ মই একাধিকবাৰ গৈছিলোঁ, মোৰ সৰু ভনীজোঁৱাই বৰজান কয়লাখনিৰ ডাক্তৰ শ্ৰীমীন-কান্ত হাজৰিকাৰ ঘৰত প্ৰত্যেকবাৰেই একোসপ্তাহ নিৰ্জনবাস খপি-বলৈ। সেই সময়ত শিমলুগুৰিৰপৰা নাগিনীমৰালৈ সপ্তাহত এবাৰকৈ প্ৰতি দেওবাৰে বেল অহা-যোৱা কৰিছিল। নাগিনীমৰাৰপৰা ডাক্তৰৰ বাসভৱন বৰজানলৈ তিনিমাইল। পৰ্বতীয়া বাটেৰে ওপৰলৈ উঠি যাব লাগে। আজিকালিৰ দৰে ভাল পকা আলি নাছিল। এইছোৱা বাট যাওঁতে ভাগৰ লাগিছিল যদিও দুইপাৰৰ মনোৰম হাবিতলীয়া দৃশ্য আৰু আলিৰ কাষে কাষে নাচিবাগি যোৱা দিখৌ নৈখন দেখি মনত ভাল লাগি যায়। একোজোপা অমিতাৰ সমান 'লিহিৰি-পতীয়া পৰ্বতৰ ঢেকীয়া' দেখা পাইছিলো। দিখৌৰ পাৰে পাৰে অলেখ বনকলগছ দেখিছিলো। মানুহে পৰ্বতৰ কাহুকণী বুলিলে দুষ্প্ৰাপ্য বস্তু বুলি ভাবে। কিন্তু পৰ্বতৰ ওপৰেদি বৈ যোৱা ঢক-ঢকীয়া দিখৌৰ বালিত পৰ্বতৰ কাহুকণী সহজলভ্য। আলিৰ ওপৰৰপৰা নামনিত দিখৌৰ সিপাৰে পালে পালে বনৰীয়া হাতী দেখা পাইছিলো। হাতীৰ পালৰ কাষে কাষে পহুৰ জাক। পহুবোৰক হেনো হাতীয়ে নিৰা-পত্তা দিয়ে। বাঘ আদি সিহঁতৰ কাষলৈ আহিব নোৱাৰে। তাত দেখি-ছিলো এটা শিলৰ উৰাল। সেই উৰালত হেনো নাগিনীজনীয়ে ধান খুন্দিছিল। আৰু দেখিছিলো ওখ পৰ্বতৰপৰা তলৰ নাগিনীমৰালৈ জৰীৰ সহায়েৰে বস্তু উঠোৱা নমোৱা কৰা। কেতিয়াবা হেনো বস্তুৰ অভাৱ

ভিতৰৰ মানুহেও চোবাংকৈ অহা-যোৱা কৰে। এবাৰ এনে এজন চোৰাং ভকত হেনো যন্ত্ৰ বিকল হৈ যোৱাত আদবাটতে দিখৌৰ ওপৰত জৰীৰ তাঁৰত ওলোমাবঁ।হুলি হৈ থাকিব লগা হৈছিল।

ডাক্তৰ থকা বঙলাটো এটা সৰু টিলাৰ ওপৰত। এদিনীয়া মানুহে সেই টিলালৈ উঠা-নমা কৰিলে বৰ ভাগৰ লাগে। মোৰ দেউতাইঁতক সেই টিলাত মেজ এখন লুটিয়াই দোলা কৰি মানুহে কঢ়িয়াই নিছিল। সেই ঠাইখন ভেতিয়া এখন কয়লাখনিৰ সৰু নগৰ আছিল। বেছিভাগ বনুৱা। আমোলা, মহৰী, ডাক্তৰ আদি ভাল মানুহ কেইঘৰমান। আমাৰ ডাক্তৰৰ তাত বৰ খিতাপ। নগাবিলাকে তেওঁক বৰকৈ মানে। আন আমোলা-মহৰীবিলাকেও ভাল পায়। সকলোবিলাক মিলিজুলি ৰংমনেৰে থাকে। বিহু পূজা আদি উৎসৱ পাতে। বাবুসকলৰ বাবে এখন ঠাকুৰবাৰী (নামঘৰ) আছিল। তাত প্ৰতি সোমবাৰে গধূলি বাবুবিলাকে গৈ নাম ধৰে। সেই নামঘৰেই পূজাঘৰ আৰু ক্লাবঘঁৰ। তাতেই বছৰি দুৰ্গাপূজা হয়। এবাৰ গৈ মই দেখা পাইছিলো ঠাকুৰবাৰীত এখন দৃশ্যপট ওলমি আছে। সেই দৃশ্যপটত দুৰ্গাগোসাঁনীৰ প্ৰতিমা অঁকা আছে। সেই ওখ ঠাইলৈ তলৰপৰা মাটিৰ প্ৰতিমা নিয়া টান। সেই কাৰণে চিত্ৰপটতেই হেনো আই দুৰ্গাৰ প্ৰতিমা সাজি পূজা পতা হৈছিল। সেই ঠাকুৰবাৰীতে পূজাত থিয়েটাৰো পতা হয়। মোৰ কেবাখনো নাট তাত অভিনীত হৈছিল। বাবুবিলাকৰ লগতে সোণ, জোন, বন, নিজৰা আদি ভাগিনহঁতেও ভাগ লৈছিল। মোৰ ভনী ডাক্তৰণীয়ে (শ্ৰীমতী হীৰাপ্ৰভা) ঘৰৰ পৰাই অভিনয় পৰিচালনা কৰে। এইদৰে সেই কয়লাখনিত তেওঁলোকে ৰং-ৰহইচেৰে কাল কটাইছিল। এবাৰ জহৰ বন্ধত মই তালৈ গৈ মোৰ 'ঈছপৰ সাধু' নামৰ কিতাপখন লিখি শেষ কৰোঁ।

সকলোৰে দিন সমানে নেযায়। সেই কয়লাখনিত এতিয়া বঙাচাকি জ্বলিল। তাহানিৰ নগাহিল্‌ছ বৰ্তমানে এখন স্বতন্ত্ৰ নগা-

লেও হৈছে যদিও আমাৰ ডাক্তৰ--ডাক্তৰণী থকা সেই কয়লা নগৰৰ এতিয়া অস্তিত্বই নাই। সেই ঠাই এখন অটব্য হাবিত পৰিণত হৈছে। ডাক্তৰ হাজৰিকা যিটো বঙলাত আছিল তাৰ ভেটিটো এতিয়াও এৰাবাৰীৰ মাজত পৰি আছে। সেই ভেটিত হেনো বাঘিনীয়ে বুকুত পোৱালি লৈ ব'দ লয়। গছ-গছনি সকলোবোৰ বনৰীয়া হৈ গৈছে।

মোৰ মিতিৰ ডাক্তৰে কিন্তু এতিয়ালৈকে সেই ঠাইৰ মায়া এৰিব পৰা নাই। তেওঁ তলৰ নাগিনীমৰাৰ্লে আহি এতিয়াও বেচৰ্কাৰীভাৱে নগাবিলাকৰ মিতিৰ হৈ ডাক্তৰি কৰি আছে।



# এজন খ্যাতিমন্ত হেড্‌মাষ্টৰ

অসমীয়াতকৈ বঙালীসকলে এশ বছৰমো আগতে পাশ্চাত্য ইংৰাজী ভাষা-সাহিত্যৰ পোহৰৰ মুখ দেখা পাইছিল। সেই কাৰণে আমাৰ অসম ৰাজ্যত বৃটিছ আমোলৰ আগছোৱাত চাকৰি-বাকৰি সকলো ক্ষেত্ৰতে বিশেষকৈ শিক্ষা-জগতত বঙালীসকলৰে প্ৰভুত্ব আছিল এদনীয়া। দৰাচলতে বঙালী হেড্‌মাষ্টৰসকলেই অসমৰ মাধ্যমিক আৰু উচ্চ শিক্ষাৰ বুনিয়াদ গঢ়ি তুলিছিল। সেই বাবে সেই সকলৰ ওচৰত আমি নিশ্চয় কৃতজ্ঞ। সেইছোৱা কালৰে আদি আৰু পিছৰ কালে যি কেইজন অসমীয়াই জাকতজিলিকা হৈ উঠি অসমৰ শিক্ষা-জগতত মচিব নোৱাৰা সাঁচ এৰি গৈছে সেইসকল হৈছে চন্দ্ৰমোহন গোস্বামী, লক্ষ্মীনাথ শৰ্মা, ৰামেশ্বৰ বৰুৱা, কালিৰাম দত্ত, ভাৰতচন্দ্ৰ চলিহা, ৰমণীকান্ত বৰুৱা, জেহিৰুদ্দিন

আহমেদ, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, চৈফুদ্দিন আহমেদ, শ্ৰীঅন্নৰাম বৰুৱা, মণিৰাম দাস, ৰাজকুমাৰ শ্ৰীসুৰেশ্বৰ গোহাঁই প্ৰভৃতি। এই সকলৰে অন্যতম জেহিৰুদ্দিন আহমেদক আজি আমি স্মৰণ কৰিবলৈ কাপ তুলি লৈছোঁ। ওপৰত নাম লোৱা শিক্ষাবিদসকলৰ মাজত আহমেদ চাহাব আছিল Last of the Romans অৰ্থাৎ ৰোমানসকলৰ শেষৰ জন।

অবসৰ লোৱাৰ বহু বছৰ পিছত, চাৰিকুৰি ছবছৰ বয়সত, অসমৰ বিশিষ্ট শিক্ষাবিদ, যোৰহাটৰ নাগৰিক আৰু যোৰহাট চৰকাৰী হাইস্কুলৰ কৃতী প্ৰধানশিক্ষক খানবাহাদুৰ জেহিৰুদ্দিন আহমেদৰ বিয়োগত (২৭-৯-৭৩) অসমৰ শিক্ষা-জগতৰ বিশেষ ক্ষতি হয়।

আহমেদৰ জন্ম হৈছিল শিৱসাগৰত ১৮৮৭ চনত। তেওঁ ১৯০৯ চনত যোৰহাট চৰকাৰী বিদ্যালয়ৰপৰা প্ৰবেশিকা মহলাত উঠি কলিকতাৰ বঙ্গবাসী কলেজত অধ্যয়ন কৰেগৈ। ১৯১৪ চনত তেওঁ কলিকতাৰপৰা বি-এ ডিগ্ৰী আৰু ১৯২২ চনত ঢাকাৰপৰা বি-টি· ডিগ্ৰী লাভ কৰে। যোৰহাট হাইস্কুলতে তেওঁৰ শিক্ষকতা জীৱনৰ আৰম্ভণি ১৯১১ চনত আৰু তাতেই সামৰণিও পৰে ১৯৪২ চনত। সেইখন স্কুলতে তেওঁ ১৯৩০ চনৰ পৰা ১৯৪২ চনলৈকে একেৰাহে হেডমাষ্টৰৰ পদত থাকি অবসৰ গ্ৰহণ কৰিছিল সুখ্যাতিৰ মাজত। কৃতী শিক্ষাৰ কৰ্ণধাৰ শৰৎচন্দ্ৰ গোস্বামীদেৱৰ বিশ্বাসভাজন শিক্ষকসকলৰ মাজত নিঃসন্দেহে আহমেদৰো স্থান আছিল। স্কুলত নিয়মানুবৰ্তী চোকা প্ৰশাসক হিচাপে তেওঁৰ ভয়ত বাঘে-ছাগে একে ঘাটত পানী খাইছিল। তথাপি তেওঁ ছাত্ৰসকলৰ অতিশয় প্ৰিয়পাত্ৰ আৰু আপোনজন হব পাৰিছিল। শিক্ষা, খেল-ধেমালি, স্কাউটিং আদিত বিশেষ কৃতিত্ব দেখুৱাই তেওঁ যোৰহটীয়া ৰাইজৰো স্নেহ আৰু শ্ৰদ্ধাৰ পাত্ৰ হৈছিল। সেই সময়ৰ

বাণিজ্যিক চৰকাৰেও তেওঁৰ গুণৰ স্বীকৃতি হিচাপে প্ৰথমতে খানচাহেব আৰু পিছত খানবাহাদুৰ সন্মান দিছিল।

অসম সাহিত্য-সভাক কেঁচুৱা কালতে তুলিতালি লওঁতাসকলৰ মাজতো জেহিৰুদ্দিন আহমেদৰ নাম লব পাৰি। সেইটো আছিল অসম সাহিত্য-সভাৰ শৰৎ গোসাঁইৰ যুগ। গোস্বামীপ্ৰভুৰ নিপুণ সংগঠনত অসম সাহিত্য-সভাই চেৰাশালিৰ পৰা ওলাই দোপতদোপে উন্নতিৰ বাটত আগবাঢ়িছিল। তেওঁক যিসকলে সেই কামত সহায়তা আগবঢ়াইছিল সেইসকলৰ মাজতো আছিল জেহিৰুদ্দিন আহমেদ। সেই সময়ত অসম সাহিত্য-সভাৰ প্ৰথম কাৰ্য্যনিৰ্বাহক সভা আৰু তাৰ পিছতো তেওঁ একেৰাহে অসম সাহিত্য-সভাৰ কাৰ্য্যনিৰ্বাহক সভাৰ সক্ৰিয় সদস্য আছিল। এবাৰ তেওঁ সভাৰ ধনভঁৰালীৰ পদত থাকিবলগীয়া হৈছিল। স্বৰ্গীয় দেৱেশ্বৰ শৰ্মা আৰু নকুলচন্দ্ৰ ভূঞাৰ দৰে তেওঁ নিতৌ এবেলি ফুৰিচাকি আহি চন্দ্ৰকান্ত সন্দিকৈ-ভৱনত ভুমুকি এটা মাৰিছিল। মুঠতে অসম সাহিত্য-সভাৰ লগত তেওঁৰ ওতপ্ৰোত মৰমৰ বান্ধ আছিল। নিজে সাহিত্যিক হৈ হাতত কাপ তুলি নললেও যে সাহিত্যসেৱা কৰিব পাৰি আহমেদৰ জীৱনতে তাৰ চানেকী পোৱা যায়।

---

# ধ্ৰুপদজ্ঞ শশীকান্ত

গুৱাহাটীৰ শশীকান্ত গোস্বামী উকিল এজন নাম-যশ নিবিচৰা সঙ্গীতসাধক আছিল।

নলবাৰীৰ প্ৰতাপচন্দ্ৰ-শৰৎচন্দ্ৰ গোস্বামীখ্যাত বংশত তেওঁ উপজিছিল ১৯০২ চনত। তেওঁৰ তিনিজন ভাতৃ শিক্ষা-সাহিত্যৰ ক্ষেত্ৰত সুপৰিচিত। তেওঁলোক হৈছে সাহিত্য-সভাৰ প্ৰাক্তন সভাপতি শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী, মহামহিমোপাধ্যায় শ্ৰীবিপিনচন্দ্ৰ গোস্বামী, ভাষাবিদ ড° শ্ৰীউপেন্দ্ৰনাথ গোস্বামী। এসময়ৰ অসম-বিখ্যাৎ গুৱাহাটী সন্ধিয়া সন্মিলনীৰ শশীকান্ত গোস্বামী আছিল তিনিপিতাৰ অন্যতম—আন দুজন পদ্মধৰ চলিহা আৰু শ্ৰীনাৰায়ণ চন্দ্ৰ বৰুৱা। কথাত কথা ওলায়। সন্ধিয়া সন্মিলনীৰ কথা কওঁতে আৰু তিনিজন ভাগ্যৱান পিতালৈ মনত পৰে। তেওঁলোক হৈছে ড° শ্ৰীভূপেন হাজৰিকাৰ পিতৃ নীলকান্ত হাজৰিকা; অধ্যক্ষ শ্ৰীপৰাগধৰ চলিহাৰ পিতৃ পদ্মধৰ চলিহা আৰু নৃত্যশিল্পী শ্ৰীচাৰু বৰদলৈৰ পিতৃ আনন্দ বৰদলৈ। সন্ধিয়া-সন্মিলনী আছিল কীৰ্তিমান তিনিশিল্পীৰ সাংস্কৃতিক জীৱনৰ কঠীয়াতলী। তিনি পিতৃয়ে এই অনুষ্ঠানৰ মাজেদি পুত্ৰ তিনিজনক ভৱিষ্যৎ শিল্পীজীৱনৰ বাটত আগবাঢ়ি যাবলৈ অনুপ্ৰেৰণা যাচিছিল।

সি বি নহওক কামৰূপ নাট্যসমিতিৰ কৃতী সম্পাদক ললিতচন্দ্ৰ চৌধুৰীৰ পিছতে শশীকান্ত গোস্বামীয়ে সম্পাদক হৈ দহবছৰ শ্ৰমদান কৰি গুৱাহাটীৰ কুমাৰ ভাস্কৰত কামৰূপ নাট্যসমিতিৰ সোণালী যুগৰ জেউতি চৰাইছিল। কামৰূপ নাট্যসমিতি আজি মৰিল; ললিতচন্দ্ৰ চৌধুৰী আৰু শশীকান্ত গোস্বামীও মৰিল। কিন্তু

জীয়াই থাকিল তিনিও জনবে নাম একেলগে। আন ঠাইত এই দুই অনুষ্ঠানৰ কথা বিৱৰি লিখা হৈছে। ইয়াতে শশীকান্তৰ লগত নাম দুটা মাথোন উল্লেখ কৰিলোঁ।

এক বুঢ়া দুই কাম, ধান বানে চোহে আম। শশী গোস্বামীয়ে একেসময়তে ওকালতি কৰিছিল আৰু নিয়মিতভাবে সঙ্গীতচৰ্চাও কৰিছিল। শাস্ত্ৰীয় সঙ্গীতত তেওঁৰ বিশেষ অনুৰাগ আছিল। ভায়েক ছচিয়েল-নেতা শ্ৰীবিশ্ব গোস্বামী, খুলশালিয়েক কংগ্ৰেছনেতা হৰেশ্বৰ গোস্বামী আৰু শহুৰেক মেম্বৰ নীতিৰ ভঙা-পতা কুমুদেশ্বৰ গোস্বামীৰ (নান্না গোসাঁই) তিনিদফীয়া ৰাজনীতিৰ মাজতো নিৰ্লিপ্তভাৱে আপোন মতত থাকি ওৰেজীৱনে শশীকান্তই সঙ্গীতসাধনাত চেলাপেটা জোকৰ দৰে লাগি আছিল। খোৱা-বোৱা-শোৱা, ফুৰা-চকা সকলোতে তেওঁ নিয়মীয়া আছিল। ঘড়ীৰ কাঁটাৰ দৰে চলিছিল। সেয়ে হলেও সঙ্গীতৰ ৰাগীত সময়ে সময়ে তেওঁৰ ধৰাবন্ধা নিয়মৰ ব্যতিক্ৰম হৈছিল। তেওঁ অসম সঙ্গীত-সম্মিলনীৰ বছেৰেকীয়া অধিবেশনবোৰত ওৰেৰাতি উজাগৰে থাকি তেওঁ সঙ্গীত উপভোগ কৰিছিল। ৰাতিপুৱা মোকেলৰ লগত মোকৰ্দমাৰ মাজত সোমাই পৰিছিল আৰু গুৱাহাটীৰ কোনো ঠাইত সঙ্গীতৰ আচৰ বহিলে নাইবা কোনো ডাঙৰ ওস্তাদ অহা গম পালে তেওঁ দহৰন কাতি কৰিও গৈছিল। একলব্যই দ্ৰোণাচাৰ্য্যক উপাসনা কৰাৰ নিচিনাকৈ তেওঁ বিনায়ক পট্টবৰ্দ্ধন প্ৰমুখ্যে ভাৰতবিখ্যাত সঙ্গীতজ্ঞসকলৰ গানত মুগ্ধ হৈছিল। অনাতাঁৰযোগে তেওঁ শাস্ত্ৰীয়সঙ্গীত শুনি কাণৰ খজুৱতি মাৰিছিল। আন কোনো নেথাকিলে তেওঁ নিজৰ চ'ৰাঘৰত পাটী পাৰি বহি তানপুৰাটোকে লগৰীয়া কৰি লৈ নিয়মিতভাবে সঙ্গীতসাধনা কৰিছিল। তেওঁ বেহেলা বজাইছিল, বৰগীত গাইছিল, ধ্ৰুপদ গাইছিল। কাচিৎহে ৰাজহুৱা মঞ্চত গা দেখা দিছিল।

মই জনাত আৰু শুনাত শশীকান্ত গোস্বামী আছিল

বৰ্তমান কালৰ একমাত্ৰ অসমীয়া ধ্ৰুপদ-গায়ক। তেওঁ সঙ্গীত-সাধনাত বিভোৰ হৈ আত্মতৃপ্তি লাভ কৰিছিল। সঙ্গীতসাধনাই তেওঁক যি আনন্দ দিছিল সি আছিল নিষ্কাম পৰমানন্দ। মুক্তিত নিস্পৃহ এনে সঙ্গীতসাধক আমাৰ মাজত বিৰল।

১২।৫।৭৫ দিনা দিল্লীত স্বৰ্গী হোৱা শশী গোসাঁই মোৰ আন এজন অগ্ৰজ বন্ধু। বয়সত এবছৰ ডাঙৰ, সম্প্ৰতি তেওঁ ধ্ৰুবলোকত ধ্ৰুপদত মজি থাকিব পায়।

— ——

# দুজন 'নাৰায়ণ'

অসমীয়া প্ৰকাশনৰ বুৰঞ্জীত নলবাৰীৰ দুজন লব্ধপ্ৰতিষ্ঠ প্ৰকাশক 'নাৰায়ণ' ককাই-ভাইৰ স্থান জাকত জিলিকা হৈ আছে। এজন সাহিত্যৰথ হৰিনাৰায়ণ আৰু আনজন বমভোলা বিচিত্ৰনাৰায়ণ। এই দুজন নাৰায়ণ দত্তবৰুৱাই অসমীয়া সাহিত্যক প্ৰকাশৰ বাটত ভালেখিনি আগবঢ়াই থৈ গৈছে।

হৰিনাৰায়ণ দত্তবৰুৱাই শিক্ষকতাকে জীৱনৰ অৱলম্বন কৰি লৈছিল যদিও গ্ৰন্থৰচনা আৰু গ্ৰন্থপ্ৰকাশেই তেওঁৰ জীৱনৰ নিত্যকৰ্ম আছিল। শিক্ষাপ্ৰচাৰ, শঙ্কৰী ধৰ্ম-প্ৰচাৰ আৰু প্ৰসাৰতো তেওঁ মুকভাৱে উলিয়াই শ্ৰমদান কৰিছিল। এই সম্পৰ্কে কেনেদৰে বিবিধ প্ৰতিকূল অৱস্থাৰ লগত অহৰহ যুঁজিবলগীয়া হৈছিল সেই কথা তেওঁ নিজেই বিবৰি লিখি থৈ গৈছে। জয়ন্তয়তে তেওঁ পঢ়াশলীয়া পুথিত হাত দিছিল। আমি নিজে এই বিষয়ত লগাৰ বহু পূৰ্বে দত্তবৰুৱাই অসমৰ পাঠ্যপুথিৰ বজাৰৰপৰা মেক-

মিলান, অক্সফোর্ড আদি কলিকতীয়া কোম্পানীবোৰৰ অকণ্টকা ভোগদখলত বাধা দিবলৈ কেবাখনো কিতাপ উলিয়াই বহু পৰিমাণে কৃতকাৰ্য্য হৈছিল। কিন্তু তেওঁৰ জীৱনৰ যাই কীৰ্ত্তিস্তম্ভ স্থাপন কৰিছিল তলত নাম দিয়া গ্ৰন্থসমূহৰ সংকলন আৰু প্ৰকাশে।

(ক) ৰামসৰস্বতীৰ অসমীয়া মহাভাৰত
(খ) মাধৱকন্দলিৰ অসমীয়া ৰামায়ণ
(গ) দ্বাদশ স্কন্ধ ভাগৱত
(ঘ) চিত্ৰ-ভাগৱত
(ঙ) শঙ্কৰ-বাক্যামৃত
(চ) কথা-গুৰুচৰিত
(ছ) শঙ্কৰদেৱৰ বাণী আৰু অন্যান্য।

সম্পূৰ্ণ মহাভাৰত আৰু সম্পূৰ্ণ ভাগৱত প্ৰকাশ কৰি হৰিনাৰায়ণে হৰিবিলাস আৰু দুৰ্গাধৰৰ সপোন সম্পূৰ্ণভাৱে বাস্তৱত ৰূপায়িত কৰিছিল। ওপৰত নাম দিয়া গ্ৰন্থ কেইখন প্ৰকাশ কৰি হৰিনাৰায়ণে অসাধ্য সাধন কৰিছিল বুলি কব পৰা যায়।

দত্তবৰুৱাই প্ৰকাশ কৰা আটাইকেইখন গ্ৰন্থৰে সুকীয়া ইতিবৃত্ত আৰু জানিবলগীয়া কথা আছে। মই মাথোন দুখন মূল্যবান প্ৰকাশনৰ কথা তুলি দিছোঁ। 'শঙ্কৰ বাক্যামৃত' প্ৰকাশ সম্পৰ্কত তেওঁ লিখিছিল—"শ্ৰীমন্ত শঙ্কৰদেৱৰ উৎসৱৰ সময়ত কোনো কোনো উৎসৱত আমি ৰচনা পাঠ কৰিবলগীয়া হৈছিলোঁ। কেতিয়াবা কেতিয়াবা সভাপতিও হবলগীয়া হৈছিলোঁ। সেই সময়ত শ্ৰীগুৰুৰ ৰচিত মহাগ্ৰন্থবোৰৰ হিচাপ কৰিবলৈ যত্ন কৰিছিলো; পিছত এসময়ত সকলোখিনি মহাগ্ৰন্থ লগ লগাই প্ৰকাশ কৰাৰ হাবিয়াস জন্মে; ইচ্ছা হোৱাৰ লগে লগে কাম আৰম্ভ হয়, আৰু শ্ৰীগুৰুৰ কৃপাত 'ভক্তিৰত্নাকৰ'ৰ বাহিৰে সকলোবোৰ মহাগ্ৰন্থ সংগৃহীত হয় আৰু লগে লগে ছপা কাৰ্য্য আৰম্ভ কৰা হয়। ভক্তিৰত্নাকৰখন বহু বিচাৰি শেষত গৈ কামৰূপ অনুসন্ধান সমিতিত এখন পাই

সেইখন অনা হয় আৰু তাকেই হুবহু নকল কৰোৱাই শ্ৰীশঙ্কৰ বাক্যামৃতৰ ভিতৰত দিয়া হয়। মহাগ্ৰন্থখনিৰ ছপা শেষ হওঁতেই 'অসম সাহিত্য-সন্মিলন'ৰ অধিবেশন ছিলঙত বহে। সন্মিলনৰ কাৰ্য্যনিৰ্বাহক সভাই গ্ৰন্থখনি সন্মিলনতে উন্মোচন কৰে আৰু আমাক মানপত্ৰ দিয়ে। অসমীয়া ভাষাৰ ওজা কালিৰাম মেধি ডাঙৰীয়াই শ্ৰীমন্ত শঙ্কৰদেৱৰ উপদেশবোৰ সংগ্ৰহ কৰিছিল আৰু ইয়াক অসম সাহিত্য-সভাৰ হতুৱাই প্ৰকাশ কৰাবলৈ বিশেষ চেষ্টা কৰিছিল। হুবছৰতো কৃতকাৰ্য্য নোহোৱাত আমাক জানিবলৈ দিলে। আমি নিজৰ অৱস্থালৈ নাচাই প্ৰকাশ কৰোঁ। "এই পুথিৰ ছপাখৰচ সম্ভৱতঃ এতিয়ালৈকে উঠা নাই।"

'চিত্ৰ-ভাগৱত' সম্পৰ্কত তেওঁ লিখিছে—"আউনিআটীত পাইছিলো দুষ্প্ৰাপ্য পুথি 'হস্তীবিদ্যাৰ্ণব' আৰু নগাৱৰ বালিসত্ৰত পাইছিলো 'সচিত্ৰ ভাগৱত' আদি। সেই সময়ত বালিসত্ৰত শ্ৰীযুত ধনেশ্বৰ গোস্বামী নামৰ এজনা পণ্ডিত নৈষ্ঠিক গোসাঁই আছিল। তেখেতৰ ঘৰতেই সৰহভাগ পুথি ভালদৰে ৰক্ষিত আছিল। আজিও পুতেক শ্ৰীযুত শিবেন্দ্ৰ দেৱাধিকাৰীয়ে ৰক্ষা কৰি আছে। মই যোৱা সময়ত গোসাঁইৰ অসুখ বৰ বেছি, বয়স বহুতো—যায় যায় অৱস্থা। মই গৈ আঁঠু লোৱাত তেৰাই আশীৰ্বাদ দিলে—'ভগৱন্তই মঙ্গলে ৰাখক—দুজনা মহাপুৰুষৰ কৃত পুথিবোৰ প্ৰকাশ কৰিবলৈ শক্তি দিয়ক।' ইয়াৰ পিছত পুথিবোৰ উলিয়াই দিয়ায়। মই চাওঁতে সচিত্ৰ ভাগৱতখন পাওঁ। ইয়াৰ আখৰবোৰ হমচমকতে দেৱনাগৰী যেন দেখিছিলো। বুঢ়াগোসাঁয়ে ২।৪ দিন পিছতেই বৈকুণ্ঠপ্ৰয়াণ কৰিলে—সম্ভৱতঃ আমাক আশীৰ্বাদ দিবলৈ বাট চাই আছিল আৰু তেৰাৰ আশীৰ্বাদতহে পুথিখন দেখিলোঁ। বহুত অনুনয়-বিনয় কৰি আমি প্ৰায় কুৰিবছৰ পিছত পুথিখন নিজৰ হাতলৈ আনো আৰু ইয়াৰ পদবোৰ হুবহু নকল কৰি সম্পূৰ্ণ ভাগৱতত দিওঁ। * * * এই সময়ত অৰ্থৰ অভাৱ

হলেও মই ধৈর্য্য ধৰি আৰম্ভ কৰা কামবোৰ কৰিবলৈ বিৰত হোৱা নাছিলোঁ। ১৯৪৬ চনত কলিকতাত হিন্দু-মুছলমানৰ গোলমাল ঘটে। বহুত মানুহে ঘৰবাৰী এৰি কলিকতা ত্যাগ কৰে। কিছুমানৰ সম্পত্তি ধ্বংস হয়। আমাৰ 'কথা গুৰুচৰিত' এখন প্ৰেছত ছপা হৈছিল। তাৰো কিছুমান ছপা কাগজ নষ্ট হয়। বেঙ্কৰ টকা মৰা পৰাত ছপা কাম পৰিচালনা কৰা টান হৈ উঠে। কিন্তু ভগৱন্তৰ কৃপাত আমাৰ স্কুলীয়া পুথিবোৰৰ প্ৰচাৰ বেছি হৈ উঠাত কাম চলিবলৈ ধৰে। 'কথা গুৰুচৰিত', 'চিত্ৰ-ভাগৱত' প্ৰকাশ হৈ উঠিল। চিত্ৰ-ভাগৱত বিক্ৰী বোধকৰোঁ এতিয়ালৈকে এশখনমানলৈ হ'ল। এহেজাৰখন বন্ধোৱা হৈছিল—বিক্ৰী নহয় দেখি উচ্চ ইংৰাজী স্কুলৰ হেড্‌মাষ্টৰ, ডেপুটী ইন্সপেক্টৰ আৰু আন উচ্চ শ্ৰেণীৰ কিছুমান লোকক এনেয়ে দিয়া হ'ল—এতিয়াও কিছু আছে। এতিয়া আকৌ পৃথিৱীৰ আন আন দেশত চলাৰ আশা কৰি হিন্দী অসমীয়াৰ লগত ইংৰাজী আৰু বঙলা অনুবাদো দি কিছুমান বন্ধোৱা হৈছে।"

কথাত কথা ওলায়। আমাৰ এষাৰ কথা আছে বোলে সিংহ মাৰি নকওঁ লাজে, নিগনি মাৰি জয়ঢোল বাজে। 'চিত্ৰ ভাগৱত' আৰু অলপতে চৰ্কাৰী অৰ্থ-সাহায্যত প্ৰকাশিত 'হস্তী-বিদ্যাৰ্ণৱ' প্ৰকাশত ভেনে হোৱা যেন অনুভৱ হৈছে। অৱশ্যে হস্তীবিদ্যাৰ্ণৱ নিগনি নহয়, সিও সিংহহে। তথাপি দুয়োটা সিংহ প্ৰকাশ হোৱাৰ সময়ত একেভাৱে জয়ঢোল নবজাটোহে তাৎপৰ্য্যপূৰ্ণ।

* * *

হৰিনাৰায়ণৰ সুযোগ্য ভাতৃ বিচিত্ৰনাৰায়ণ দত্তবৰুৱাও অসমীয়া প্ৰকাশক আৰু পুথি-ব্যৱসায়ীসকলৰ আহিঁৰূপ আছিল বুলি কলে ভুল কৰা নহব। ওকালতি-ব্যৱসায় বিসৰ্জন দি কিতাপৰ

ব্যৱসায়ত লাগি তেওঁ স্থাপন কৰা গুৱাহাটীৰ 'লয়াৰ্ছ বুক ষ্টল'ই ইয়াৰ জ্বলন্ত সাক্ষী। এইজন প্ৰকাশকে কিতাপৰ ব্যৱসায়ক স্বকীয় মৰ্য্যাদাৰে মহিমামণ্ডিত কৰি থৈ গৈছে। ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা, ডক্টৰ মহেশ্বৰ নেওগ আৰু ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাৰ দ্বাৰা সুসম্পাদিত কেইবাখনো পুৰণি পুথি লয়াৰ্ছে সাহিত্যিক মৰ্য্যাদা সহকাৰে (কীৰ্তন, মহামোহ কাব্য আদি) হাতত লগাকৈ আৰু চকুত লগাকৈ প্ৰকাশ কৰি উলিয়াইছে। তদুপৰি এই প্ৰসঙ্গতে শ্ৰীলীলা গগৈ সংগৃহীত, সম্পাদিত 'অসমীয়া বিহুগীত আৰু বনঘোষা" আৰু এই লিখকৰ দ্বাৰা সংকলিত-সম্পাদিত 'মৰহা ফুলৰ কৰণি' নামৰ বৃহৎ সংকলন দুখনৰ নামো উল্লেখ কৰিব পাৰি।

এতিয়া আমি বিচিত্ৰনাৰায়ণৰ বিচিত্ৰ লীলাৰ এটা সঁচা সাধু কওঁ। অসমীয়া সাহিত্যৰ অন্যতম সাধক দৈৱচন্দ্ৰ তালুকদাৰে বহু পৰিশ্ৰম কৰি সুকবি নাৰায়ণদেৱৰ ৰচিত মনসাৰ পদবোৰ কেবাটাও বহীত নকল কৰি ৰাখিছিল। এই পদবোৰ অৱশ্যে তালুকদাৰে কোনো লাগবান্ধ নোহোৱাকৈ এখন মাথোন অসম্পূৰ্ণ পুথিৰপৰা আৰু ওজাৰ মুখৰপৰা শুনি গোটাইছিল। তেওঁ মাজে মাজে অসম্পূৰ্ণ অংশৰ নিজেই পদপূৰণ কৰি ৰাখিছিল। পুথিখন ছপোৱাৰ কথা তালুকদাৰে ভৰা নাছিল আৰু উদাসীন-ভাৱে এই সাহিত্য-কৰ্ম কৰি আত্মতৃপ্তি লাভ কৰিছিল ইমানেই। কোনোবা এদিন বহীকেইটা বিচিত্ৰনাৰায়ণৰ শেনচকুত পৰিল। তেওঁ কিতাপখন ছপাবলৈ বিচৰাত তালুকদাৰে বহীকেইটা তেওঁক দি দিলে বিনা চৰ্তে। গ'ল কথা গুচিল। কিতাপখন ছপাবলৈ কেবাহেজাৰো টকাৰ আৱশ্যক। নিজৰ পৰা এই ধনৰ জোৰা মৰা টান। সেই কাৰণে কিতাপখন প্ৰকাশৰ বাবে বিচিত্ৰনাৰায়ণে দুটা বুদ্ধি প্ৰয়োগ কৰিলে—এটা ব্যৱসায়ীবুদ্ধি আৰু আনটো তেওঁৰ বংশগত কাইথেলীবুদ্ধি। তেওঁ ভাবিলে—শিক্ষাধিকাৰৰ পৰা এই কামৰ বাবে অনুদান লাভ কৰিব পৰা যায় যদিহে

এজন বিশেষজ্ঞৰ অনুমোদন লগতে দিব পৰা হয়। চতুৰ দত্তবৰুৱাই সেই উদ্দেশ্যে বিৰিঞ্চি বৰুৱাৰ কাষ চাপিল। সেই পুথি যে দৈব তালুকদাৰৰ দ্বাৰা সংগৃহীত সেই কথাটো বৰুৱাক নজনালে কিয়নো সেই সময়ত তালুকদাৰে তেওঁৰ 'গাণ্ডীব'ত কোনো এটা উপলক্ষত বৰুৱাৰ বিৰুদ্ধে শৰ জুৰিছিল আৰু সেই কাৰণে হয়তো বৰুৱাই অনুমোদন নিদিবও পাৰে। ডক্টৰ বৰুৱাই ইংৰাজীত কিতাপখনৰ এখন প্ৰশংসাপত্ৰ লিখি দিলে।

প্ৰশংসাপত্ৰসহ কিতাপখন যথাস্থানত দাখিল কৰা হ'ল আৰু তাৰে ফলত পাঁচহেজাৰ টকাৰ অনুদান লয়াৰ্ছ বুক ষ্টললৈ আহিল। তাৰ পাঁচশটকাৰ মাননি তপতে তপতে দি বিচিত্ৰনাৰায়ণে ৰহস্যটো তালুকদাৰক জানিবলৈ দিছিল আৰু ভুকুতে কলটো পকোৱাৰ দৰে একে ৰাতিতে ভূমিকা লিখাই আনিলে। যথাসময়ত এই বৃহৎ গ্ৰন্থখনে ছপাৰ পোহৰ দেখা পালে বিচিত্ৰনাৰায়ণৰ বিচিত্ৰ লীলাৰ মাজেদি। তালুকদাৰে মাননি আৰু ছশটকা পালে হব পায়। তেওঁ তেওঁৰ অহৈতুক খাটনি অথলে নোযোৱা দেখি পৰম তৃপ্তি লাভ কৰিলে। ছপা কিতাপত অৱশ্যে বিৰিঞ্চি বৰুৱাৰ কোনো উল্লেখ নেথাকিল।

এইখিনিতে আৰু এটা কথা উল্লেখ নকৰি নোৱাৰিলো। বিচিত্ৰনাৰায়ণে মহাপুৰুষসকলৰ ৰচিত ধৰ্মপুথিবোৰ প্ৰকাশ কৰি লাভলৈ কোনো দিনে বহলকৈ মুখ মেলা নাছিল। ইয়াৰ মূলত আছিল বিশেষকৈ গুৰুজনা আৰু তেৰা প্ৰৱৰ্তিত ধৰ্মৰ প্ৰতি তেওঁৰ একান্ত অনুৰাগ। তেওঁ নিজৰ তিনিমহলা ঘৰৰ ওপৰত এটা স্বকীয় বৈশিষ্ট্যপূৰ্ণ কীৰ্তনঘৰ সজাই লৈ তাতে গুৰু-ভকত ৰাখি নিয়মিতভাৱে নাম-প্ৰসঙ্গ চলি থকাৰ নিয়ম কৰি লৈছিল। সেই কাৰণেই তেওঁ প্ৰকাশ কৰা ধৰ্মীয় পুথিবোৰৰ পৰা পৰাপক্ষত লাভৰ অংশ বাদ দি ভাল পাইছিল।

চমু কথাত এইজনেই আছিল বমভোলা কিতাপ-ব্যৱসায়ী

বিচিত্ৰনাৰায়ণ দত্তবৰুৱা। নামত বিচিত্ৰ, তেওঁৰ কামবোৰো আছিল বিচিত্ৰ।

খ্যাতিমন্ত প্ৰকাশক হিছাপে দুইজন 'নাৰায়ণ'ৰ স্মৃতি অসমীয়া সাহিত্যৰ বুৰঞ্জীত স্মৰণযোগ্য হৈ থাকিব। গুৰুত্বজনাৰ সেৱাতো দুয়োজনে অমলিন কীৰ্তি ৰাখি থৈ গৈছে।

———

## কথাৰ সাগৰ

'মালিনী'ৰ ফুলনিৰ যদিও বোটলা ফুল,
তাৰেই কৰিলা তুমি অসম আমোলমোল।
জহি গ'ল, খহি গ'ল যদিওবা ডিব্ৰুগড়,
তথাপিতো আছে টিন মফিজৰ মৈদামৰ।
তথাপিতো উঠে বাজি 'জ্ঞানমালিনী'ৰ সুৰ,
আশেপাশে উৰি ফুৰে অতীত-মাধুৰীবোৰ।

—শতাব্দীৰ অৰ্ঘ্য

১৯২০ চনত মই অষ্টমমান শ্ৰেণীত পঢ়োঁতে মফিজুদ্দিন আহমেদ হাজৰিকা ৰচিত 'জ্ঞানমালিনী' পঢ়িবৰ সৌভাগ্য হৈছিল। সৌভাগ্য হোৱা বুলি কৈছোঁ এই বাবেই যে আজিকালিৰ ছাত্ৰ-ছাত্ৰীয়ে জ্ঞানমালিনী, জিলিকনি, পাঠমালা, সাৰথি আদি পুথি পঢ়াৰপৰা বঞ্চিত হৈছে। নকলেও হব যে জ্ঞানমালিনী পঢ়ি মই বৰ জুতি পাইছিলো আৰু মোৰ চেমনীয়া জীৱনৰ জ্ঞানৰ ভঁৰালো জ্ঞানমালিনীয়ে বাৰুকৈয়ে চহকী কৰিছিল। জ্ঞানমালিনীৰ সাহিত্যিক মূল্য কিমান সেই কথা মই কোনোদিনে বিচাৰ কৰা

নাই কিন্তু এইখিনি কথা নিঃসন্দেহে কব পাৰি যে নিভাজ অসমীয়া মাত-কথা আৰু বাখৰুৱা শব্দ-সম্ভাৰেৰে চহকী মফিজ হাজৰিকাৰ জ্ঞানমালিনী আৰু পানীন্দ্ৰনাথ গগৈৰ ল'ৰাশিক্ষা কেই-ছোৱাৰ নিচিনা পুথি আমাৰ সাহিত্যত বৰ বেছি নোলাব বুলিয়েই মোৰ বিশ্বাস। গগৈদেৱৰ ল'ৰাশিক্ষাৰ কাণ সুত লগা শব্দবোৰৰ মায়াজাল অসাধাৰণ। ক-খ পুথি ৰচনা কৰিয়েই এইজন সাহিত্য-সেৱী আগশাৰীৰ সাহিত্যিক হব পৰাটো কম কৃতিত্বৰ কথা নহয়। ইংৰাজকবি গ্ৰে চাহাবক তেওঁৰ 'ইলেজি' নামৰ কবিতা-টোৱে যেনেকৈ অমৰ কৰিলে কবি মফিজ হাজৰিকাকো তেনেকৈ তেওঁৰ একেজনী জীয়াৰী 'জ্ঞানমালিনী'য়েই অসমীয়া সাহিত্য-বুৰঞ্জীত জাকত জিলিকা কৰি তুলিলে। 'দিনকণা' নামৰ কবিতাটোৱেই জ্ঞানমালিনীৰ মস্তকমণি। কেৰেলাতকৈ গুটি দীঘল হোৱাৰ নিচিনাকৈ জ্ঞানমালিনীৰ 'সমাজিক' নামৰ এহালিচা ঠাই জুৰি থকা পাতনি-খনো এখন 'দিব্য উপবন'। তাত সোমালে ওলাই আহিবৰ মন নেযায়। আধ্যাত্মিক ভাবাপন্ন 'জীৱনৰ দুটি বাট' নামৰ দীঘল কবিতাটোত কবিৰ বৰ্ণনা-চাতুৰ্য্য ইমান মনোৰম যে আমাৰ সোঁবাট এৰি বাঁওবাটেৰেহে খোজ লবলৈ মন যায়। চেমনীয়া বয়সতে জ্ঞানমালিনী পঢ়ি মনত হাজৰিকাচাহাবলৈ যি শ্ৰদ্ধাৰ ভাব উপজি-ছিল, আজি মোৰ জীৱনৰ আবেলিপৰতো সেই ভাব অটুট হৈ আছে।

তৃতীয় দশকত মই ডিবুৰুত অলপ দিন প্ৰবস্নুৱা শিক্ষক হৈ আছিলোঁ। তেতিয়াৰ এদিন বয়োবৃদ্ধ কবিগৰাকীক মই জীৱনত এবাৰ মাথোন ওচৰৰ পৰা ঘৰুৱাভাৱে লগ পাইছিলো—ডিবুৰুত থকা তেওঁৰ নিজা বাসভৱনত। সেই বাসভৱন এতিয়া মহাবাহু লুইতৰ পেটত সোমাইছে। সেই দিনা মই জৰ্জস্কুলৰ শিক্ষক বন্ধুবৰ শ্ৰীবিষ্ণুকিৰৰ কলিতাৰ লগত দাৰ্শনিক কবি হাজৰিকাক সাক্ষাৎ কৰিবলৈ গৈছিলোঁ। কলিতাই মাত দিয়াত হাজৰিকা চাহাব ওলাই আহিল

আৰু মোক নামে-মানুহে চিনি পাই উলহমালহকৈ বহিবলৈ দিলে।

আমি তিনিওজনে সেই দিনা এঘণ্টামান কথা পাতিছিলোঁ। কি কথা পাতিছিলো বিতংভাৱে মনত নপৰে। সাৰাংশ হলে মনত আছে। কথাৰ সাগৰ কবিগৰাকীৰ মুখৰ-পৰা কথা ওলালে শেষ হব নোখোজে। কথা-প্ৰসঙ্গত মই সুধিছিলো—"আপুনি ইয়াৰপৰা নিৰাপদ ঠাইলৈ উঠি নেযায় কিয় ?" এইখিনিতে উল্লেখ কৰিব পাৰি যে ঘৰ সোমায়ে 'সেই যে সেন্দুৰী আলি, ডেকাহঁতে ধৰে চালি' বুলি কবিয়ে বৰ্ণোৱা সেন্দুৰী আলি লুইতে সামৰি লোৱা চৰ্কাৰী পকাআলিটোলৈ চাঁট কৰে মোৰ মনত পৰি গৈছিল। সেই আলিটো মই দেখা পোৱা নাছিলোঁ যদিও জ্ঞানমালিনীত নামটো পাই চকুৰ আগতে থকা যেন লাগিছিল। হাজৰিকাচাহাবৰ ঘৰখন আমি সেই দিনা বৰ বিপজ্জনক অৱস্থাত দেখা পাইছিলো। ঘৰৰ আধাআধি গৰাখহনীয়াত জাহ গৈছে। এটা ঘৰৰ এফাল আছে, আন এটা ফাল লুইতে গিলিছে। গোটেইটো হাউলি গিলিবলৈ খেন মিলা নাই বাবেহে যেন লুইতে বাট চাই আছে, এনে অনুমান হৈছিল। কবিয়ে নিৰ্বিকাৰভাৱে মোৰ প্ৰশ্নৰ উত্তৰ দি কৈছিল বোলে তেওঁ দেখোন বৰ সুখতেই আছে। ৰাতি সমুখত লুইতৰ পানী আৰু মূৰৰ ওপৰত লাখ লাখ তৰাৰ ভালুকিভালুকি চাই একান্তমনে বিশ্বখনিকৰৰ মহিমাৰ কথা চিন্তা কৰিবলৈ আল্লাই তেওঁক সেই সুবিধাকণ মিলাই দিছে। সেই উদ্দেশ্যে ব্ৰহ্মপুত্ৰই কালবাহু হৈ তেওঁক সাৱধান-বাণী শুনাইছে। ইয়াৰ মাজত ক্ষণস্থায়ী ঘৰ-দুৱাৰৰ কথা ভাবিবলৈ আজৰি পোৱা নাই বুলি তেওঁ আমাৰ আগত এটা দীঘলীয়া দাৰ্শনিক বক্তৃতা দিছিল। বমভোলা কবিৰ কথাবোৰ শুনি বৰ ভাল লাগিছিল কিন্তু সেইবোৰ বাস্তৱবাদী মানুহৰ কথা নাছিল।

এই কথা হলে আমি বঢ়িয়াকৈ বুজিব পাৰিছিলো যে কবিয়ে জীৱ আৰু জগৎ সম্পৰ্কে যি ধাৰণা তেওঁৰ জ্ঞানমালিনীৰ

কবিতাবোৰত ব্যক্ত কৰিছে, সেয়া কিছু পৰিমাণে প্ৰচাৰধৰ্মী আৰু সানিপুটকি ফেনেকি ফেনেকি কোৱা কথা হলেও তাৰ অন্তৰালত গভীৰ উপলব্ধি নথকা নহয়।

পৰম আন্তৰিকতাৰে সেই দিনা আজান ফকিৰৰ শিষ্য কোনোবা এজন সাধুকহে যেন দৰ্শন কৰিছিলো। তেৱেঁই আছিল বাঘ-হাজৰিকাৰ বংশধৰ আমাৰ মফিজ কবি।

---

# অসমৰ "পিট"

দেশৰ কাৰণে জীৱনপাত কৰা তেজপুৰীয়া চন্দ্ৰনাথ শৰ্মাক মই কেইবাৰমান চকামকাকৈ দেখা পোৱা মনত পৰে। তেওঁ তেতিয়া মোৰ ঘৰৰ মুখতে থকা তেজপুৰীয়া বাহৰলৈ অহা-যোৱা কৰিছিল। চকুত এযোৰ বিতচকুৰ তলত তীক্ষ্ণ দৃষ্টি, গাত এটা গলবন্ধা কোট, ভৰিত এযোৰ বিদ্যাসাগৰী চটিজোতাৰে তেওঁক মই দেখা পাইছিলো। ওখও নহয়, চাপৰো নহয়, মজলীয়া গা-গাৰিৰে তেওঁ আছিল এজন ব্যক্তিত্বসম্পন্ন সাধাৰণ মানুহ। তেওঁৰ গাত আৰু খোজকাটলত নেতাৰ ভেম প্ৰকাশ পোৱা নাছিল। মই তেতিয়া কম বয়সীয়া স্কুলীয়া ছাত্ৰ। তেওঁৰ লগত মাতবোল কৰিবৰ কোনো সুবিধা মিলা নাছিল, আৱশ্যকো হোৱা নাছিল।

কলেজীয়া ছাত্ৰ অৱস্থাতে শৰ্মাদেৱে ভীষ্ম-সেনাপতি সদৃশ বেজবৰুৱালৈ অভিমন্যুৰ দৰে সমালোচনাৰ চোকা শৰ প্ৰয়োগ কৰি 'অসমৰ পিট' আখ্যা লাভ কৰিছিল। লম্বোদৰ বৰাই লিখা 'আনন্দৰাম বৰুৱা' নামৰ প্ৰবন্ধটোৰ কেইটামান শব্দ সলাই বৰাৰ লেখনীৰ মান-

হানি কৰাৰ বাবে তেওঁ গোহাঞিবৰুৱাকো সুদাই এৰা নাছিল। ৰজাক ককাই নোবোলা তীক্ষ্ণধী চন্দ্ৰনাথ শৰ্মা যথাৰ্থভাৱে বুটিছ ৰাজনীতিজ্ঞ পিট্‌, চাহাবৰ সমতুল্য আছিল। তেওঁ অসমীয়াৰ নামত পৰি মৰা লোক আছিল। কোনোবা ল'ৰা আহি কটনত ভৰ্তি হৈ অৰ্থাভাৱত কষ্ট ভোগা শুনিলে তেওঁ চৰ্কাৰৰ লগত লিখালিখি কৰি সেই দুখীয়া ল'ৰাজনক জলপানীৰ জোগাৰ কৰি দিয়াৰ কথা শুনিছিলো আৰু হেনো তেওঁ পত্নীক ৰোগশয্যাত যোৱা-থোৱা নৰিয়াত এৰি থৈ অসম এছোচিয়েছন নে অসম সাহিত্য সভাৰ অধিবেশনত যোগ দিবলৈ গৈছিল। আৰু শুনিছিলো অসমৰ মানৰক্ষা কৰিবৰ বাবে কৰ্মবীৰ বৰদলৈক বিলাতলৈ পঠিয়াবৰ বাবে তেওঁ আজিৰ দৰে সুচল বাট-পথ আৰু মটৰ আদিৰ ব্যৱস্থা নথকা দিনতো সমগ্ৰ অসমতে টলৌটলৌ কৰি ঘূৰি দান-বৰঙনি তুলি ফুৰিছিল আৰু সেই হাড়ভগা পৰিশ্ৰমৰ বাবেই হেনো তেওঁ অৱশেষত মৰণত শৰণ লবলগীয়া হৈছিল।

এইজন অসমৰ দধীচিৰ এটা মাথোন ফৰিংফুটা স্মৃতি আজিও মোৰ মনৰপৰা মচ খাই যোৱা নাই। তেতিয়া ৰামমূৰ্তিৰ চাৰ্কাছ গুৱাহাটীলৈ আহিছিল। ৰামমূৰ্তি দাৰাসিঙৰ পূৰ্ববৰ্তী ভাৰতবিখ্যাত ব্যায়ামবীৰ। তেওঁৰ চাৰ্কাছ অভূতপূৰ্ব। ৰামমূৰ্তিয়ে বুকত এটা হাতী তুলি লয়। চলন্ত মটৰগাড়ী ধৰি ৰাখে। তেওঁৰ বুকৰ ওপৰে-দিয়েই এগাড়ী মানুহ পাৰ হৈ যায়। নিউফিল্ডত সেই চাৰ্কাছ চাবলৈ মযো এদিন গৈছিলো। চাৰ্কাছ-মণ্ডপৰ বাহিৰে-ভিতৰে লোকে লোকাৰণ্য। চাৰ্কাছ চলি আছে।

এবাৰ দেখা পালো— আমাৰ বিপৰীত ফালৰ তৃতীয় শ্ৰেণীৰ গেলেৰীত এজন দৰ্শক বক্তৃতা দিবলৈ থিয় হৈছে। তেওঁ বক্তৃতা দিলেই। সকলো দৰ্শকৰ চকু-কাণ তেওঁৰ ফালে আকৃষ্ট হ'ল। স্বয়ং ৰামমূৰ্তিয়েও সেই বক্তৃতা শুনিলে। বক্তৃতাৰ বিষয় আছিল যে টিকটৰ নিৰিখ বৰ বেছি হৈছে। অন্ততঃ ছাত্ৰবিলাকক এই মূল্য কমাই দিব

লাগে। বক্তৃতাৰ পিছতেই ৰামমূৰ্তিয়ে বক্তাজনৰ কথাত সহাঁৰি জনাই ছাত্ৰৰ বাবে কম মূল্য ঘোষণা কৰিলে। দৰ্শকসকল আনন্দত উৎফুল্ল হ'ল। জাউৰিয়ে জাউৰিয়ে হাতচাপৰিয়ে বক্তাক অভিনন্দিত কৰিলে।

পিছত জানিব পাৰিছিলো, সেইজনেই আছিল কৰ্মপ্ৰাণ চন্দ্ৰনাথ শৰ্মা। কোনেও থাটনি নধৰাকৈ অহৈতুকভাৱে আনক সহায় কৰা, আনৰ উপকাৰ কৰা তেওঁৰ স্বভাৱৰ এটা বৈশিষ্ট্য। দিন-কাল পোৱা হলে তেৰেঁা নিশ্চয় ফুকন-বৰদলৈৰ দৰে শিৰোমণি নেতা হব পাৰিলেহেঁতেন। আজিও কোনো কোনোৱে আক্ষেপ কৰি কয় বোলে চন্দ্ৰ শৰ্মাই পূৰ্ণবয়স পোৱা হলে আৰু তেওঁৰ দৰে এজন অক্লান্ত ব্যক্তিগত সচিব পোৱা হলে দেশভক্ত ফুকনৰ প্ৰতিভা ষোলকলাই বিকশিত নহৈ নোৱাৰিলেহেঁতেন। অসহযোগ আন্দোলনত চন্দ্ৰনাথ আছিল অগ্ৰদূত।

---

## আধাফুলা ঢোপাকলি

গুৱাহাটী-মঙলদৈ জাহাজ-ভ্ৰমণৰ এক করুণ স্মৃতি দুকুৰি বছৰৰ পিছত আজিও চেৰেংচেৰেংকৈ মোৰ মনত পৰে। ভাবিথটো টুকি ৰখা নহ'ল। জাহাজত বিশিষ্ট সহযাত্ৰী আছিল দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা। শৰ্মাদেৱ মোৰ ৰককাইৰ নিচিনা। মোৰ ল'ৰাকালত তেওঁ মোৰ দুৱাৰমুখত এটা কেৰেয়া ঘৰত মেছ কৰি আছিল। পুৱা-গধূলি মই তেওঁক বেডমিণ্টন খেলা দেখা পাইছিলো। তেতিয়াবেপৰা তেওঁ লেংপেঙীয়া দীঘল, পুতলে বাঢ়িব নেজানিলে। এই লক্ষ্মীধৰ তেতিয়া 'ভাইটি' বুলিহে জনাজাত আছিল।

দেশভক্ত ফুকনৰ বৰজীয়াৰীৰ লগত তেওঁৰ বিয়াখনৰ কথাও মোৰ ভালকৈ মনত পৰে। সেই সময়ত ফুকন চাহাব আছিল ৰাজসিক আদব-কায়দাৰ লোক। তেওঁৰ বৰজীয়াৰীৰ বিয়াখনো আছিল ৰাজসিক মেলামুখী বিয়া। গুৱাহাটীৰ প্ৰায়বিলাক মানুহে নিমন্ত্ৰিত হৈ বিয়া খাবলৈ গৈছিল। ময়ো দেউতাৰ লগত গৈ সেই বিয়া খাইছিলো। বিয়াত লুচি আৰু খাহীৰ মঙহ খুৱাইছিল। শুভ দিনত আমিষ ভোজন কৰোৱা অশুভ কাৰ্য্য কৰা বুলি বহুতে ভবিষ্যৎ অমঙ্গলৰ আশঙ্কা কৰিছিল। সঁচাকৈয়ে পিছত এই কথাই সঁচা হৈছিল।

সি যি নহওক মোৰ সেই ভ্ৰমণ-যাত্ৰাত শৰ্মা আছিল যক্ষ্মা ৰোগী। সেই দিনত যক্ষ্মা আছিল এক দুৰাৰোগ্য খোচৰা ব্যাধি। আজিৰ কৰ্কট ৰোগীৰ দৰে সেই দিনত যক্ষ্মা ৰোগীয়েও সিপুৰীলৈ যাবৰ বাবে বিনামূলীয়া পাৰপত্ৰ পাইছিল। সেই দিনা জাহাজত অপ্ৰত্যাশিতভাৱে মোক লগ পাই তেওঁৰ আনন্দৰ ঠাই নাই। তেওঁ মোক তেওঁৰ স্বকীয়া কেবিনলৈ মাতি নি ওচৰতে বহুৱাই লৈ কিমান যে কথা পাতিছিল। দুৰ্বল মাতেৰে শেহাই শেহাই কথা কৈছিল। কথাৰ মাজতে তেওঁ এবাৰ এখন থাল্‌ত কেইফুটামান সুম্‌থিৰা টেঙা মোলৈ আগবঢ়ালে। যক্ষ্মা ৰোগীয়ে দিয়া বস্তু খাবলৈ মোৰ মনত সঙ্কোচ নলগাকৈ থকা নাছিল। কিন্তু মৰম আৰু আগ্ৰহেৰে এজন মৰণযাত্ৰীয়ে আগবঢ়াই দিয়া বস্তু নেখায়েই বা থাকোঁ কেনেকৈ? ভয়ে ভয়ে খাইছিলো। ভাগ্যে জানিবা একো নহ'ল।

শৰ্মাদেৱৰ লগত সেয়াই আছিল মোৰ শেষ দেখা-সাক্ষাৎ। তাৰ অলপ দিন পিছতেই তেওঁৰ অকাল মৃত্যুৰ বাতৰি পঢ়িবলৈ পাই মৰ্মাহত হৈছিলোঁ।

এইপাহ আধাফুলা ঢোপাকলি ভালদৰে ফুলিবলৈ পোৱা হলে তাৰ সৌৰভত গোটেই অসম দেশ সুবাসিত হ'লহেঁতেন। মৰমৰ বৰজোঁৱাইৰ অকাল মৃত্যুত দেশভক্ত ফুকনৰ মূৰত স্বৰ্গ ভাগি পৰিছিল, হিয়াৰ আমঠু ক'লা পৰি গৈছিল। সেই দিনা তেওঁলৈ চাই অলক্ষিতে নিয়তিয়ে ভ্ৰূকুটিৰ হাঁহি মাৰি কৈছিল—এই নামে নাম নহয় আৰু নাম আছে, একেলগে সহস্ৰ নাম ফুৰে পাছে পাছে।

———

# কেৰলীয়া বীৰ

মই তলশ্ৰেণীৰ স্কুলীয়া ছাত্ৰ থাকোঁতেই হেম বৰুৱাৰ ককায়েক ক্ষীৰকান্ত বৰুৱাৰ লগতহে মোৰ প্ৰথমে চিনাকি হৈছিল— তেওঁ দেউতাৰ বন্ধু হোৱাৰ কাৰণে। তেতিয়া মই ত্যাগবীৰ হেম বৰুৱাৰ বিষয়ে বিশেষ একো জনা নাছিলোঁ। হেম বৰুৱাই উজানবজাৰৰ নৈৰ দাঁতিত (নাওজান) থকা ককায়েকৰ ঘৰতে থাকি পঢ়াশুনা কৰিছিল আৰু অসম ছাত্ৰ-সন্মিলনৰ সম্পাদক হিচাপে গুৰিবঠা হাতত তুলি লৈছিল। সেই সময়ত মোৰ ঘৰৰ দুৱাৰমুখতে আলিৰ আনটো দাঁতিত থকা বুজৰবৰুৱাৰ হাউলিৰ খেৰীঘৰত এটা তেজপুৰীয়া বাহৰ আছিল। হেম বৰুৱা সেই বাহৰলৈ মাজেসময়ে অহা যেন মোৰ ৰিণিকি ৰিণিকি মনত পৰে। তেতিয়াই হয়তো মই তেওঁক প্ৰথম দেখা পাইছিলো। কিন্তু তেওঁৰ গাত যে ভৱিষ্যতে নেতা হব পৰা কিবা কালিকা আছিল সেই কথাৰ হলে অলপো উমান পোৱা নাছিলোঁ।

হেন সময়তে ১৯২১ চনৰ অসহযোগ আন্দোলনৰ ধুমুহা কোবেৰে বলিছিল—দেশৰ ইমূৰৰ পৰা সিমূৰলৈ। দলে দলে দেশ-সেৱকসকল জেলযাত্ৰী বা তীৰ্থযাত্ৰী হৈছিল। অসম ছাত্ৰ-সন্মিলনৰ প্ৰধান সম্পাদক হেম বৰুৱাও আনসকলৰ লগত জেলত সোমালগৈ। তেওঁৰ জেল-যাত্ৰাৰ লগত আন এটা উপাদেয় কাহিনীও সাঙোৰ খাই আছে। সেইটো হৈছে তেওঁৰ ককায়েক ক্ষীৰকান্ত বৰুৱাৰ ত্যাগৰ কাহিনী, ভ্ৰাতৃপ্ৰেমৰ কাহিনী। পুলিচ চাহাবে দাৰোগা ক্ষীৰ বৰুৱাৰ মন জুখি চাবলৈকে হবলা ভায়েক হেম বৰুৱাক গ্ৰেপ্তাৰ কৰিবলৈ হুকুম দিলে। ক্ষীৰ বৰুৱাই ততালিকে

সেই নির্মম আদেশ অগ্ৰাহ্য কৰি পুলিচৰ সাজপাৰ দলিয়াই দি বৃটিছ গোলামিৰ কামকে ইস্তাফা দি অৰ্থোপাৰ্জনৰ সুগম পথ ত্যাগ কৰিলে আৰু লাওলোটা লৈ দেশসেৱাৰ মন্ত্ৰ ললে। এই ঘটনাইহে হেম বৰুৱাৰ প্ৰতি পোনপ্ৰথমে মোৰ দৃষ্টি আকৰ্ষণ কৰিছিল। ক্ষীৰ বৰুৱাই তাৰ পিছত পেটপ্ৰবৰ্তনৰ বাবে উজানবজাৰত এখন গেলামালৰ দোকান খুলি কঠোৰ পৰিশ্ৰম কৰিছিল। তেওঁ দোকানত বহি এজন সাধাৰণ দোকানীৰ দৰে মাল বেচা দৃশ্য আজিও মোৰ চকুৰ আগত ভাহি আছে। দেশসেৱাৰ ৰাগী গাত লাগিলে মানুহে কৰিব নোৱাৰা কাম নাই। ক্ষীৰ বৰুৱা আৰু হেম বৰুৱা দুই-জনেই আছিল আদৰ্শ ত্যাগী ককাই-ভাই।

তৃতীয় দশকৰ শেষত। বৰ্তমানে ডঃ হেৰম্ব বৰপূজাৰীৰ দালান-ঘৰ থকা ঠাইত চতিয়াৰ প্ৰতাপচন্দ্ৰ হাজৰিকাৰ খেৰীঘৰ কেৰেয়ালৈ লৈ চাৰিজন কেৰলীয়া ভকতে একেলগে এখন সৰু কেৰলীয়া-সত্ৰ পাতি আছিল। ধৰ্মীয় সত্ৰ নহয়, ৰাজনীতি আৰু সমাজসেৱাৰ সত্ৰহে। তেওঁলোক হৈছে--অমিয়কুমাৰ দাস, হেমচন্দ্ৰ বৰুৱা, হেমচন্দ্ৰ হাজৰিকা (উঃ লক্ষীমপুৰৰ প্ৰাক্তন এম-এল-এ) আৰু নিত্যানন্দ বৰদলৈ। বৰদলৈ মোৰ নলেগলে লগা বন্ধু, চাৰিজনীয়া সুখী পৰিয়ালটোৰ কনিষ্ঠ। তেওঁৰ মুখৰপৰাই মই সেইসকলৰ দিনে-কীয়া জীৱনৰ আওভাওবোৰৰ বুজ পাইছিলো। আটাই কেইজনেই আছিল মহাত্মা গান্ধীৰ কংগ্ৰেছৰ আদৰ্শেৰে উদ্বুদ্ধ। সেই কাৰণে তেওঁলোকে সেই বাহৰত স্বাৱলম্বী জীৱন অৱলম্বন কৰিছিল। নামত লিতিকাই এডুখৰি আছিল যদিও তেওঁলোকে নিজে ৰন্ধা-বঢ়া কৰিছিল। নিজৰ নিজৰ কাঁহী-বাটি ধুইছিল। কাপোৰ ধুই লৈছিল। ঘৰ সাৰিছিল অৰ্থাৎ প্ৰতিজনেই গৃহিণীৰ কামো কৰিছিল, ৰান্ধনিৰ কামো কৰিছিল, লগুৱাৰ কামো কৰিছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে বৰুৱাদেৱ এজন ভাল ৰান্ধনিও আছিল। কিবা ভাল খাবলৈ মন গলে (বিশেষকৈ মঙহৰ আঞ্জা) বাকীসকলে তেওঁক

বন্ধনশালালৈ সুমাই দি বান্ধনি উচটাই জোল খাইছিল। তেওঁৰ মনত অলপো আমনি নোপোৱাকৈ হাজৰিকা আৰু বৰদলৈক সহকাৰী হিচাপে লৈ বন্ধা-বঢ়াত লাগি গৈছিল।

এইসকলৰ ভিতৰত একমাত্ৰ বকৰাদেৱেহে জীৱনৰ শেষ দিনলৈকে চিৰকুমাৰ হৈ কেৱলীয়া ধৰ্ম পালন কৰিছিল। হাজৰিকা আৰু বৰদলৈয়ে গৃহী হৈ সংসাৰ-জতুগৃহত সোমাল। অমিয় দাসে দেশসেৱিকা শ্ৰীমতী পুষ্পলতা দাসক বিয়া কৰাই বিষয়-বাসনাৰ প্ৰতি অনাসক্ত হৈ ঢেকীয়াজুলিত এখন আশ্ৰমঘৰ পাতি আছিল। গান্ধীবাদী লক্ষ্যপথৰপৰা দাস-দম্পতিয়ে কোনো দিনে পিচল খোৱা নাছিল। চাৰি বন্ধুৰ ভিতৰত অমিয় দাস আৰু হেম বৰুৱাহে আছিল একাগ্ৰপন্থীয়া ৰাজনীতিৰ সাধক।

হেম হাজৰিকা আৰু নিত্য বৰদলৈৰ গাত মোৰ দৰে থিয়েটাৰৰ ৰাগী আছিল। তেওঁলোকে সুবিধা পালেই কেৱলীয়া সত্ৰপৰা বাহিৰ ওলাই ওচৰতে থকা কুমাৰ ভাস্কৰৰ অভিনয়ত সক্ৰিয়ভাৱে যোগ দিছিলগৈ। দাস আৰু বৰুৱাৰ প্ৰথমতে থিয়েটাৰ চোৱাৰ অভ্যাস সমূলি নাছিল কিন্তু ডাঃ ভুৱনেশ্বৰ বৰুৱাই তেওঁলোকৰ আগত লগৰীয়া নিত্য বৰদলৈয়ে দিয়া 'কুবেৰনী'ৰ ভাওৰ প্ৰশংসা শুনি ডাক্তৰ বৰুৱাৰ লগতে দাস আৰু বৰুৱাও কুমাৰ ভাস্কৰ থিয়েটাৰৰ নিয়মীয়া দৰ্শক হৈছিল।

কেৱল থিয়েটাৰেই নহয়, কোনজন অসমীয়া ল'ৰাই বিশ্ববিদ্যালয়ৰ পৰীক্ষাত ভাল স্থান পাইছে, কোনে চাকৰি পাইছে, কোনজন যোগ্য প্ৰাৰ্থীক নেওচা দি চৰ্কাৰে পাছদুৱাৰেদি কাক মকৰল কৰিছে, এনেবোৰ নানা তৰহৰ খবৰো ত্যাগবীৰৰ নখদৰ্পণত আছিল। মোৰ চাকৰিৰ বিষয়েও তেওঁ আৰু ডাঃ ভুৱনেশ্বৰ বৰুৱাই সততে খা-খবৰ কৰিছিল। মই শিক্ষা-বিভাগত সহজে চাকৰি এটা নোপোৱাৰ বাবে তেওঁলোকে ভালপোৱা নাছিল। এইদৰে কেৱল ৰাজনীতিতেই নহয়, দেশখনৰ সকলো বিষয়ৰে প্ৰতি চকু ৰাখি

ত্যাগবীৰ বৰুৱাদেৱে দেশৰ সৰ্বাঙ্গীন উন্নতি কামনা কৰিছিল।

অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ ৰাজনৈতিক চেঁচুকীয়া ফালটো হেম বৰুৱা আৰু অমিয় দাস, এই দুজন বন্ধুৰ দ্বাৰা বিশেষভাৱে সমৃদ্ধ হৈছে। ৰাজনীতি আৰু সাহিত্যৰ ক্ষেত্ৰত অমিয়কুমাৰ দাস আৰু হেমচন্দ্ৰ বৰুৱা আছিল হৰি-হৰ আত্মা—এজন আনজনৰ পৰিপূৰক। ইজনক সিজনৰপৰা বেলেগ কৰি চাব নোৱাৰি। অধ্যয়নশীল হেম বৰুৱাই তেওঁ ভাল পোৱা ইংৰাজী কিতাপৰ উপৰিও সেই সময়ত প্ৰকাশিত অসমীয়া কিতাপবোৰ খৰচি মাৰি পঢ়িছিল। তেওঁৰ হাতত মই প্ৰায়েই এখন বাতৰিকাকত দেখা পাইছিলো। এই অধ্যয়নৰ যোগেদি ড° কাকতিৰ লগত তেওঁৰ নিবিড় বন্ধুত্ব গঢ়ি উঠিছিল।

হেমচন্দ্ৰ বৰুৱা কোনো কাকতৰ সম্পাদক নাছিল যদিও তেওঁক এজন প্ৰথম শ্ৰেণীৰ সাংবাদিক নহয় বুলি কলে ভুল কৰা হব। অমিয় দাস সম্পাদিত 'অসমীয়া' আৰু 'বাঁহী' কাকতৰ লগত যে তেওঁৰ নিবিড় সম্পৰ্ক আছিল সেই কথা নকলেও হব। বেজ-বৰুৱাৰ হাতৰপৰা অমিয় দাসৰ হাতলৈ অহা 'বাঁহী'য়ে মোট সলাইছিল। এই 'বাঁহী'ত যিবোৰ ৰাজনৈতিক মতবাদৰ আৰু আন্তৰ্জাতিক সমস্যাৰ পটভূমিত লিখা চিন্তাগধুৰ প্ৰবন্ধ প্ৰকাশ হৈছিল সেইবোৰৰ বেছিভাগ দাস আৰু বৰুৱাৰ পূৰ্বঠ কাপৰ পৰাই ওলাইছিল। ময়ো দাসৰ 'বাঁহী'ত 'চিত্ৰদাস' নাম লৈ কেইটা-মান কবিতা লিখিছিলো। বহুতে হেম বৰুৱাকে 'চিত্ৰদাস' বুলি ধৰি লৈ কবিতাকেইটাৰ ভূয়সী প্ৰশংসা কৰিছিল।

ত্যাগবীৰে জীৱনৰ শেষদিনকেইটা বিচুৰৰ শয্যাৰ নিচিনা ৰোগশয্যাত পৰি থাকিয়েই অসম-কংগ্ৰেছৰ নেতৃত্ব কৰিছিল। অমিয় দাস আৰু লোকপ্ৰিয় বৰদলৈক তেওঁ শক্তিৰ অনুপ্ৰেৰণা যোগাইছিল। কোনোদিনে হাতত দেশশাসনৰ ৰাজদণ্ড নাছিল যদিও বৰুৱাদেৱৰ মূৰত আছিল ত্যাগৰ মুকুট। সেই কাৰণেই দেশবাসীয়ে তেওঁক উপযাচি ত্যাগবীৰ বিশেষণেৰে বুকুৰ মাজত স্থান দিছিল। কবি নজৰুল

ইছলামে গাইছিল :

'হে দাৰিদ্ৰ্য, তুমি মোক কৰিছা মহান,
তুমি মোক দিছা দান খৃষ্টৰ সন্মান।'

সঁচাকৈ ৰাজনিৰ্য্যাতনৰ কণ্টক-মুকুট পিন্ধি ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা-দেৱেও খৃষ্টৰ সন্মানকে পাইছিল। ৰজাঘৰীয়া সন্মানতকৈ দেশবাসীয়ে আগবঢ়োৱা সন্মান বেছি মূল্যবান। এই অমূল্য বিভূতিৰ গৰাকী হোৱাৰ বাবে ত্যাগবীৰ হেম বৰুৱা আৰু লোকনায়ক অমিয় দাস দুইজন মহান দেশসেৱকক দেশবাসীয়ে সদায় শ্ৰদ্ধাৰে স্মৰণ কৰিব।

---

## ধন্বন্তৰী

প্ৰায় তিনিদশক অৰ্থাৎ ৩য়, ৪ৰ্থ, আৰু ৫ম দশকৰ মাজভাগত আমাৰ দেশৰ চিকিৎসা-জগতত অন্ততঃ তিনিজন ধন্বন্তৰীৰ বৰ বৰ যোৱা নাম-যশ আৰু খ্যাতি আছিল। তেওঁলোক হৈছে এলোপেথিত লোকবন্ধু ভুৱনেশ্বৰ বৰুৱা, হোমিওপেথিত ডাঃ কদ্ৰকান্ত শৰ্মা আৰু আয়ুৰ্বেদত কুলবিলৰ গোসাঁই পদ্মচন্দ্ৰ গোস্বামী।

সেই সিদিনালৈকে ডাক্তৰ বৰুৱা তৰাৰ মাজত জোনটো তৰাৰ দৰে অসমৰ চিকিৎসকসকলৰ মাজত জিলিকি আছিল। বঙ্গদেশত বিধানচন্দ্ৰ ৰায়ৰ যেনে নাম, অসমত ভুৱনেশ্বৰ বৰুৱাৰো তেনে নামেই আছিল। বিধান ৰায় আৰু বৰুৱা এই দুগৰাকী স্বনামধন্য ধন্বন্তৰীয়ে মানুহৰ দৈহিক ৰোগ-ব্যাধিৰ লগে লগে সমাজৰ ৰাজনৈতিক ৰোগ-ব্যাধিৰো চিকিৎসা কৰিছিল। অসমৰ মেডিকেল কলেজ দুখনে উপজি কলপাতত পৰাৰ আগতে আৰু পানীকেচুৱা অৱস্থাত

থকা কালত ডাক্তৰ বৰুৱাৰ চিকিৎসাই সৰ্বোত্তম বুলি মানুহে ভাবিছিল। বৰুৱাৰ পূৰ্বে আছিল ডাক্তৰ দিদাৰুদ্দিন আহমেদ। গুৱাহাটীৰ সকলো মানুহে দিদাৰ ডাক্তৰক চিনি পাইছিল, ভালো পাইছিল। দিদাৰ ডাক্তৰৰ আগতে আছিল কৈবৰ্তকুলতিলক ধৰণী ডাক্তৰ। এই ধৰণী ডাক্তৰৰ সাধু মোৰ 'স্মৃতিলেখা'ত কোৱা হৈছে। ডাঃ হৰিকৃষ্ণ দাস আৰু ডাঃ জ্যোতিষ দাসো আছিল ভুৱনেশ্বৰ বৰুৱাৰ সমসাময়িক সুখ্যাৎ ডাক্তৰ, শল্য-চিকিৎসক।

এসময়ত কোনো মানুহৰ যোৱা-থোৱা টান নৰিয়া হ'লে জিলাৰ চিভিলছাৰ্জনক মতা হৈছিল। ক্রমাৎ চিভিলছাৰ্জনৰ ভোগ-দখল উঠিল। সেই ঠাই ললে ডাক্তৰ ভুৱনেশ্বৰ বৰুৱাই। গান্ধীৰ মন্ত্র লৈ চৰকাৰী চাকৰিক তিনিতালাক দি ডাক্তৰ বৰুৱাই স্বতন্ত্রভাৱে ডাক্তৰি কৰিছিল, ৰাজনীতি কৰিছিল, সমাজসেৱাও কৰিছিল। নৰিয়াপাটীত লেলাইধেন্দাই বৈতৰণীৰ ঢৌ লেখি থকা ৰোগীয়েও ভুৱনেশ্বৰ বৰুৱাৰ নাম শুনিলেই সকাহ পাইছিল আৰু তেওঁ কাষত উপস্থিত হলেই যমৰ দক্ষিণ দুৱাৰৰপৰা উলটি অহা যেন অনুভৱ কৰিছিল। আজিকালি শৰীৰৰ প্ৰায় প্ৰতিটো অঙ্গৰ বাবে নাইবা বিভিন্ন ৰোগৰ বাবে একোজন বিশেষজ্ঞ ডাক্তৰৰ সৃষ্টি হৈছে। তেতিয়া কিন্তু এনে নাছিল। এজন ভুৱনেশ্বৰ বৰুৱা বা দিদাৰ ডাক্তৰেই অনুপানভেদে মকৰধ্বজ হৈ সকলো ৰোগ চাইছিল; কেৱল প্ৰসূতিৰ বাবেহে 'লেডি ডাক্তৰ' আছিল।

শেষৰ কেইবছৰ উজানবজাৰ থিয়েটাৰ হলৰ দক্ষিণে মোৰ ঘৰৰ কাষতে আছিল ডাক্তৰ বৰুৱাৰ ৰোগীচোৱা চিকিৎসালয়। তালৈ তেওঁ নিতৌ ৰাতিপুৱা আহে, ৰোগী চায়। চহৰীয়া ৰোগীৰ উপৰিও গাঁও-ভূঁইৰপৰা অনেক ৰোগী আহে চিকিৎসা বিচাৰি, সহায় বিচাৰি, ডাক্তৰ বৰুৱাৰ মৰম বিচাৰি। ধনৰ কাৰণে কোনেও ভাবিব নেলাগে। যি পাৰে দিয়ে, নিদিলেও কথা নাই। দীনবন্ধু বৰুৱাৰ কাষত ধকুৱা আৰু কাবুলীৰ সম্পৰ্ক নাই। ৰোগীৰ প্ৰতি

ডাক্তৰৰ নিমৰমিয়্যাল ব্যৱহাৰ নাই। মৰণৰ বিভীষিকা আগত লৈ অহা ৰোগীয়েও নৱজীৱনৰ আশাৰ ৰেঙনি লৈ উলটি যাব পাৰে। দীনদুখীয়াই গান্ধীবাদী ভুৱনেশ্বৰ বৰুৱাৰপৰা বিশেষ সুবিধা লাভ কৰে। বৰুৱাই বিনামূলীয়াকৈ ৰোগ চোৱাৰ উপৰিও বিনামূলীয়াকৈ ঔষধ পাবলৈ দিহা দি ব্যৱস্থাপত্ৰ লিখি দিয়ে। আন ভাল পৰামৰ্শও দিয়ে। মোৰ বন্ধু নিত্যানন্দ বৰদলৈয়ে 'পুৰণি দিনৰ ৰেঙনি'ত লিখিছে: "মোৰ এব'ৰ জণ্ডিচ ৰোগ হৈছিল। শৌচ-পেচাব হালধীয়া হৈ গৈছিল, চকুৰ গুৰি হালধীয়া পৰিছিল, গোটেই গাতে বিষ হৈছিল মই কিন্তু সেই অৱস্থাতো মোৰ কাম পূৰাদমেই কৰি আছিলোঁ। দাদাইঁতে (হেম বৰুৱা, অমিয় দাস) মোৰ তেনে অৱস্থা দেখি ডাক্তৰ বৰুৱাক এবাৰ মোৰ শৰীৰটো দেখুৱাবলৈ কলে। মই গৈ ৰোগী চোৱা ঘৰতে তেওঁক দেখা কৰিলোঁ আৰু মোৰ বেমাৰৰ কথা বৰ্ণনা কৰিলোঁ। তেওঁ ডাবি দি 'এতিয়া মৰিবৰ সময়হে মোৰ ওচৰলৈ আহিছা। ইমান দিন কি কৰিছিলা?' বুলি মোৰ গাত ধৰি জোকাৰিবলৈ ধৰিলে। আকৌ কলে—'মৰিবা বুলি কোৱাত ভয় খাইছা নেকি?' মই কলোঁ—'উপজিছোঁ যেতিয়া এদিন মৰিবই লাগিব। ভয় খোৱা নাই।' তেতিয়া তেওঁ হাঁহি মাৰি কৈছিল—'নমৰা, মই তোমাৰ কলিজাটোহে জুখি চালোঁ। ভাল হবা।' এই বুলি কৈ মোক পৰীক্ষা কৰি চালে আৰু কলে—'কালিলৈ তোমাৰ শৌচ-পেচাব লৈ আহিবা। সেইবোৰ পৰীক্ষা কৰি চাব লাগিব।' পিছ দিনা পুৱা শৌচ-পেচাব লৈ তেওঁৰ ওচৰ পালোঁগৈ। তেওঁ পৰীক্ষা কৰি চাই মোক ঔষধৰ ব্যৱস্থা দিলে আৰু কলে,—'তুমি আন ঠাইত ঔষধ নিকিনিবা। পাণবজাৰত মোৰ ফাৰ্মাচী আছে। তাৰেপৰাই ঔষধ আনিবা। ঔষধৰ দাম মোৰ নামত লিখাই থবা। তুমি পইচা ভৰিব নেলাগে।' খোৱাৰ ব্যৱস্থা দিলে—'চাহপানী নোখোৱাই ভাল। যদি নোখোৱাকৈ থাকিব নোৱাৰা পাতল চাহ কৰি গাখীৰ অলপ

সৰহকৈ দি খাবা। কৰ্দৈ খাবা, ৰেবাব টেঙা খাবা। গা ধোৱাৰ আধাঘণ্টাৰ আগতে গোটেই গাতে মিঠাতেল ভালকৈ ঘঁহিবা। পিছত গা ধুবা। ৰ'দ লবা। নিয়মমতে ঔষধ খাবা। গা কেনে পোৱা মোক মাজে মাজে জনাই থাকিবা।' এয়ে আছিল ডাক্তৰ বৰুৱাৰ চেনেহৰ নিদৰ্শন। অকল মোৰ ক্ষেত্ৰতে নহয়, গাঁৱৰপৰা কোনো ৰোগী তেওঁৰ ওচৰলৈ বেমাৰ চোৱাবলৈ আহিলে চাই-চিতি ঔষধৰ ব্যৱস্থা দিছিল। তেওঁক পা-পইচা যাচিলে সুধিছিল—মোৰ ফীজ তুমি দিব পাৰিবা জানো? 'দেউতা, আপোনাৰ ফীজনো মই কেনেকৈ দিম? তথাপি দুই এটকা বিচাৰ কৰি আনিছো আপোনালৈ বুলি।' তেতিয়া তেওঁ কৈছিল—'মোক দিবলৈ অনা টকাৰে তোমাৰ ঔষধ কিনি নিবা—মোৰ কম্পাউণ্ডাৰজনক যি হয় অলপ দি যাবা।' যোৱাৰ খৰচৰ কথা সুধিলে যদি কয়—'যেনে তেনে এটা উপায় কৰি যাব লাগিব।' তেতিয়া নিজৰ জেপৰপৰা ধন উলিয়াই যোৱাৰ খৰচ দিছিল।

নানা তৰহৰ কামত অনবৰত ব্যস্ত হৈ থাকিবলগীয়া হোৱাৰ বাবে ডাক্তৰ বৰুৱাই চৌতে খৰ মাৰি ৰোগীৰ ঘৰলৈ গৈছিল। সৰু-সুৰা বিধৰ অসুখত নোযোৱাকৈ থাকিলেও টান ৰোগীৰ প্ৰতি তেওঁ বিশেষভাৱে যত্নপৰ হৈছিল। আনকি মাজৰাতি নাইবা নিচেই পুৱাতে গৃহস্থই গম নোপোৱাকৈও গৈ তেওঁৰ ৰোগীৰ অৱস্থা চাই আহিছিলগৈ। তেওঁক থিয়েটাৰ আধা চোৱা কৰি ৰোগীৰ ভাক পৰিলে উঠি যোৱা দেখা পাইছিলোঁ। অসমীয়া বনৌষধি আৰু আহাৰৰ তেওঁ বৰ পক্ষপাতী আছিল। জণ্ডিচ হৈ চকু চেলা পৰিলে কৰ্দৈ টেঙাৰ ৰস, লিভাৰ বেয়া হলে ৰবাব টেঙাৰ ৰস, পেটৰ অসুখত মাটিকাঁহুৰি মানিমুনি, ভেদাইলতা, কুজীঠেকেৰা আদি খাবলৈ দঢ়াই দঢ়াই উপদেশ দিছিল। পানী লগাত তেওঁ পাতত দিয়া বাহকা খাবলৈ কৈছিল। ৰোগীৰ গা চেঁচা পৰিলে পচতীয়া পাতৰ সেক দিবলৈ বিধান দিছিল। অসমীয়া বনৌষধি আৰু খাদ্যদ্ৰব্যৰ গুণাগুণ বখানি একোটা

বক্তৃতা দি মানুহৰ মনৰ নীচাত্মিকা ভাব গুচাবলৈ চেষ্টা কৰিছিল। এলোপেথি ঔষধৰ লগতে তেওঁ সময়বিশেষে মকৰধ্বজ, লক্ষ্মীবিলাস আদি কবিৰাজী ঔষধো প্ৰয়োগ কৰিছিল। আয়ুৰ্বেদ-চিকিৎসা সম্পৰ্কে তেওঁ কুলবিলৰ গোসাঁইৰ লগত আলোচনা কৰিছিল। সেয়েহে তেওঁ অসমত মেডিকেল কলেজ স্থাপন কৰাৰ লগতে এখন চৰকাৰী আয়ুৰ্বেদ কলেজ স্থাপন কৰাতো আগভাগ লৈছিল।

অসমৰ অসহযোগ ৰাজনীতিত দেশভক্ত ফুকন, কৰ্মবীৰ বৰদলৈ আৰু জননেতা কুলধৰ কলিতা এই ত্ৰিমূৰ্তিৰ দৰে ত্যাগবীৰ হেম বৰুৱা, লোকবন্ধু ভুৱনেশ্বৰ বৰুৱা আৰু লোকনায়ক অম্বিকুমাৰ দাসো ত্ৰিমূৰ্তি আছিল। বৰুৱা আৰু দাসৰ লগত ভুৱনেশ্বৰ বৰুৱাৰো আছিল একে চিন্তাধাৰা। তিনিওজন গাখীৰে-কলে সনাপিঠা বন্ধু। এই বিষয়ে মই বিবৰি নকলেও হব। ত্যাগবীৰ হেম বৰুৱা আছিল অবিবাহিত, অঘৰী। দেশৰ চিন্তা আৰু দেশৰ কামেই আছিল তেওঁৰ জীৱনৰ লগৰীয়া। তেওঁৰ ৰোগগ্ৰস্ত জীৱনৰ শেষৰ কালছোৱা অতিবাহিত হৈছিল ভুৱনেশ্বৰ বৰুৱাৰ ঘৰত। বৰুৱাই চিকিৎসা কৰাৰ উপৰিও ত্যাগবীৰৰ অন্তিম মুহূৰ্তলৈ নিজে এনেভাৱে আলপৈচান ধৰিছিল যে দেখোঁতাই কৈছিল বোলে নিজৰ পত্নীৰ বাহিৰে আনে তেনেভাৱে ৰোগীৰ পৰিচৰ্য্যা কৰিব নোৱাৰে। ই আছিল এক আদৰ্শনীয় বন্ধুপ্ৰেম।

ডাক্তৰ বৰুৱাৰ ধুনপেচ, লাহবিলাহ সমূলি নাছিল। বহু সময়ত তেওঁক জধলা সাজপাৰেৰে, গাত দগধা খাদৰৰ চুৰিয়া-পাঞ্জাবী বা ফটহু চোলা এটাৰে দেখা পোৱা গৈছিল। কেতিয়াবা মুখৰ ডাঢ়ি চুচিবলৈ পাহৰি ডাঢ়িয়ে-গোঁফে ভোবোকাৰ হৈ ওলাই আহিছিল। জাৰকালি আন গৰম কানি-কাপোৰ বিশেষ নলৈ 'ৰাগ' এখন গাত পেলাই আহিছিল। তেনেভাৱেই সাধাৰণ সাজপাৰেৰে ভৰিৰ চেণ্ডেলযোৰ পিন্ধিয়েই তেওঁ গুৱাহাটীত ৰেলত উঠি কলিকতা পাইছিলগৈ—ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাৰ নৰিয়া খেদিবলৈ। কলিকতাৰ

বিধান ৰায়, নীলৰতন সৰকাৰ প্ৰমুখ্যে প্ৰখ্যাৎ ডাক্তৰসকলে চোৱা-চিতা কৰি থকা সত্বেও উদৰী ৰোগাক্ৰান্ত ৰায়বাহাদুৰে তেওঁৰ বিশ্বাসী আৰু হিতৈষী ডাক্তৰ বৰুৱাক সঘনে তলব দি মাতি নিছিল। ডাক্তৰ বৰুৱা কাষত থাকিলে অসুখ ভালেখিনি উপশম হোৱা যেন তেওঁ অনুভব কৰিছিল। পকা আম কাটিলে চাৰিওফালৰপৰা ভেনা-মাখিয়ো ভোনভোনাই উৰি অহাৰ নিচিনাকৈ ভুৱনেশ্বৰ বৰুৱা যোৱা গম পালে কলিকতীয়া ৰোগীয়েও তেওঁৰ গাত জোক লগা দিয়েহি। ঢেকীয়ে বোলে স্বৰ্গ লৈ গলে তাতো ধান বানিব লাগে সেইদৰে ডাক্তৰ বৰুৱা যলৈকে গৈছিল তাতে তেওঁ ডাক্তৰি কৰিবলগীয়া হৈছিল।

পঢ়ে, পঢ়ুৱায়, ৰোৱে পাণ, ই তিনি নিচিন্তে আন। ভুবনেশ্বৰ বৰুৱাই এই নীতি সাৰোগত কৰি কোনো দিনে চলা নাছিল। তেওঁ ডাক্তৰি আৰু মানৱসেৱা মূল লক্ষ্যৰপৰা যদিও পিচলি পৰা নাছিল তথাপি শিক্ষা-সংস্কৃতি-সাহিত্যৰ প্ৰতি উদাসীন হৈ থাকিব পৰা নাছিল। অসমীয়া সাহিত্যক তেওঁ সদায় শ্ৰদ্ধা আৰু মৰমৰ চকুৰে চাইছিল। সততে অসমীয়া সাহিত্যৰ, অসম সাহিত্য-সভাৰ বুজবাজ লৈছিল। মনত পৰিছে সাহিত্যৰথী বেজবৰুৱাৰ মৃত্যুত তেওঁ অতিশয় বিচলিত হৈ পৰিছিল। তেতিয়াৰ কাৰ্জন হলত পতা এখন শোকসভাত মই 'মহাপ্ৰস্থান' নামৰ স্বৰচিত কবিতা এটা পঢ়িছিলো। পঢ়া শেষ কৰি তললৈ নামি অহাত আগশাৰীত বহি থকা ডাক্তৰ বৰুৱাই "বৰ ভাল হৈছে, বৰ ভাল হৈছে ; ঠিক কথা লিখিছা" বুলি মোক শলাগ জনাইছিল। যতীন দুৱৰাৰ সভা-পতিত্বত গুৱাহাটীত অনুষ্ঠিত হোৱা অসম সাহিত্য-সভাৰ অধিবেশন ডাক্তৰ বৰুৱাৰ সক্ৰিয় সহযোগ নোপোৱা হলে হয়তো সম্ভৱপৰ নহ'লহেঁতেন, এই কথা মই নিজৰ অভিজ্ঞতাৰপৰাহে কৈছোঁ। তেওঁ চৰকাৰী ৰঙাফিটাৰ মেৰপাক দেখুৱাই 'ছেংছন' নামৰ এখন নাটিকাও ৰচনা কৰি মঞ্চস্থ কৰোৱাম বুলি ভাবিছিল, কিন্তু আলচা কথা

নহয় সিদ্ধি বাটত আছে কণা বিধি। বৰুৱাৰ সেই মনৰ পৰিকল্পনা অপূৰ্ণ হৈ থাকিল। নাটখনো বিলুপ্ত হ'ল। তেওঁ কুমাৰ ভাস্কৰৰ অভিনয়ৰ নিয়মীয়া দৰ্শক আছিল। নিজেতো গৈছিলেই, বেৰসিক ৰাজনৈতিক বন্ধুসকলকো বলাই নিছিল। এবাৰ তেওঁক মঞ্চৰ ওপৰতো নিপুণ ভাৱৰীয়া হিচাপে দেখা পাইছিলোঁ। নাটখন আছিল বেজবৰুৱাৰ 'জয়মতীকুঁৱৰী'। গুৱাহাটীৰ ভব্যগব্য অভিনেতাসকলৰ লগতে দুজন ডাঙৰ ডাক্তৰেও ভাও দি দৰ্শকক মুগ্ধ কৰিছিল। এজন ডাঃ হেম বৰুৱা লিটিক চিদাৰ আৰু আনজন ভুৱনেশ্বৰ বৰুৱা কাৰেঙৰ লিগিৰী 'নোমল'ৰ ভূমিকাত। গুৱাহাটীৰ সকলো সাংস্কৃতিক অনুষ্ঠানৰ লগতে ডাক্তৰ বৰুৱা কঠালৰ এঠাৰ দৰে লিপিট খাই ধৰিছিল। ৰঙালী বিহুক নতুন জাতীয় ৰূপত গুৱাহাটীৰ লতাশিল বিহুতলীত সজাইপৰাই তোলাসকলৰ ভিতৰত ডাক্তৰ বৰুৱাও আছিল অন্যতম। লোকপ্ৰিয় বৰদলৈ 'ট্ৰফী'ৰ দামী ছিল্ডখন আছিল প্ৰিয়বন্ধুৰ নামত তেওঁৰেই দান। এইদৰে বিভিন্ন দিশত লোকবন্ধুৰ ব্যক্তিত্ব বিকশিত হৈ পৰিছিল। আৰু বহু কথাই কব পাৰি। পাপৰিৰ সীমিত পৰিসৰত সেইহিমানৰ কথা এইহিমানে থলোঁ।

আদিতে উল্লেখ কৰি অহা আন দুজনা ধন্বন্তৰীৰ কথা দুইএষাৰ কৈ এই প্ৰসঙ্গৰ ইতি কৰোঁ। কুলবিলৰ গোসাঁই পদ্মচন্দ্ৰ গোস্বামীৰ লগত মোৰ হলে দেখা সাক্ষাৎ হোৱা নাছিল। কিন্তু এই কথা জানো, তেওঁৰ সময়ত এইজন আছিল অসমৰ সৰ্বশ্ৰেষ্ঠ আয়ুৰ্বেদ-চিকিৎসক। তেওঁ দুৰাৰোগ্য ৰোগৰো চিকিৎসাৰ ভাৰ লৈ বহু সময়ত যমৰ মুখৰপৰা ৰোগীক সকৰাই আনিব পাৰিছিল। তেওঁ প্ৰস্তুত কৰা ঔষধৰ স্বকীয় বৈশিষ্ট্য আছিল। নাড়ী-জ্ঞান পৰীক্ষাত তেওঁৰ অসাধাৰণ দক্ষতা আছিল। অচিন কঠিন ৰোগো তেওঁ নাড়ী টিপিয়েই চিনাক্তকৰণ কৰিব পাৰিছিল।

কদ্ৰকান্ত শৰ্মা হাজোৰ মানুহ। পিছত তেওঁ গুৱাহাটীয়া

হৈছিল। জলপানীধাৰী মেধাবী ছাত্ৰ হৈও তেওঁ কটনকলেজত শিক্ষা-জীৱনৰ নঙ্গৰ পেলাই মহাত্মাৰ শৰণীয়া হৈ অসহযোগ আন্দোলনত গা ঢালি দিছিল। ঢেকীয়াজুলি অঞ্চলৰপৰা কানি-ৰৰবিহ নির্মূল কৰিবলৈ তেওঁ ককালত টঙালি বান্ধি লাগিছিল। তাত তেওঁৰ হাতৰ লাখুটি আছিল নিত্যানন্দ বৰদলৈ। অৱশেষত তেওঁলোকে স্বাধীনতাৰ অৰ্থে জেলৰ ব'গা ভাত খাই মনুষ্যজীৱন সাৰ্থক কৰি লৈছিল। জেলপৰ্ব সমাপ্ত কৰি শৰ্মাই সক্ৰিয় ৰাজনীতি পৰিহাৰ কৰি একাণপতীয়াভাৱে হোমিওপেথি চিকিৎসাত লাগিছিল আৰু সেই বিদ্যাত সুখ্যাত ধন্বন্তৰী হৈ নামো কৰিছিল। তেওঁৰ পূৰ্বে গুৱাহাটীত ভাল হোমিওপেথিক ডাক্তৰ হিচাপে শুক্লেশ্বৰবাসী দুৰ্গামোহন লাহিড়ীৰ প্ৰতিপত্তি আছিল। কালক্ৰমত দুৰ্গা তল পৰিল, ৰুদ্ৰ ওপৰলৈ উঠিল। ৰুদ্ৰ ডাক্তৰৰ ক্ষুদ্ৰ বড়ী—তাৰে অসাধাৰণ গুণ বুলি মানুহে কৈছিলো। মই আৰু মোৰ পৰিয়ালে কেবাবাৰো তাৰ প্ৰমাণ পাইছিলো। নিৰ্ভৰযোগ্য হোমিওপাথি চিকিৎসা পাবলৈ গুৱাহাটীৰ বাহিৰৰ পৰাও মানুহ আহি ৰুদ্ৰ শৰ্মাৰ কাষ চাপিছিল। উজানবজাৰ যোৰপুখুৰীমুৰা চাৰিআলিৰ কাষতে শৰ্মাৰ চিকিৎসালয় আৰু এটা কাঠৰ দুমহলা বাসভৱন। নিতৌ পুৱা গা-পা ধুই বগলীপখীয়া খাদৰৰ সাধাৰণ সাজপাৰ পিন্ধি তেওঁ ডাক্তৰি-মাচিয়াত বহেহি। ৰোগীক ঔষধ দিয়ে। দেশৰ কথা পাতে, দহৰ কথা পাতে।

এনেদৰে সদায় ফিটফাট হৈ চাহাবী সাজ-পাৰেৰে চেম্বাৰলৈ ওলাই অহা গুৱাহাটীত মই আৰু এজন ডাক্তৰ দেখা পোৱা মনত পৰে। তেওঁ আছিল দন্তচিকিৎসক কুমুদ চৌধুৰী, বৰপেটীয়াপাৰাৰ। চৌধুৰীয়ে মোৰ আদহীয়া বয়সতে আধাভাল আধাবেয়া দাঁত দুপাৰি সমূলি তুলি দি মোক প্ৰায়েই চলি থকা এটা বেয়া মুৰকামোৰণিৰপৰা ৰক্ষা কৰিছিল। চৌধুৰীয়ে গঢ়ি দিয়া মোৰ দাঁতদুপাৰিৰ এতিয়া ৰূপালী জয়ন্তীৰ বয়স হওঁ হওঁ।

সি যি নহওক ভালে-বেয়াই দিনবোৰ গৈ আছিল। এদিন আবেলি নাভূতনাশ্রুতভাৱে শুনিলো, রুদ্র শৰ্মা বোলে গ'ল। কলেজৰপৰা বাহিৰে বাহিৰে তেওঁক চাবলৈ গলোঁ। দেখা পালোঁ, তেওঁৰ ঘৰৰ মুখত হুৱাদুৱা। ভালেমান মানুহ। শৰ্মাৰ মটৰখন যাবলৈ সাজু হৈ আছে। কাষত কেইটা-মান তামোলপুলি মটৰত তুলিবলৈ সজাই ৰখা হৈছিল। সেই মটৰত উঠি রুদ্র শৰ্মাই তেওঁৰ খানাপাৰাত থকা টেঙাবাৰীলৈ যাওঁ বুলি ভাবিছিল। যাবলৈ সাজু হৈ তেওঁ ওলাই আহি চাহপানী এটুপিৰে ডিঙিটো তিয়াই যাওঁ বুলি বাহিৰৰ কোঠাৰ হেলনীয়া মাচিয়া এখনত বহিছিলহি। কোনো বেমাৰ-আজাৰ নাছিল বোলে। সেইভাগে তাতে তেওঁ চকু মুদিলে। চাহপানী আহিবৰ সময় নহ'ল। সেয়েহে কোৱা হয় মানুহৰ ভোজ খাওঁতা নাই। দেখিলোঁ ডাঃ ভুবনেশ্বৰ বৰুৱাই তেওঁক শেষবাৰ পৰীক্ষা কৰি চাই ওলাই আহিছে। তেওঁ আমাৰ আগত শোকব্যথিত কণ্ঠেৰে এটা চমু ভাষণ দি কৈছিল--"This is how a doctor dies. নেযাব কিয় ? ডাক্তৰৰ মূৰত কমবোৰ চিন্তা নে ?" এয়া আছিল তেওঁৰ নিজৰ গাতে বজিতা খোৱা মনৰ কথা। বৰুৱাৰ সেই কথাষাৰ আজিও মোৰ কাণত বাজি আছে। জননেত্ৰী শ্ৰীমতী ৰেণুকা বৰকটকী আৰু চিন্তাশীল লিখক শ্ৰীমুনীন বৰকটকী ডাক্তৰ শৰ্মাৰ জী-জোঁৱাই।

সমাজ-কল্যাণকামী, পৰোপকাৰী, ৰোগৰ ধন্বন্তৰীসকলৰ স্মৃতি ৰোমন্থন কৰিলেও মনটো ভাল লাগি যায়।

———

# শ্মশান বন্ধু

"উৎসবে ব্যসনে চৈব দুৰ্ভিক্ষে ৰাষ্ট্ৰবিপ্লৱে
ৰাজদ্বাৰে শ্মশানে চ যঃ তিষ্ঠতি সঃ বান্ধৱঃ।"

মই জনাত গুৱাহাটীৰ নবগ্ৰহ-শ্মশানৰ জনচেৰেক শ্মশানবন্ধু হৈছে শিশিৰকুমাৰ বৰুৱা, মহীধৰ বৰুৱা, ললিত চৌধুৰী, কালিৰাম কলিতা, দেৱপাল দাস, শ্ৰীঅম্বৰাম বৰুৱা, দুলালচন্দ্ৰ বৰুৱা, শ্ৰীকীৰ্তিৰাম বৰুৱা, শ্ৰীশৰতচন্দ্ৰ শৰ্মা (থাপা) শ্ৰীশুভচন্দ্ৰ বৰুৱা, শ্ৰীধ্ৰুৱ চলিহা প্ৰভৃতি। এইসকলৰ মাজত গুৰুপ্ৰসাদ বৰুৱা আছিল কাশীৰ মণিকৰ্নিকাঘাট শ্মশানৰ হৰিশ্চচন্দ্ৰ ৰজা। অসমৰ সকলো ঠাইতে এনে শ্মশানবন্ধু আছে। এওঁলোক সমাজৰ পৰম উপকাৰী। ডিবুৰুৰ এনে দুজন শ্মশানবন্ধুৰ এসময়ত বৰ নাম আছিল। তেওঁলোক যজা ভাই-ককাই—নাম ধৰ্ম আৰু অম্বিকা। দুয়ো জগাই-মাধাই। ফটিকাৰ ৰাগীত চলংপলং গাৰে কান্ধৰ ওপৰত থকা মৰাশক বোলে দুয়ো চাঙীৰ ওপৰতে ত্ৰিভুবন দেখুৱাইছিল।

গুৰুপ্ৰসাদ বৰুৱা আৰু শ্ৰীঅম্বৰাম বৰুৱা পাভযোৰ। দুইজনৰ বয়সে চাৰিকুৰিৰ জপনা পাৰ হৈছিল যদিও সৌ সিদিনাখনলৈ দুই-বৰুৱাই নবগ্ৰহ--শ্মশানৰ ভূত-প্ৰেতবোৰৰ মাজতো চাঞ্চল্যৰ সৃষ্টি কৰিছিল। ইজনে সিজনৰ বোকোচাত জাঁপ মাৰি উঠে। ইজনে সিজনক বকাসুৰৰ দৰে গৰা মাৰি ধৰে। দুয়ো শ্মশানতে তামোল পাগুলে, পাৰিলে ওচৰৰ কোনো ঠাইত চাহপানীটুপিও খাই গাত জীপ দি লয়। তেওঁলোকৰ দুয়োজনৰ ডৰবাডবৰি, হাহি-খিকিন্দালিবোৰ দেখি চিতাত শুই থকা মৰাশবোৰেও যেন উঠি বহিব, এনে অনুমান হয়। শ্মশানযাত্ৰীবিলাকৰ শোকৰ মাজতো দুয়োজনে আনন্দ-ৰস বিনামূলীয়াকৈ বিতৰণ কৰিছিল। মৃত্যুৰ আগে

আগে বৰুৱাই শ্ৰীমান ধ্ৰুব চলিহাক আমাৰ আগত তেওঁৰ শশ্মানৰ উত্তৰাধিকাৰী মনোনীত কৰি থৈ গৈছে।

গুৰুপ্ৰসাদ বৰুৱাই ওৰেজীৱনে কিমান ৰোগীক পতি কৰিলে কিমানক চিতাত তুলি থুচিলে, কিমানৰ গিয়াতলি-ভোজ খালে তাৰ হিচাপ নাই। অলেখ। কেৱল অসমতে নহয়—কলিকতা, মাদ্ৰাজ, ভেলোৰ, নাইনিতাল আদি অসমৰ বাহিৰৰ শ্মশানতো তেওঁ একোখুন্দা মাৰি আহিছিলগৈ। এদিন তেওঁক মই সুধিছিলো— "এতিয়ালৈকে কিমানক আপুনি বৈতৰণীৰ পাৰ কৰিলে?" তেওঁ উত্তৰ দিছিল—"হাজাৰৰো ওপৰ"। কথাষাৰত অবিশ্বাস কৰিবৰ হেতু নাই। বছৰত কুৰিজনক খৰি দিলেও আঠৈকুৰি বছৰতে এহেজাৰ হয়।

শ্মশানবন্ধু গুৰুপ্ৰসাদ বৰুৱা আছিল লোকবন্ধু ভুৱনেশ্বৰ বৰুৱাৰ যোগ্য সহকাৰী। লোকবন্ধু আৰু শ্মশানবন্ধু দুয়োজনেই আছিল দীনবন্ধু। ১৯৭৬ চনত ৭ এপ্ৰিল গধূলি গুৱাহাটী মেডিকেল কলেজত তেওঁৰ পৰলোক হয়। তেওঁৰ মৃত্যুত অলেখ ব্যক্তি আৰু গুৱাহাটীৰ বহুত পৰিয়ালে আত্মীয়ৰ বিয়োগব্যথা অনুভৱ কৰিছিল। উজানবজাৰ ৰাজদুৱাৰ পূজাঘৰ আদি কেইটামান অনুষ্ঠানে আৰু আনকি নৱগ্ৰহ-শ্মশানখন যেন তেওঁৰ বিয়োগত ম্ৰিয়মান হৈছিল। আজি কেইমাহ আগলৈকে চাৰিকুৰি দুবছৰীয়া বৰুৱাই বয়স, ব্যাধি, দুখ-দাৰিদ্ৰ্য একোলৈকে কেৰেপ নকৰি অপৰাজেয় হৈ দপদপাই আছিল। অৱশেষত দুৰ্জয় শমনে ঘাইল কৰি তেওঁৰ কপালত এটা জয়তিলক পিন্ধাই দিলে। এইজন মানুহে কোনোদিনে শত্ৰু-মিত্ৰ, ধনী-দুখীয়া, বাচ-বিচাৰ নকৰি মানৱসেৱাত ব্ৰতী হৈছিল। দুখ-শোক, অভাৱ অনাটনৰ মাজত তেওঁ নিজে যেনেকৈ হাঁহিব জানিছিল, আনকো তেনেকৈ হঁহুৱাব পাৰিছিল। নিৰানন্দই তেওঁৰ কাষ চাপিবলৈ সুচল পোৱা নাছিল।

উত্তৰগুৱাহাটী বজাদুৱাৰৰ আনন্দৰাম বৰুৱাখ্যাত মজিন্দাৰ

বৰুৱাৰ বংশত কীৰ্ত্তিৰাম বৰুৱাৰ জন্ম হৈছিল। তেওঁৰ ছজন পুত্ৰ—ঈশ্বৰপ্ৰসাদ, ত্ৰিগুণাপ্ৰসাদ, ৰমাপ্ৰসাদ, শ্ৰীপ্ৰফুল্লপ্ৰসাদ, গুৰুপ্ৰসাদ আৰু শ্ৰীশিৱপ্ৰসাদ। বৰজন ঈশ্বৰপ্ৰসাদ বৰুৱা আছিল বৃটিছ আমোলৰ ব্যাক্তিত্বসম্পন্ন খ্যাতিমন্ত জজ। দ্বিতীয়জন ত্ৰিগুণাপ্ৰসাদ বৰুৱা আছিল আগজীৱনত মুক্তিযুঁজাৰু আৰু শেষত তেওঁ হৈছিল ভাটী দেশৰ 'কামৰূপী বাবা'—গুৰুজী। পঞ্চমজন গুৰুপ্ৰসাদ বৰুৱা আছিল বহুগুণৰ অধিকাৰী। চৰ্কাৰী সংজ্ঞামতে তেওঁ মুক্তিযুঁজাৰু নাছিল কিয়নো তেওঁ এবাৰো জেলৰ ভাত খোৱা নাছিল। তথাপি তেওঁ যে এজন প্ৰকৃত মুক্তিযুঁজাৰু আছিল সেই বিষয়ে সন্দেহৰ থল নাই। মুক্তিযুদ্ধৰ সেনাপতিসকলক নিজে পৰিয়ালৰ তদাৰকি-দায়িত্ব লৈ আৰু আনপ্ৰকাৰে সহায় কৰি তেওঁ তেওঁলোকৰ বাবে জেলযাত্ৰাৰ সুগম পথ ৰচনা কৰি দিছিল। কেৱল মুক্তিযুঁজাৰুৱে নহয় গাঁৱৰপৰা অহা দুৰ্গত ৰোগীবিলাকক লোকবন্ধু বৰুৱাৰ আহিৰে তেওঁ বিনামূলীয়াকৈ চিকিৎসা কৰিছিল, ঔষধ-পাতিৰ দিহা লগাই দিছিল। অসহযোগ আন্দোলনৰ যুদ্ধত আগৰ শাৰীত থিয় দিয়া নাছিল যদিও অন্য উপায়ে তেওঁ এই আন্দোলনলৈ অৰিহণা আগবঢ়াইছিল। এই আন্দোলনৰ যেতিয়া ভৰপক, সেই সময়ত কংগ্ৰেছ-বুলেটিন ছপা কৰা লিথ-যন্ত্ৰটো শেনচকুৱা পুলিচৰ চকুতো ধূলি মাৰি তেওঁৰ চৌদহৰ অ'ত ত'ত লুকাই ৰখা হৈছিল। চমু কথাত কবলৈ হলে অসহযোগ আন্দোলনৰ হাজাৰবিজাৰ নিনাও দেশসেৱকৰ মাজত শ্মশানবন্ধু গুৰুপ্ৰসাদ বৰুৱাও আছিল অন্যতম। নিজৰ দলৰেই হওক বা বাহিৰৰেই হওক সমাজবিৰোধী লোকক তেওঁ চকু পাৰি দেখিব নোৱাৰিছিল। তেওঁৰ মুখখনত লাগবান্ধ নাছিল। অপ্ৰিয় সত্য হলেও বন্ধুমহলত ভণ্ডামি-গুণ্ডামিক নিন্দা কৰিবলৈ তেওঁ সংকোচবোধ কৰা নাছিল।

গুৱাহাটীৰ বহু সাংস্কৃতিক অনুষ্ঠান আৰু ধৰ্মীয় অনুষ্ঠানৰ লগত শ্মশানবন্ধুৰ লেটিপেটি আছিল। বিয়া-সবাহ, ভোজ-ভাত,

যাত্ৰা-থিয়েটাৰ, পূজা-ফাকুৱা আদিতো তেওঁ আগভাগ লৈছিল। কিন্তু সভা-সমিতি, থিয়েটাৰ আদিত তেওঁ গা দেখা নিদি আলেঙে আলেঙে কাম কৰিহে ভাল পাইছিল। বন্ধুমহলত ৰসাল কথা কব পাৰিছিল যদিও সভা-সমিতিত তেওঁ মুখ মেলিবলৈ টান পাইছিল। এবাৰ মোৰ লগত তেওঁ উত্তৰগুৱাহাটীত অনুষ্ঠিত আনন্দৰাম বৰুৱাৰ স্মৃতিসভা এখনলৈ গৈছিল। সভাপতিৰ আসনৰপৰা তেওঁৰ নামটো মুখ্যঅতিথি হিচাপে ঘোষণা কৰাত তেওঁ বৰ বিপাঙত পৰা যেন দেখি সাহ দি কৈছিলোঁ।—"ভয় নকৰিব, মই আছোঁ।" তেওঁ সমজুৱাৰ মাজত থিয় হৈ থাকিয়েই মুখ্যঅতিথিৰ বাব গ্ৰহণ কৰিলে। মুখ্যঅতিথিৰ ভাষণৰ পাল পৰাত তেওঁ মাথোন কৈছিল— "মোৰ বক্তৃতাটো সভাপতিয়ে দিব।" সমজুৱাসকলে গিৰ্জনি মাৰি হাঁহি তেওঁক ভাষণ দিয়াৰ পৰা অব্যাহতি দিলে।

বৰুৱাদেৰৰ আৰু এটা সদ্গুণ মই লক্ষ্য কৰিছিলো, সেইটো হৈছে নিয়মিতভাবে বাতৰিকাকত আৰু কিতাপ পঢ়া আৰু দেশৰ খা-খবৰ ৰখাৰ স্বভাৱ। ভাটীৰ ফালৰ খবৰৰ বাবে তেওঁ নিজাকৈ 'যুগান্তৰ' আৰু 'অসমবাণী' ৰাখে। অসুখত গৃহবন্দী হোৱাৰ আগলৈকে নিতৌ পুৱা তেওঁ চেম্বাৰৰপৰা কাম শেষ কৰি বা মাজতে আঁহি মোৰ ঘৰৰ বাৰান্দাত বহি 'দৈনিক অসম'খন চুক-কাণ মাৰি পঢ়ে। 'গণতন্ত্ৰ', 'মহাজাতি' আদি যিবোৰ কাকত মোৰ মেজত পৰি থাকে সেইবোৰ ঘৰত পঢ়িবলৈ বুটলি লৈ যায়। মোৰ ঘৰলৈ আহোঁতে তেওঁ 'ৰাম নাম সত্য হায়' বা আন কিবা এফাকি গীত গাই হাঁহিমাতি আহে। বাটত যাকে পায় তাকে গৰা মাৰি ধৰি ওলগ জনায় আৰু বা-বতৰা সোধে। মোৰ তাত প্ৰথমতে তেওঁ চেঁচা পানী এগিলাছ খাই লয়। তাৰ পিছত কেঁচা তামোল বিচাৰে। মোৰ কাষলৈ যদি আন কোনোবা আহে তেন্তে খেলখন বেছি পকি উঠে। মই তেওঁৰপৰা নানা ধৰণৰ খবৰ পাই উপকৃত হওঁ।

ৰাজ্যপাল শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীৰ গুৰুপ্ৰসাদ বৰুৱা আছিল খানেৱালা দিলদাৰ বন্ধু। চৌধুৰীৰ উপৰিও প্ৰাক্তন মুখ্যমন্ত্ৰী (সকল) বৰদলৈ, মেধি আৰু চলিহাৰ লগতো তেওঁৰ অন্তৰঙ্গতা আছিল। চৌধুৰী অসমত থকা কেইদিন বৰুৱাৰ গাত গোসাঁই নোহোৱা হয়। সেই কেইদিন তেওঁ চৌধুৰীৰ বাসভৱনতে কটায়। তেওঁৰ মুখত চৌধুৰীৰ ঘৰৰ খানাপিনাৰ কথা শুনি আমাৰো জিভাৰ পানী পৰে।

আধিয়াৰ আইন আৰু চিলিং আইনৰ গৰাহত বিস্তৰ পৈত্ৰিক ভূ-সম্পত্তি হেৰুৱাই বৰুৱাই ক্ষোভ আৰু ব্যঙ্গৰ সুৰত কৈছিল—"বোপা-ককাৰ দিনৰ সকলো সা-সম্পত্তি হেৰুৱাই মই দিগম্বৰ হৈছোঁ। ৰাইজৰ গু-মুতৰ ওপৰতেই মোৰ এতিয়া জীৱন নিৰ্ভৰ।" কথাখিনি তাৎপৰ্য্যপূৰ্ণ।

শ্মশানবন্ধু গুৰুপ্ৰসাদ বৰুৱা সাধাৰণ মানুহ হৈয়ো আছিল অসাধাৰণ।

---

## শিশু বন্ধু

গুৱাহাটী উজানবজাৰ বজাঘৰৰ ওচৰত এটি প্ৰাচীন ব্ৰাহ্মণ-পৰিয়ালৰ বাসস্থান। গুৱাহাটীৰ কুমাৰ ভাস্কৰ নাট্যমন্দিৰে এসময়ত এই শৰ্মা-পৰিয়ালৰ তিনিজন ভাই-ককাইক একনিষ্ঠ অভিনেতা হিচাপে পাইছিল। তেওঁলোক হৈছে নবীনচন্দ্ৰ শৰ্মা, অসমবিখ্যাত অভিনেতা বৰদাকান্ত শৰ্মা আৰু মোৰ কনিষ্ঠ বন্ধু শিল্পী-নাট্যকাৰ বদনচন্দ্ৰ শৰ্মা।

১৯০০ চনৰ ১৭ নৱেম্বৰত নবীন শৰ্মাৰ জন্ম হৈছিল। ১৯৭৪ চনৰ ৭ আগষ্টৰ দিনা তেওঁৰ মৃত্যু হয়। দেউতাক চন্দ্ৰনাথ শৰ্মা।

নবীন শৰ্মাৰ সকলোবোৰ খেল-ধেমালিতে বিশেষকৈ বৈজ্ঞানিক প্ৰণালীৰ সাঁতোৰত বিশেষ ব্যুৎপত্তি আছিল। তেওঁৰ জীৱনৰ আটাইতকৈ উজ্জ্বল দিশ ... হৈছে, শিশুৰ প্ৰতি তেওঁৰ স্বভাৱজাত প্ৰীতি। সাংসাৰিক দুখ-কষ্ট, আৰ্থিক অনাটন, একোলৈকে ভ্ৰূক্ষেপ নকৰি তেওঁ ... গোটেই জীৱনটো অকণ-অকণিহঁতৰ লগত ফৰিঙাপখি, নাচিবাগি কটাই গ'ল। বয়সত তেওঁ চৌসত্তৰবছৰীয়া বুঢ়া হৈছিল যদিও সঁচা, কিন্তু দৰাচলতে তেওঁ আছিল এটি চিৰশিশু। তেওঁ আছিল গুৱাহাটীৰ প্ৰতিজন অকণ-অকণিৰে অতি মৰমৰ 'নবীন ছাৰ' বা 'নবীন ককা'। গান গোৱাই, আবৃত্তি কৰাই, সাধুকথা ...ক, নাচবাগ শিকাই, ফুৰাইচকাই তেওঁ শিশুবিলাকক একপ্ৰকাৰ মন্ত্ৰমুগ্ধ কৰি ৰাখিছিল। শিশুক মুহিব পৰা নবীন ছাৰৰ এই সম্মোহনী শক্তি আছিল অসাধাৰণ। কঠিন ৰোগে হেঁচা মাৰি পাটীত পেলাই থোৱাৰ আগলৈকে তেওঁ সদায় পুৱাৰপৰা গধূলিলৈকে শিশুৰ কাৰণে নিজকে উছৰ্গা কৰিছিল। গুৱাহাটীত য'তেই শিশু অনুষ্ঠান, য'তেই শিশুবিদ্যালয়, তাতেই দেখা গৈছিল হাঁহিমুখীয়া-শিশুবন্ধু নবীন ছাৰক। অসমৰ মইনা-পাৰিজাতবোৰৰ অন্যতম কৰ্ণধাৰ, প্ৰাণপ্ৰতিষ্ঠাতা আছিল নবীন ছাৰ। গুৱাহাটীৰ বিহুতলীত 'শ্ৰীময়ী অসমীৰ' বন্দনা-গীতটো গোৱাৰ পিছতেই নবীন ছাৰৰ পৰিচালনাত শ শ অকণিয়ে পাখিলাহী পখিলাৰ দৰে জাকি মাৰি ব্যায়াম-নৃত্য দেখুৱাই অসমৰ জাতীয় উৎসৱটিৰ সৌষ্ঠৱ বঢ়াইছিল।

———

# তিনিজন দাংবৰলা কবি

মানুহৰ যেনেকৈ ইতিবৃত্ত থাকে, কিতাপৰো তেনেকৈ ইতিবৃত্ত বা পটভূমি থাকে। সেই ইতিবৃত্তৰ কথা জনা থাকিলে মানুহ-জনক বা কিতাপখনক সম্যকভাৱে বুজিবলৈ সহজ হয়, আন্ধাৰত হাত খেপিয়াবলৈ বা অনুমানৰ ওপৰত ফৰ্মূটি মাৰিবলৈ আৱশ্যক নকৰে। এনে আহিলাপাতিৰ অভাৱত কোনো কোনো সময়ত হিতে বিপৰীত হয়—মিছা সঁচা হয়, সঁচাও মিছা হয়। এই প্ৰসঙ্গত তিনিজন দাংবৰলা অসমীয়া কবিলৈ মনত পৰিছে। এওঁ-লোক হৈছে 'বিহগী কবি' ৰঘুনাথ চৌধাৰী, 'বনফুল'ৰ কবি যতীন দুৱৰা বা 'যতু' কবি আৰু 'বাগ্মীকবি' নীলমণি ফুকন। এই তিনিজন কবিয়ে বাৰু গাত বিয়াৰ মাহ-হালধি নোসানিছে কিয় ? জানিবৰ বাবে সকলোৰে মন যায়। এই প্ৰশ্নটো প্ৰায়েই উঠে, আগলৈকো উঠি থাকিব।

প্ৰথমতে বিহগী কবি ৰঘুনাথ চৌধাৰীকে স্মৰণ কৰোঁ। কবি আছিল চিৰকুমাৰ। তেওঁ নিজে কোনো ৰচনাতে তেওঁৰ বিবাহ-প্ৰসঙ্গৰ ইংঙ্গিত পৰ্য্যন্ত দি যোৱা নাই। আংশিকভাৱে অভিভাৱকৰ কৰ্মতৎপৰতাৰ অভাৱ আৰু আংশিকভাৱে উপাৰ্জনহীন পঙ্গু জীৱনেই আৰু কবিৰ নিজৰ কৈবল্য মনোভাবেই ইয়াৰ মূল কাৰণ আছিল। উপাৰ্জনহীন বুলি কৈছোঁ যদিও কবিয়ে অলপদিন এখন ছোৱালীৰ পাঠশালাত পণ্ডিতালি কৰিছিল আৰু খেতিবাতি কৰিও অলপঅচৰপ আৰ্জিছিল। নগৰীয়াসকলে কবিক সদায় পণ্ডিৎ বুলিহে সম্বোধন কৰিছিল। সেয়ে হলেও কোনেও তেওঁৰ আগলৈ বিয়াৰ প্ৰস্তাব লৈ অহা নাছিল। কবিয়েও এই বিষয়ে আওকণীয়া হৈ চলিছিল। কিন্তু 'নীলাচল' কাকতৰ এবাৰ বিহু

সংখ্যাত (এপ্ৰিল '৭৪) শ্ৰীজিতেন্দ্ৰনাথ বুজৰবৰুৱাই বহু বছৰৰ পূৰ্বে পুৰণি 'বৰদৈচিলা'ত লিখা 'জিকাফুলী' নামৰ আলচৰ আলমত 'এজন অসমীয়া কবিৰ প্ৰেমৰ কবিতা' নাম দি এটা উপাদেয় প্ৰেমৰ গল্প সৃষ্টি কৰা হৈছিল। তাত জিকাফুলী ওৰফে হেমী বা হেমাক লৈ গোপন প্ৰণয়ৰ এধাৰ কল্পিত হেমহাৰ গাঁথি বিহগী কবিক পিন্ধাবলৈ প্ৰয়াস কৰা হৈছে। গল্প আখ্যা দিয়া হৈছে যদিও পঢ়িলে ই এক বাস্তৱ প্ৰেমৰ কাহিনী বুলি ভাবিবৰ মন যায়।

এইখিনিতে আৰু এটা আমোদী সাধু মনত পৰিছে। তাহানি মই পৰীক্ষক হিচাপে এখন পৰীক্ষাৰ বহীত এই সাধুটো পঢ়িবলৈ সুযোগ পাইছিলো। লিখিছিল কমবয়সীয়া এজন প্ৰবেশিকাপ্ৰাৰ্থীয়ে। প্ৰশ্নত 'সাদৰী'ৰ 'ছায়াচিত্ৰ' নামৰ কবিতাটোৰ মূলভাব লিখিবলৈ দিয়া হৈছিল। ছাত্ৰজনে লিখিছিল বোলে কবি চৌধাৰী এজনী দীপলিপ ছোৱালীৰ প্ৰেমত পৰিছিল। এদিন সেই ছোৱালীজনীক ধৰিবলৈ কবি তাইৰ পাছে পাছে লৰি গৈছিল। অৱশেষত ছোৱালীজনী গৈ নৈৰ বুকুত জঁপিয়াই পৰি অন্তৰ্দ্ধান হ'ল। কবিয়েও নৈৰ পাৰত পিচল খাই পৰিল আৰু তেতিয়াৰপৰাই তেওঁ খোৰা হ'ল। •কাহিনীটো মনে সজা হলেও কুমলীয়া ছাত্ৰজনৰ কল্পনাশক্তি তাৰিফ কৰিবলগীয়া। বহু বছৰৰ পিছত এনে মিছাবোৰকো এদিন মানুহে সঁচা বুলি ভাবিবৰ থল আছে।

মই কবি চৌধাৰীক ঘনিষ্ঠভাৱে জানিছিলো। তেওঁৰ মনৰ খবৰো পাইছিলো। সেই কাৰণে এই কথা ডাঠি কব পাৰোঁ যে কবিৰ জীৱনত এনে কোনো প্ৰণয়সংক্ৰান্ত ৰহস্য নাছিল। থকা হলে মই জানিলোহেঁতেন, লাওপাৰা গাঁৱৰ গাভৰু লাওফুলী, তেওঁৰ জীয়েক কুমাৰী জিকাফুলী আৰু শিশু ৰঘুনাথৰ জীৱন-জেউতি উদঘাটন কৰোঁতা শ্ৰীজিতেন্দ্ৰনাথ বুজৰবৰুৱাই জানিলেহেঁতেন আৰু জানিলেহেঁতেন 'কেতেকী', 'দহিকতৰা'ৰ পাতনিলিখক ড° বাণীকান্ত কাকতিদেৱে। সেই কাৰণে অৱশ্যে গল্পলিখকক দোষ দিব

নোৱাৰি, স্বয়ং কবিগৰাকীকহে দোষে ছুব খোজে দেখোন। তেওঁ নিজ জীৱনৰ ৰোমাঞ্চকৰ কথাবোৰ ক'ৰবাত লিপিবদ্ধ কৰি থৈ যোৱা হলে এনে নহলহেঁতেন আৰু তেতিয়া হয়তো গল্পলিখকৰ কাপত অধিক বাস্তৱৰ বোল পৰিলহেঁতেন, গল্পটোত বেছি ডাল-পাত জোৰা দিবৰো আৱশ্যক নহলহেঁতেন। সেই কাৰণেহে কৈছোঁ— ইতিবৃত্ত লাগে, পটভূমি লাগে।

'যদু' কবি দুৱৰাৰ তথ্যপাতিৰে প্ৰমাণ কৰিব নোৱাৰা দুটা-এটা প্ৰণয়সংক্ৰান্ত কাহিনী মই শুনিছিলো, বহুতে শুনিছিল। কবিজনাই হেনো অভিজাত সম্প্ৰদায়ৰ এগৰাকী ৰূপহীলৈ তেওঁৰ হৃদয়-আসন খালী কৰি থৈছিল। সেই কবিপ্ৰেয়সী আছিল উচ্চ শিক্ষিতা, লাহবিলাহত লালিতাপালিতা। কল্পনাবিলাসী কবিয়ে তেওঁৰ লাহবিলাহৰ খোৰাক যোগাব নোৱাৰিব বুলিয়েই হেনো সেই সম্বন্ধ হৈ নুঠিল। কবিজনাই 'পাহৰণি' নৈত অকলে তেওঁৰ জীৱন-নাওখনি এবাৰ উজাই, এবাৰ ভটীয়াই তেওঁৰ 'সোণোৱালী' দেশলৈ শেষত খেও দিলে।

বাগ্মীবৰ শ্ৰীনীলমণি ফুকন সম্প্ৰতি অসমৰ ভীষ্ম-পিতামহ। তেওঁ বয়সৰ চেঞ্চুৰি কোবাব পাৰিব বুলি সকলোৱে আশা পালি-আছে। ককাই নাতি-নাতিনীহঁতক আইতা এগৰাকীৰপৰা বঞ্চিত কৰিলে কিয়? সেই বিষয়ে নানাজনে প্ৰশ্ন কৰে। ককাই প্ৰশ্নটোৰ পৰা ফালৰি কাটি আন কথাৰ বকলা মেলে। তেওঁ কোৱামতে দেশসেৱাত ব্ৰতী হোৱাৰ বাবেই তেওঁ হেনো বিয়াৰ বাবে সুকণ্ঠা উলিয়াব নোৱাৰিলে। বৰ হৈ নহলেও বৰযাত্ৰী হৈ তেওঁ কিজানি শতাধিকবাৰ হোমৰ জুইৰ কাষত বহি এই বিষয়ত বিবাহিত সকলকো চেৰ পেলাইছে। অলপতে ককাক তেওঁৰ এজন নাতি-কবি শ্ৰীমান ৰোহিণী শৰ্মাই সুধিছিল—"ককা, আপুনি এই শেষ বয়সত এগৰাকী পত্নীৰ অভাব অনুভৱ নকৰে নে?"

উত্তৰত ককাই হেনো কৈছিল—"কৰোঁ কিয়নো বুঢ়াই কাহটো

মাৰিলে বুঢ়ীয়েহে শুনে। চাকৰ-নাকৰে হলে তালৈ কেৰেপকে নকৰে।"

চমুৱাই এই কথা ঠৌৰতে কব পাৰি যে এই তিনিজন কবিৰ এজনো নাৰীবিদ্বেষী নহয়, বৰং এজন নাৰীপ্ৰেমীহে আছিল তথাপি পূৰ্বজনমত কাৰো লগত তিল-মাহ খাই নহাৰ বাবেহে তেওঁলোক দায় নাই দেৰলীয়া তিৰী নাই কেউলীয়া হৈ থাকিবলগীয়া হ'ল।

————

## নামতো লাল কামতো লাল

বৰপেটা-প্ৰবাসত মই অগ্নিকবি শ্ৰীপ্ৰসন্নলাল চৌধুৰী আৰু তেওঁৰ ভায়েক 'মানৰ দিন'ৰ নাট্যকাৰ শ্ৰীমোহনলাল চৌধুৰীক ঘনিষ্ঠভাৱে লগ পাইছিলো। প্ৰসন্নলাল চৌধুৰী কবি-নাট্যকাৰ। তেওঁৰ শ্ৰেষ্ঠ নাটক 'নীলাম্বৰ'। সেই সময়ত তেওঁ আছিল বৰপেটা বিদ্যাপীঠৰ প্ৰধানশিক্ষক। মোহনলাল আছে বৰপেটাৰোডত (আঠীয়াবাৰী) —সাহিত্যৰ চহ এৰি ভূমিৰ চহ লৈ।

বিহগী কবিয়ে প্ৰসন্নলালক 'প্ৰচণ্ডলাল' আখ্যা দিছিল। সঁচাকৈয়ে তেওঁ পলাশবুলীয়া কবি প্ৰচণ্ডলাল। তেওঁ নামতো লাল, কামতো লাল। তেওঁৰ অগ্নিস্বৰীয়া কবিতাবোৰ পঢ়ি মোৰ ভাল লাগে। চৌধুৰী মোৰ অন্তৰঙ্গ বন্ধু হৈছিল। আজিও আমাৰ সেই বন্ধুতা অটুট আছে। তেওঁ মোৰ বিয়াত তিতাবৰৰ মেজেঙা বাগিচাত ওলাইছিলগৈ। ময়ো তেওঁৰ তিনিচুকীয়াত পতা বিয়াত বৰযাত্ৰী হৈছিলোঁ। তেওঁ মোক বিয়াত এডাল হাতীদাঁতৰ পাখিকলম উপহাৰ দিছিল। বৰপেটাত থকা কালত মই তেওঁৰ ঘৰলৈ প্ৰায়েই গৈছিলোঁ। বৈভৱণী নৈ পাৰ হোৱাৰ নিচিনাকৈ

খৰালি তলি ওলোৱা আৰু বাৰিষা পানীৰে চপচপীয়া হোৱা ঠাইডোখৰ মাটিৰ ভৰাই দি শুকান এটা পাৰ হৈছে তেওঁৰ ঘৰ পোৱা গৈছিল। পুৰণিকলীয়া টিনপাতৰ ঘৰৰ চালখন মই 'ফাকুৰাফুল' নামকৰণ কৰা (বঙলা বাগানবিলাস) এজোপা লতাফুলে ছাটি পেলাইছিল। প্ৰসন্নলালৰ কবিতাবোৰ যেনে ৰঙা, তেওঁৰ ঘৰৰ চালৰ ফুলবোৰো আছিল তেনে ৰঙা। কবিৰ বুকুত তেজৰ ফুল, লতাজোপাত ফাকুৰ ফুল। এতিয়া হেনো ফুলজোপা কাটি পেলোৱা হৈছে—সৰ্পভয় নিবাৰণ কৰিবৰ বাবে।

প্ৰসন্নলাল মানুহজনক বুজিবলৈ টান। শুকান নাৰিকলটোৰ দৰে তেওঁ বাহিৰত শুটা, নিৰস কিন্তু ভিতৰখন সুস্বাদু, কোমল। বিদ্যাপীঠৰ খেল সামৰি ৰাজনীতিৰ খেলত নামি তেওঁ এবাৰ লোকসভাৰ সাধাৰণ নিৰ্বাচন-যুদ্ধত জনসংঘৰ সেনাপতি হৈ প্ৰবল প্ৰতিদ্বন্দ্বী শ্ৰীফখৰুদ্দিন আলি আহমেদ চাহাবৰ (বৰ্তমান ৰাষ্ট্ৰপতি) লগত থৈয়ানথৈয়া যুদ্ধ দি পৰাজয় বৰণ কৰিছিল। ৰাজনৈতিক নিৰ্বাচনত অবতীৰ্ণ হলেও অসম সাহিত্য-সভাই একাধিকবাৰ নামটো প্ৰস্তাৱ কৰি তেওঁক সভাপতি নিৰ্বাচনত নমাব পৰা নাই। এবাৰ অৱশ্যে তেওঁ কবি-সম্মিলনীৰ সভাপতিৰ আসনত বহি হাড় শুচি কৰি আহিছিলগৈ। সভাপতিৰ বাবে তেওঁৰ নামটো উঠিলে তেওঁ সেই পদ লব নে নলয় সুধিলে কয়—আগেয়ে সভাপতি পাতি তাৰ পিছতহে মতামত সুধিব লাগে কিন্তু সাহিত্য সভাৰ নিয়মাৱলীয়ে কয় যে আগেয়ে মতামত লৈহে পিছত সভাপতি পাতিব লাগে। এতেকে সাহিত্য-সভাৰ কৰ্মকৰ্তাসকলৰ দুই নাৱত দুই ভৰি, ৰক্ষা কৰা শ্ৰীহৰি অৰ্থাৎ এফালে নিয়মাৱলী, আনফালে প্ৰসন্নলাল, দুয়ো লগ নলগা সমান্তৰাল। সেয়েহে সাহিত্য-সভাই প্ৰসন্নক সুপ্ৰসন্ন কৰিব পৰা নাই।

———

# জয়ন্তীৰ জন্মদাতা

অসমৰ আলোচনী-জগতত 'জয়ন্তী' নামৰ আলোচনীখনেও এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছিল। এই কাকতৰ জন্মদাতা স্বৰ্গীয় কেশৱকান্ত বৰুৱা আছিল বিখ্যাৎ অসমীয়া সাওদ ভোলানাথ বৰুৱা ডাঙৰীয়াৰ শেষ উত্তৰাধিকাৰী। সেয়েই তেওঁৰ একমাত্ৰ পৰিচয় নহয়। তেওঁ আমাৰ শিক্ষা, সাহিত্য আৰু বিবিধ জনহিতকৰ কামৰ এগৰাকী নীৰৱ পৃষ্ঠপোষক আছিল। তেওঁ নগাওঁ জিলাৰ পুৰণিগুদামত জন্মলাভ কৰি কলিকতাত উচ্চশিক্ষা আৰু দদায়েক বি-বৰুৱাৰ লগত থাকি বেহা-বেপাৰৰ আওভাও শিকিবুজি লৈ গুৱাহাটীৰ চেনিকুঠীত স্থায়ীভাৱে থাকিবলৈ লৈছিল আৰু তাতেই সিদিনা ৭৮ বছৰ বয়সত শেষ নিশ্বাস ত্যাগ কৰিলে।

বৰুৱাদেৱে তাহানি গুৱাহাটী কমাৰপটিত 'জয়ন্তী প্ৰেছ' নামে এখন প্ৰথম শ্ৰেণীৰ ছপাশাল পাতি লৈ তাৰপৰা 'জয়ন্তী' নামৰ এখনি ওখ খাপৰ অসমীয়া আলোচনী প্ৰকাশ কৰিছিল। 'জয়ন্তী'ৰ প্ৰতিষ্ঠাতা আছিল বৰুৱা নিজেই আৰু প্ৰথম সম্পাদক আছিল বিহগী কবি ৰঘুনাথ চৌধাৰী ডাঙৰীয়া। চৌধাৰীৰ পিছত 'জয়ন্তী'ৰ সম্পাদকসকল আছিল গিৰিশচন্দ্ৰ বৰুৱা, কমলনাৰায়ণ দেৱ আৰু শুক্লেশ্বৰ বৰা প্ৰভৃতি। বৰুৱাৰ নিজৰ সম্পাদনাতো কেইসংখ্যামান 'জয়ন্তী' ওলাইছিল। সম্পাদকসকলৰ এজনো আজি জীৱিত নাই। নকলেও হব যে 'জয়ন্তী'য়ে অসমীয়া আলোচনী-সাহিত্যত এক উজ্জ্বল অভিলেখৰ সৃষ্টি কৰিছিল। এই প্ৰেছৰপৰা বৰুৱাদেৱৰ পৃষ্ঠপোষকতাত এবছৰ অসমীয়া পঞ্জিকাও ওলাইছিল। কালক্ৰমত 'জয়ন্তী' কাকত মৰিল। জয়ন্তী ছপাশালো বিলুপ্ত হ'ল। জয়ন্তী বৰুৱাদেৱৰ প্ৰথমা ভাৰ্য্যা আৰু কনকলাল বৰুৱা ডাঙৰীয়াৰ বৰজীয়াৰীৰ নাম। বৰুৱা

নিজেও এজন সাহিত্যসেৱক আৰু দাৰ্শনিক ভাবাপন্ন লোক আছিল। তেওঁ 'জয়ন্তী', 'আলোক' আৰু 'অজন্তা'ত মাজেসময়ে দুই চাৰিটা তত্ত্বগধুৰ প্ৰবন্ধ লিখিছিল আৰু ইংৰাজীত ভগৱদগীতা সম্পৰ্কে এখনি আলোচনামূলক পুথি লিখি অসমৰ বাহিৰে-ভিতৰে প্ৰচাৰ কৰি পণ্ডিত সমাজৰপৰা সমাদৰ পাইছিল।

অসমৰ শিক্ষাৰ ক্ষেত্ৰতো বৰুৱাদেৱে আগভাগ লৈছিল। তেওঁৰ এটা শকত দানেৰেই দদায়েকৰ নামত গুৱাহাটীত বি-বৰুৱা কলেজ প্ৰতিষ্ঠা কৰা হৈছিল। লোকপ্ৰিয় বৰদলৈদেৱৰ পিছতে তেওঁ কামৰূপ একাডেমীৰো পৰিচালনা-সমিতিৰ সভাপতি হৈ গুৰি ধৰিছিল। আজিকালি নবীন উদ্যোগপতি নাম লৈ এচাম অসমীয়া ডেকাই অসমৰ ব্যৱসায়-বাণিজ্যত কুকুংকাৰাং কৰা দেখা গৈছে। এইটো এটা শুভ লক্ষণ। আজিৰ পৰা একুৰি ডেৰকুৰি বছৰ আগতে কেশৱকান্ত বৰুৱাই উমেশচন্দ্ৰ চৌধাৰী, লক্ষ্মীনাথ দাস, গিৰিশচন্দ্ৰ বৰুৱা, কৃষ্ণকান্ত বৰুৱা, শ্ৰীপূৰ্ণচন্দ্ৰ ভঁৰালী প্ৰভৃতি তেওঁৰ জনচেৰেক বিশ্বস্ত বন্ধুৰ সহযোগত এই নিচিনা ব্যৱসায়-বাণিজ্যত হাত দি অসমীয়া শিক্ষিত ডেকাসকলক কৰ্মমুখী হবলৈ বাট দেখুৱাইছিল। এওঁলোকে চৰ্কাৰৰপৰা ডাকি লৈ গুৱাহাটীৰ ব্ৰহ্মপুত্ৰৰ দুয়োপাৰৰ মাজত ফেৰীজাহাজৰো চলাচল কৰাইছিল।

———

# মৰমৰ মাধুৰী

ড° সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়াৰ নিচিনা নিয়মানুবৰ্ত্তী আৰু পৰিপাটি জীৱনৰ মানুহ আমাৰ সাহিত্যিক সমাজত নাই বুলি কলেও অত্যুক্তি কৰা নহয়। গোটেই জীৱনটো তেওঁ ঘড়ীৰ কাঁটাৰ দৰে নিয়ন্ত্ৰিত কৰি দিনটোৰ বিভিন্ন ভাগত বিভিন্ন কাম নিয়াৰিকৈ কৰি এক আদৰ্শ জীৱনৰ চানেকী আমালৈ এৰি থৈ গৈছে। তাহানিৰ এটা 'গাজাখুৰি' জনবিশ্বাসৰ সাধু শুনিছিলো, আমাৰ মানুহে ৰাণী ভিক্টোৰিয়াৰ আমোলক মহাৰাণীৰ দিন বুলিছিল। আমাৰ ককা-আইতাহঁতে 'মহাৰাণীৰ চাউল'ৰ জুতি সতকাই পাহৰিব পৰা নাছিল। তেওঁলোকৰ মতে মহাৰাণী আছিল সাক্ষাৎ দেৱীস্বৰূপা। তেওঁলোকৰ বহুতে এনে কথাও বিশ্বাস কৰিছিল যে মহাৰাণী নিতৌ ৰাতিপুৱা ছোৱালী হয়, দুপৰীয়া গাভৰু হয় আৰু ৰাতি বুঢ়ী হয়।

ওপৰৰ কথা অৱশ্যে সঁচা নহয়, কিন্তু এই কথা হলে সঁচা যে কৰ্মব্যস্ত ভূঞাডাঙৰীয়াৰ দিনবোৰো তিনিভাগত বিভক্ত আছিল। ৰাতিপুৱা তেওঁ সাহিত্যসেৱা আৰু অধ্যয়ন কৰিছিল। দুপৰীয়াৰ ভাগত কৰিছিল কলেজ, বিশ্ববিদ্যালয়, পুৰাতত্ত্ব আদিৰ বিভাগীয় কাম। ৰাতি কটাইছিল লঘু আলাপ-আলোচনাত। তেওঁৰ দিনেকীয়া জৰীনটো এনেদৰে 'ৰুটিন'ত বান্ধি লোৱা আছিল। আনকি অন্তিম জীৱনত ছাত্ৰীবাৰীলৈ ৰোগীৰ বিছনা লবলৈ যাওঁতেও তেওঁ নিত্য-নৈমিত্তিক সাহিত্য-কৰ্মৰ কাকত-পত্ৰবোৰ লগত লৈ গৈছিল।

ভূঞা-ডাঙৰীয়া মোৰ শিক্ষাগুৰু, সাহিত্যগুৰু। মই তেওঁক ভাল পাইছিলো, ভক্তি কৰিছিলো। মই মোৰ জীৱনত তেওঁৰ

পৰা বহুবাৰ উপকাৰ পাইছিলো। কৃতজ্ঞতা প্ৰকাশ কৰিবলৈ ভাষাৰ নাটনি। দুটা মাথোন স্মৃতিস্তৱক নিবেদন কৰোঁ।।

*　　*

আগতে কৈ অহা হৈছে যে ১৯৬২ চনৰ চীনা-ভাৰত যুদ্ধৰ সময়ত নিৰাপত্তাৰ অভাবত ধন-জন-প্ৰাণ হানি হোৱাৰ আশঙ্কাত আমাৰ মানুহৰ মনবোৰ টলংভটং হৈছিল। বনৰ বাঘে নেখালেও মনৰ বাঘে খায়। সেই সময়ত মই ৰচনা কৰা আৰু অনাতাঁৰযোগে প্ৰচাৰ হোৱা ভালেমান গীত বৰ জনপ্ৰিয় হৈছিল। তাৰে এটা আছিল :

ঘৰৰ কাৰণে নেলাগে ভাবিব
আছোঁ আমি নাৰীগণ,
শিশুৰ কাৰণে নেলাগে ভাবিব
আছে মাতৃ অগণন।
তিৰোতাৰ কাৰণে নেলাগে ভাবিব
আছে আমাৰ হেংদান,
ধৰ্মৰ কাৰণে নেলাগে ভাবিব
আছে গীতা মূৰ্তিমান।
ধনৰ কাৰণে নেলাগে ভাবিব
নাই তাৰ প্ৰয়োজন,
সম্পত্তিৰ কাৰণে নেলাগে ভাবিব
দেশ আজি ৰণাঙ্গণ।

এই গীতটো আকাশবাণীৰ যোগেদি সুললিত কণ্ঠেৰে প্ৰচাৰ কৰিছিল সুকণ্ঠী গায়িকা শ্ৰীমতী সুদক্ষিণা শৰ্মাই। গীতটো শুনি ভূঞা ডাঙৰীয়া এনেভাৱে অভিভূত হৈছিল যে এদিন তেওঁ সশৰীৰে মোৰ ক্ষুদ্ৰ 'তপোবন'ত উপস্থিত হৈ কলেহি—"অতুল, তুমি বৰ ভাল গীত লিখিছা। মই তোমাক অভিনন্দন জনাবলৈ আহিছোঁ।

আমাৰ দেশৰ পৰা বিদেশীবিলাক যায় যদি যাওক। এইখন আমাৰ দেশ। এই দেশ এৰি যাম কলৈ? মৰিব লাগিলেও ইয়াতে মৰিম।”

মই লাজে লাজে কলোঁ।—“ছাৰ, আপুনি মোৰ গুৰু। মোক আপোনাৰ অভিনন্দন নেলাগে, আশীৰ্বাদহে লাগে।”

এইখিনিতে উল্লেখ কৰিব পাৰি যে শ্ৰদ্ধেয়া শ্ৰীমতী নলিনীবালা দেৱীয়েও অনুৰূপভাৱে এই গীতটো প্ৰশংসা কৰি মোক কৈছিল—“হাজৰিকা, ময়ো আপোনাৰ লগত একমত। মই মোৰ বোৱাৰী-জীয়ৰীহঁতক কৈ দিছোঁ, আমি ঘৰ এৰি কলৈকো নেযাওঁ। যদি সঁচাকৈয়ে চীনাইহঁতে দেশ লয়, তেন্তে ঘৰৰ মুখতে যোৰপুখুৰীটো আছে। তাতে এজনী এজনীকৈ জঁপিয়াই পৰি মৰিবি। সিও ভাল।”

*                    *

আৰু এদিনৰ কথা। ৰাতিপুৱা দহমান বাজিছে। আচম্বিতে এখন ৰিক্সা মোৰ পদূলিমুখত ৰ'লহি। তাৰ পৰা থৰকবৰক কৰি ভূঞা ডাঙৰীয়া নামি আহিল। লগত তেওঁৰ নাতি ল'ৰা এটি। এখন পাণ্ডুলিপি দেখুৱাই ভূঞাদেৱে মোক কলে—“অতুল, এইখন মোৰ ‘শৰাইঘাটৰ সুবচনী’। আজি ছপাখানালৈ পঠাম। তাৰ আগতে তুমি এবাৰ ছুই আশীৰ্বাদ দিব লাগে। সেই কাৰণে লৈ আহিছোঁ।”

কথাখিনি শুনি মোৰ লাজত মৰি যোৱাৰ দৰে লাগিল। কোনে কাৰ আশীৰ্বাদ বিচাৰে? ই নিশ্চয় মৰমৰ আতিশয্য।

পাণ্ডুলিপিখন ভক্তিভাৱে মূৰত তুলি লৈ ভূঞাদেৱক সমৰ্পণ কৰিলোঁ।

ৰিক্সাত তেওঁ উলটি গ'ল। মই থৰ হৈ চাই আছিলোঁ।

ভাবি ভাবি উপলব্ধি কৰিছিলো, গুটিলগা গছ তললমূৰ হোৱাৰ দৰে এই নম্ৰতা গভীৰভাৱে বুদ্ধ-সাহিত্য অধ্যয়ন কৰাৰ ফল হব পাৰে।

———

# দ্বিতীয় আনন্দৰাম

মই তৰ্জমা কৰা নাটকৰ ভিতৰত 'শকুন্তলা'ৰ স্থানেই জ্যেষ্ঠ। জিলিকা। ল'ৰাকালতে লম্বোদৰ বৰাৰ শকুন্তলা নাট পঢ়ি সোৱাদ পাইছিলো। বৰা ডাঙৰীয়াৰ গদ্যৰচনাৰ বৈশিষ্ট্য আছে, মাদকতা আছে। তেওঁৰ অনুদিত পুথিতো সেই মাদকতাৰ অভাৱ হোৱা নাই। পিছে মহাকবি কালিদাসৰ শকুন্তলাৰ কাব্যিক সৌন্দৰ্য্যৰ বাবে গদ্যানুবাদতকৈ ছন্দীয়া অনুবাদৰহে বেছি আৱশ্যক বুলি মোৰ মনত ধাৰণা হৈছিল।

কলেজৰ আদিছোৱাত মই বিজ্ঞানৰ ছাত্ৰ আছিলোঁ। বি-এ মহলাত লৈছিলোঁ বুৰঞ্জী আৰু অঙ্ক। সেই কাৰণে কলেজীয়া জীৱনত শ্ৰদ্ধেয় লক্ষ্মী চেটাৰ্জীৰ দৰে সুবিজ্ঞ অধ্যাপকৰ বক্তৃতা শুনি 'শকুন্তলা' নাট পঢ়াৰ সৌভাগ্য মোৰ হোৱা নাছিল। তথাপি শকুন্তলা পাঠৰ লোভ সামৰিব নোৱাৰি সুবিজ্ঞ পণ্ডিতৰ দ্বাৰা সম্পাদিত পুথিৰ টিকা--টিপ্পনীবোৰ তন্নতন্নকৈ বুজি লৈ মহাকবিৰ অমৰ জীয়াৰীৰ কাষ চাপিবলৈ ভয়ে ভয়ে সাহ কৰিছিলো আৰু লগতে আইবো বাৰ্তা গঙ্গাৰো যাত্ৰা হওক বুলি অসমৰ নাটঘৰৰ উপযোগী কৰি 'অভিজ্ঞান শকুন্তলম'ৰ এটা নতুন অসমীয়া ৰূপান্তৰ উলিয়াবলৈ কাপ হাতত তুলি লৈছিলোঁ। প্ৰথমতে ভাবিছিলো, যোগ-বিয়োগ কৰি অলপ সময়ৰ ভিতৰতে ভাওনা পাতিব পৰাকৈ মোৰ 'শকুন্তলা' নাট যুগুত কৰিম। পিছে মহাকবিৰ নাটৰ ভিতৰত থকা ভাব-ছন্দ-অলঙ্কাৰ আদিৰ ৰমকজমক উপবনত সোমাই ভাৰতীয় নন্দনকাননৰ পাৰিজাত-পাহিৰ অঙ্গক্ষত কৰিবলৈ সাহসে নুকুলালে।

নাটখন ৰচনা কৰাৰ অলপ দিনৰ পিছতে গুৱাহাটীত অসম সাহিত্য -সভাৰ বছেৰেকীয়া অধিৱেশনত সভাপতিত্ব কৰিবলৈ আহিছিল

শ্ৰদ্ধেয় শ্ৰীকৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়া। এয়া ১৯৩৭ চনৰ ডিচেম্বৰ মাহৰ কথা। সুযোগৰ সদ্ব্যৱহাৰ কৰিবলৈ মই সভাপতিৰ বাহৰলৈ গৈ (সম্ভৱতঃ জে-বৰুৱাৰ বঙলাত) সন্দিকৈদেৱৰ কাষ চাপিছিলো আৰু ভয়ে ভয়ে মোৰ শকুন্তলা নাটৰ পাতনি এখন লিখি দিবলৈ তেওঁক খাটনি ধৰিছিলো। তেওঁ যে এই নিঃকিন নাট্যকাৰৰ অনুৰোধ ৰক্ষা কৰিব, সেই কথা হ'লে ভবা নাছিলোঁ। সন্দিকৈদেৱে মোৰ লগত অলপ সময় কথা পাতি মই আগবঢ়োৱা কিতাপখনৰ পাত লুটিয়াই চাই পিছৰ জহৰ বন্ধত পাতনি লিখি দিম বুলি কথা দিলে। মই এটা দেৱদুৰ্লভ বস্তু লাভ কৰাৰ দৰে আনন্দ লাভ কৰি ঘৰলৈ উলটি আহিলোঁ। সেই বছৰ জহৰ বন্ধৰ আগে আগে সন্দিকৈদেৱৰপৰা কাৰ্ড এটা পালোঁ, সময়ৰ অভাৱত পূজাৰ বন্ধত পাতনি লিখি দিয়াৰ কথাৰে। পূজাৰ বন্ধৰ আগে আগে আকৌ এটা কাৰ্ড, বৰদিনৰ বন্ধৰ কথাৰে। এইদৰে কেবাটাও বন্ধ পাৰ হ'ল আৰু মই সোঁৱৰাই নিদিয়াকৈ প্ৰতি বন্ধৰ আগে আগে একোটা কাৰ্ড পাই সন্দিকৈদেৱে তেওঁৰ কৰ্ম-ব্যস্ত জীৱনতো এই নিচিনা সৰুসুৰা কথাবোৰলৈ কেনেকৈ মনত ৰাখে আৰু যে কোনো কামলৈকে অৱহেলা নকৰে সেই কথা ভাবি স্তম্ভিত হৈছিলোঁ। ইও প্ৰকৃত ডাঙৰ মানুহৰ লক্ষণ। অৱশেষত ৪০ চনৰ জানুৱাৰী মাহত মোৰ অভিলষিত পাতনিখন পাই ধন্য হলোঁ। পণ্ডিতপ্ৰবৰ সন্দিকৈদেৱৰ হাতৰ পাতনিৰ সাত-সৰীধাৰ পিন্ধাই মোৰ শকুন্তলাক সালঙ্কৃতা কৰি পাঠকৰ আগলৈ উলিয়াবলৈ সাহ হ'ল। ১৯৪০ চনৰ পূজাৰ আগে আগে নাটখনৰ প্ৰথম সংস্কৰণ প্ৰকাশ হৈছিল।

শকুন্তলাক সাতসৰী পিন্ধোৱাৰ কেইবছৰমান পিছত সন্দিকৈ ডাঙৰীয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম উপাচাৰ্য্য হৈ আহিল। দূৰৰ গঙ্গা ওচৰ চাপিল। মই নকলেও হব যে এসময়ত অসমত সৰ্বপ্ৰধান ,বৃহৎ কলেজ যোৰহাট জগন্নাথ বৰুৱা কলেজৰো প্ৰথম

অধ্যক্ষ হিচাপে সন্দিকৈদেৱে জেউতি চৰাইছিল। গুৱাহাটী বিশ্ববিদ্যালয় তেওঁৰ কৰ্মদক্ষতাৰ অন্যতম বৃহত্তৰ স্তম্ভ নিশ্চয়। সন্দিকৈ মানুহজন আনতকৈ বেলেগ। তেওঁ যাকে তাকে দেখা নকৰে, যাৰে তাৰে লগত কথা নেপাতে, আনকি কামৰ মাজত কথাৰ হেঁচা পৰে বুলি তেওঁ উপাচাৰ্য্যৰ বঙলাত ফোন এটাও নেৰাখে। ধৃতৰাষ্ট্ৰই সঞ্জয়ৰ চকুৰে দেখা পোৱাৰ নিচিনাকৈ তেৱোঁ জনচেৰেক বিশ্বস্ত বন্ধুৰ যোগেদি দাঁৰৰ বাতৰি দাঁৰে পাই আছিল আৰু বাতৰি-কাকত, আলোচনী আদি চুককোণ মাৰি পঢ়ি কোনে ক'ত কি ভাল কাম কৰিছে, বেয়া কাম কৰিছে, এই সকলোবোৰ খবৰ ৰাখিছিল। বিশ্বস্তসকলৰ ভিতৰত আছিল ড° বাণীকান্ত কাকতি, শ্ৰীশৰৎকুমাৰ দত্ত (বৰ্তমানে কুৰুক্ষেত্ৰ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য), ড° বিৰিঞ্চিকুমাৰ বৰুৱা, ৰেজিষ্ট্ৰাৰ ফণী দত্ত, ডেপুটি ৰেজিষ্ট্ৰাৰ শ্ৰীচিদানন্দ দাস (প্ৰাক্তন ৰেজিষ্ট্ৰাৰ) আৰু ডাঃ ভুবনেশ্বৰ বৰুৱা প্ৰভৃতি। মন্ত্ৰী, সভাসদ আৰু আন কোনো উচ্চ পদৰ লোকক খাটিৰ নকৰাকৈ তেওঁ স্বতন্ত্ৰীয়াভাৱে নিজৰ কাম কৰি গৈছিল। অসমীয়া সাহিত্যিকবিলাকক তেওঁ যথাস্থানত অগ্ৰাধিকাৰ দিছিল।

মই তেওঁক তেওঁৰ বঙলাত কেবাদিনো দেখা কৰিছিলোঁ। কোনোদিনে তেওঁ মোক প্ৰত্যাখ্যান কৰা নাছিল, অৱশ্যে মই কিবা এটা কাম লৈহে গৈছিলোঁ আৰু অনাহকত কথা চোবাই সময় নষ্ট কৰিবলৈ যোৱা নাছিলোঁ। এদিন আবেলি মোৰ বন্ধু দৈৱচন্দ্ৰ তালুকদাৰো তেওঁক দেখা কৰিবলৈ গৈছিল। সন্দিকৈ চাহাবৰ বঙলাৰ ভিতৰলৈ তালুকদাৰ যোৱাৰ বতৰা গ'ল। চাহাবে তালুকদাৰক বহিবলৈ কৈ পঠিয়ালে। তালুকদাৰ বাহিৰৰ বৈঠকখানাত বহিল। পাঁচমিনিট, দহমিনিট, পোন্ধৰমিনিট গ'ল। আধাঘণ্টা হ'ল, তথাপি সন্দিকৈ ভিতৰৰপৰা ওলাই অহা নাছিল। তালুকদাৰৰ ধৈৰ্য্যচ্যুতি ঘটিবৰ উপক্ৰম হৈছিল। আমো নাই, ফৰ্মুটিও নাই। এইদৰে বোলে প্ৰায় ৪০ মিনিট পাৰ হৈ গৈছিল। অৱশেষত

কৃষ্ণপ্ৰভু মণিকূটৰপৰা ওলাল। তালুকদাৰে সকাহ পালে ; কিন্তু কোনো কথা সুধিবলৈ নৌপাওঁতেই "ব'লক তালুকদাৰ" বুলি সন্দিকৈ বাহিৰলৈ ওলাল। সেই দিনা তেওঁ তালুকদাৰক গধূলিৰ ভ্ৰমণৰ সঙ্গী কৰি ললে। দুয়ো উজানবজাৰৰ পানীকলৰ পৰ্বতত উঠিলগৈ। তাৰপৰা ভৰলুমুখৰ শান্তিপুৰত তালুকদাৰৰ ঘৰ—একেবাৰে পুবৰপৰা পশ্চিমলৈ বাটে বাটে দুয়ো কথা পাতি গৈছিল। আন কথা নহয়, অসমীয়া সাহিত্যৰ কথা, অসমীয়া সাহিত্যিকৰ কথা। তালুকদাৰক তেওঁৰ ঘৰত থৈ সন্দিকৈ উভতিল। তালুকদাৰৰ খংটো জামৰি পানীকৃত্যা হৈ গলেই, সেই ভ্ৰমণৰ মধুৰ স্মৃতি তেওঁ জীৱনৰ শেষ দিনলৈকে সুঁৱৰিছিল। যোৰহাটত থকা নিজৰ ঘৰ-দুৱাৰ, পৰিয়াল, বাগিচা, সকলোৰে লগত সাময়িকভাৱে সম্পৰ্ক ত্যাগ কৰি সন্দিকৈদেৱে কঠোৰ শ্ৰমেৰে গুৱাহাটী বিশ্ববিদ্যালয়খনক এনেভাৱে গঢ়ি থৈ গ'ল যে তাৰ তুলনা নাই।

এইজন কৃষ্ণকান্ত সন্দিকৈক আজিৰ সাধাৰণ মানুহে এজন বিদগ্ধ পণ্ডিত বুলিহে জানে কিন্তু তেওঁ যে এসময়ত এজন থিয়েটাৰপ্ৰেমী আৰু নিজেও শিল্পী আছিল, সেই কথাৰ বহুতে ভু নেপায়। কলিকতীয়া ছাত্ৰজীৱনত তেওঁৰ থিয়েটাৰ চোৱাতো চখ আছিল বুলি মই মোৰ জেঠেৰী শৈলেন্দ্ৰকুমাৰ দত্তৰ পৰা জানিব পাৰিছিলো। দত্তয়ো হেনো তেওঁৰ জহতে লগৰীয়া হিচাপে থিয়েটাৰ চাবলৈ সুযোগ পাইছিল। তদুপৰি এসময়ত সন্দিকৈদেৱেও গীত, সংস্কৃত-স্তোত্ৰ, শিশুপ্ৰবন্ধ আদিও ৰচনা কৰিছিল। সেইবোৰ আলোচনী, বাঁহী, অৰুণ ( প্ৰথমখন ) আদি আলোচনীত প্ৰকাশ হৈছিল।

এইজন বাণীপুত্ৰৰ অন্তৰত আজিও যে কবিপ্ৰতিভা অন্তঃসলিলা ফল্গুৰ দৰে লুকাই আছে তাৰ শেহতীয়া প্ৰমাণ পোৱা যাব তলত তুলি দিয়া পত্ৰখনত। যোৱা বহাগ বিহুত মই তেওঁলৈ 'ঐক্যতান' নামৰ কবিতাপুথি এখনি পঠাই দিছিলোঁ। এয়া তাৰে উত্তৰ ঃ

স্নেহাস্পদেষু, আপোনাৰ 'ঐক্যতান' পাই সুখী হলোঁ।

প্ৰিয়জনে দিয়া খালোঁ হেঁপাহেৰে
ৰঙালি বিহুৰ পিঠা,
নৱ বৰষৰ স্নেহ-সম্ভাষণ
অতিকৈ লাগিল মিঠা।

(স্বাঃ) শ্ৰীকৃষ্ণকান্ত সন্দিকৈ (৮।৫।৭৬)

চমু কথাত কব লাগিলে, দানবীৰ ৰাধাকান্ত সন্দিকৈ-ডাঙৰীয়াৰ সুপুত্ৰ জ্ঞানবীৰ শ্ৰীকৃষ্ণকান্ত সন্দিকৈদেৱ অসমৰ দ্বিতীয় আনন্দৰাম বৰুৱা।

## বেজ আৰু মাজু

লক্ষ্মীনাথ বেজবৰুৱা (বেজ) চন্দ্ৰকুমাৰ আগৰৱালা (মাজু) আৰু হেমচন্দ্ৰ গোস্বামী (গোসাঁই) এই তিনিজনা আছিল বিখ্যাত 'জোনাকী-যুগৰ ত্ৰিমূৰ্তি'—অসমীয়া সাহিত্যৰ বিভিন্ন বিভাগৰ লাই-খুটা। তিনিওজন আছিল নলেগলে লগা বন্ধু। বেজ আৰু গোসাঁইৰ মাজত কেতিয়াবা কোনো কথাত মতভেদ হৈছিল। সাহিত্যক্ষেত্ৰত চুৰ্ৰীয়াকৈ খকাখুন্দাও লাগিছিল। কিন্তু ব্যক্তিগতভাৱে তেওঁলোকৰ বন্ধুত্ব সদায় অম্লান হৈ আছিল। এই মতভেদবোৰ আছিল আদালতত দুই পক্ষৰ উকীলে কৰা তৰ্কযুদ্ধৰ লেখীয়া। আদালতৰ বাহিৰ ওলালেই সেই যুদ্ধৰ যৱনিকাপতন। বেজ আৰু মাজু হলে সকলো বিষয়ে 'অভিন্ন হৃদয়'। তেওঁলোক দুজনৰ মাজত কোনোদিনে দাঁতে-ওঁঠে লগা নাছিল।

চন্দ্ৰকুমাৰ আৰু লক্ষ্মীনাথৰ চিন্তাধাৰাও কোনো কোনো ক্ষেত্ৰত একমুখী হৈ বৈ যোৱা দেখা যায়। উদাহৰণ স্বৰূপে বেজবৰুৱাই

'বীণবৰাগী' লিখিলে, চন্দ্ৰকুমাৰেও 'বীণবৰাগী' লিখিলে। অৱশ্যে একে হলেও দুয়োজন বীণবৰাগীৰ দুটা সুকীয়া ৰূপ স্পষ্ট। সেইদৰে চন্দ্ৰকুমাৰে বনগীতসুৰীয়া কাহিনী-কবিতা 'তেজীমলা', 'জলকুঁৱৰী' আৰু 'বনকুঁৱৰী' লিখিলে। বেজবৰুৱায়ো লিখিলে 'ধনবৰ-ৰতনী' আৰু 'নিমাতী কইনা'। বেজবৰুৱাই কৃপাবৰী ৰূপত ৰচিলে :

বি-এ পাছ কৰি বি-এ জগন্নাথ হ'ল,
চৰ্কাৰী বিষয় ঠেলি চাহনিলৈ গ'ল।
অবাক অসমীয়াবোৰ ইকি কথা হ'ল,
পঢ়িশুনি জগন্নাথ জহন্নামে গ'ল।

সেই একে সুৰতেই সুৰ মিলাই চন্দ্ৰকুমাৰেও স্বাধীন ব্যৱসায়ৰ প্ৰতি বিমুখ অসমীয়া ডেকালৈ টোৱাই 'চাকৰি-স্তোত্ৰ' ৰচি চোকা কাঁড় নিক্ষেপ কৰিলে। এইদৰে দুই বন্ধুৰ চিন্তা-চৰ্চা, ধ্যান-ধাৰণাৰ বিষয়ে যোগসূত্ৰ বিচাৰি উলিয়াব পাৰি। স্বৰ্গতো অধিক জনমভূমিৰ সেৱাতেই দুয়োগৰাকীয়ে জীৱনপাত কৰিলে বুলি কলে বঢ়াই কোৱা নহয়। বেজবৰুৱাৰ 'এনেখন শুৱলা, এনেখন সুফলা, এনেখন মৰমৰ দেশ' আৰু চন্দ্ৰকুমাৰৰ 'অসমা সুষমা কামৰূপা কামদা' একেজনা অসম মাতৃয়েই।

শঙ্কৰ—মাধৱৰ মিলনত যেনেকৈ মণি-কাঞ্চনৰ সংযোগ ঘটিছিল সেইদৰে লক্ষ্মীনাথ আৰু চন্দ্ৰকুমাৰৰ মিলনো অসমীয়া ভাষা-সাহিত্যৰ বাবে সোণ-সুৱগাৰ মিলন হৈছিল বুলি কব পৰা যায়। মাজুৱে তেওঁৰ বন্ধু বেজক সম্পদে-বিপদে কোনো দিনেই এৰা দিয়া নাছিল আৰু যেতিয়াই আৱশ্যক হৈছিল তেতিয়াই সজ নিৰ্ভীক পৰামৰ্শ দিবলৈকো সঙ্কোচবোধ কৰা নাছিল। নিজৰ অভিভাৱকৰ বিৰুদ্ধাচৰণ কৰি বেজবৰুৱাৰ অসবৰ্ণ বিয়াখনতো চন্দ্ৰকুমাৰে সমাজলৈ কেৰেপ নকৰি প্ৰকাশ্যভাৱে সঁহাৰি জনাইছিল। খুহুটীয়া প্ৰকৃতিৰ 'বেজে' কিন্তু সুবিধা পালেই তেওঁৰ বন্ধু 'মাজু'ক জোকাবলৈ কৃপাবৰক লগাই দি ৰান্ধনি উচটাই জোল খাইছিল। কৃপাবৰে নাবা বুলিলেও

চাৰিচাপৰ মাৰে, বা বুলিলেতো কথাই নাই। বিয়া নকৰাওঁ বুলি বছৰবোৰ বগৰাই দি থকা চন্দ্ৰকুমাৰে যেতিয়া বিয়াৰ বান্ধত সোমাল তেতিয়া কুপাবৰে হাতত লাওটোকাৰী লৈ গাইছিল ঃ

কেৰ্কোচ কেৰ্কোচ বৰাগী ভটীয়াই গ'ল
ধনশিৰিমুখতে ৰ'ল,
বৰাগিনী লগ পাই আমাৰ বৰাগী ভাই
যোলকনীয়াটো হ'ল।

এই বৰাগীজন আছিল উজনিৰ তামোলবাৰী চাহবাগিচাত থকা চন্দ্ৰকুমাৰ আৰু বৰাগিনীজনী আছিল নামনিৰ ধনশিৰিমুখ গোলাঘাটৰ দণ্ডধৰ ডাঙৰীয়াৰ কন্যা চন্দ্ৰকুমাৰৰ জীৱনসঙ্গিনী।

অসমীয়া সাহিত্য-সংস্কৃতিৰ উন্নতি-সাধনৰ বাবে আৰু জাতি-গঠনৰ কামত চন্দ্ৰকুমাৰ আগৰৱালাই নানা তৰহৰ অৰিহণা যোগাইছিল; কিন্তু তেওঁ তাৰ বেছিভাগকে পৰোক্ষভাৱে নাইবা অন্তৰালৰপৰা কৰিহে তৃপ্তি পাইছিল। তেওঁ কোনোদিনে নিজৰ জয়ঢোল বজোৱা নাছিল, আনকো বজাবলৈ নিদিছিল। যশ-সন্মান নাইবা আত্মপ্ৰচাৰৰ তেওঁ সমূলি পক্ষপাতী নাছিল। আগৰছোৱাৰ কথা কব নোৱাৰোঁ, পিছৰছোৱা জীৱনত হলে তেওঁ সভা-সমিতি-বোৰলৈ যোৱা নাছিল। চাঁদা-বৰঙনি অৱশ্যে দিছিল। নাম প্ৰকাশ নকৰাকৈ তেওঁ গুৱাহাটীৰ কংগ্ৰেছ মহাসভালৈকো অৰিহণা আগবঢ়াইছিল। অসম সাহিত্য-সভাৰ লোভনীয় সন্মানৰ সভাপতিৰ পদটো লবলৈকো তেওঁ একোপধ্যে সন্মত নহ'ল। সেয়েহে কুপাবৰে ব্যঙ্গ কৰি কবলগীয়া হৈছিল ঃ

বাৰহাত জালৰ তেৰহাত ফটা,
ভাল মাৰিলি ঘেটা বাপৰ বেটা।
ৰৌ-বৰালি সৰকি গ'ল,
পুঠি-খলিহা পাহে পাহে ৰ'ল।

এই বৰবৌটোৱেই আছিল 'প্ৰতিমা'ৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালা।

এইখিনিতে জানি থোৱা ভাল, জাল ফালি সৰকি যোৱা এই নিচিনা আৰু তিনিটা বৰবৌ হৈছে : লক্ষ্মীনাথ ফুকন, অমিয়কুমাৰ দাস আৰু শ্রীপ্রসন্নলাল চৌধুৰী । দৈৱচন্দ্ৰ তালুকদাৰ জালত সোমাওঁ সোমাওঁ হৈছিল। হেন সময়তে তেওঁ ভুটুং কৰি উৰা মাৰি অচিন দেশলৈ গুচি গ'ল।

---

## সংৰক্ষিণী বীৰ

সাত পুৰুষৰ শ্ৰাদ্ধ কৰে কোনে
সানি তাত কলাখাৰ,
সত্য নে অসত্য প্ৰিয় নে অপ্ৰিয়
নকৰি বিচাৰ তাৰ ?
ডেকা অসমৰ বল দেশপ্ৰেমৰ ধল
হাতত টাঙোনমাৰি,
আহে আগবাঢ়ি সংৰক্ষিণী-বীৰ
সউ যে অম্বিকাগিৰী ।

—মুকুতামালা

আজি বহু বছৰ আগতে মই অম্বিকাগিৰী ৰায়চৌধুৰীদেৱক উদ্দেশ্য কৰি ওপৰত তুলি দিয়া কবিতা আঠশাৰী ৰচনা কৰিছিলো। এই কবিতাফাঁকিয়েই ৰায়চৌধুৰী মানুহজনৰ এখনি সৰু ফটোগ্ৰাফ বুলি মই ভাবোঁ। ইয়াক 'এনলাৰ্জ' কৰিলে অৰ্থাৎ বহলাই ব্যাখ্যা কৰিলে গোটেই মানুহজনেই ফটফটীয়া হৈ আমাৰ আগত জিলিকি উঠিব। ই অৱশ্যে এটা দিশৰপৰা লোৱা আলোক-ছবিহে। আন বেলেগ বেলেগ দিশৰপৰা নিৰীক্ষণ কৰিলে অৱশ্যে

ৰায়চৌধুৰীদেৱৰ অন্য ৰূপো দেখা পোৱা যাব। কবিতাৰ প্ৰথম চাৰিশাৰী তাৎপৰ্যামূলক। ৰায়চৌধুৰীৰ দেশপ্ৰেম ইমান উগ্ৰ আছিল যে কোনো কোনো সময়ত অসম আৰু অসমীয়াৰ সম্পৰ্কে কিবা এটা অশুভ বতৰা প্ৰচাৰ হোৱা মাত্ৰকে তেওঁ অতিশয় বিচলিত হৈ পৰিছিল। বাতৰিটোৰ সঁচা-মিছা টলকি চাবলৈ তেওঁৰ ধৈৰ্য্য নাছিল। ততালিকে তাৰ প্ৰতিবিধানৰ বাবে তেওঁ যত্নপৰ হৈছিল। কোনোবাই অসমৰ স্বাৰ্থৰ প্ৰতিকূল আচৰণ কৰা শুনিলে অপ্ৰিয় হলেও মুখৰ আগতে সেই মানুহজনক কটু কথা কবলৈকো তেওঁ সঙ্কোচবোধ নকৰিছিল। তেওঁ নিজে যিটো শুদ্ধ বুলি ভাবিছিল তাকে কৰিছিল আৰু তাকে কৈ ফুৰিছিল। এবাৰ বাতৰিকাকতত তেওঁ সাহিত্য-পেঞ্চন পোৱা বুলি বতৰা এটা ছপা হ'ল। তাৰ সত্যাসত্য নিৰূপণ কৰিবলৈ তেওঁ বাট নেচালে। এখন সভাত তেওঁ দুখীয়া ল'ৰাক সেই পেঞ্চনৰ ধন দান কৰি দিলেই। পিছত জনা গ'ল যে পেঞ্চনৰ প্ৰস্তাৱটো তেতিয়াও চৰ্কাৰৰ উমনিতে আছিল আৰু পিছত সেই উমনিও ঘোলা হ'ল।

ৰায়চৌধুৰীৰ গাত থকা উগ্ৰ দেশপ্ৰেম অথবা অসমপ্ৰেম একমাত্ৰ 'চিন্তানল'ৰ কবি মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্য্যৰ গাত দেখা পাবলৈহে আমাৰ সৌভাগ্য হৈছিল। দেশপ্ৰেমত উদ্বুদ্ধ সাহিত্যিক জননায়ক আৰু অনেকেই আছিল নিশ্চয়, কিন্তু ভট্টাচাৰ্য্য আৰু ৰায়চৌধুৰীৰ দেশপ্ৰেমৰ স্বকীয়া বৈশিষ্ট্য আছিল। এই কথাৰ সাক্ষ্য বহন কৰি ভট্টাচাৰ্য্য ডাঙৰীয়াৰ 'চিন্তানল' আৰু ৰায়চৌধুৰীদেৱৰ 'বেদনাৰ উল্কা' আমি হাতে ঢুকি পোৱাতে আছে। চিন্তাৰ অনল আৰু বেদনাৰ উল্কাই দুইজন দেশপ্ৰেমিক কবিকে, দুইজন নমস্য দেশনেতাকে দিঠকে-সপোনে দহিপুৰি মাৰিছিল। ৰায়চৌধুৰীয়ে ওৰেজীৱনে অসম দেশৰ কথা আৰু অসমীয়া জাতিৰ কথাকে অহৰ্নিশে চিন্তা কৰিছিল। তেওঁৰ চিন্তাধাৰা আৰু কৰ্মপদ্ধতিৰ কোনো কোনো বিষয়ত আমি একমত নহব পাৰোঁ কিন্তু সেয়ে হলেও তেওঁৰ আন্তৰিকতা আৰু তীব্ৰ অসমপ্ৰেমৰ কথা কোনেও মুই কৰিব নোৱাৰে।

———

# জ্বালামুখী মহেন্দ্রপ্রতিভা

কৃতী অভিনেতা মহেন্দ্রনাথ ডেকাফুকন কোনো ৰঙ্গমঞ্চৰ লগত বেছিদিন সাঙোৰ খাই থকা নাছিল। মুকলি জগৎখনেই আছিল তেওঁৰ বাবে ৰঙ্গমঞ্চ। তাত তেওঁৰ বাস্তৱধৰ্মী কাৰ্য্যকলাপ আৰু বক্তৃতাই মুকলিমঞ্চৰ অভিনয়কো চেৰ পেলাইছিল। এনে এটা দৃশ্য অভিনীত হৈছিল তেজপুৰ জাহাজঘাটত। এখন বিয়াৰ বৰযাত্ৰী হৈ দৰাৰ লগত গৈছিল ডেকাফুকন। দৰা ডেকাফুকনৰ শিষ্য ডেকাবেজ মাধৱ বেজবৰুৱা। কইনাৰ ঘৰ তেজপুৰত। তেতিয়া গুৱাহাটী-তেজপুৰৰ মাজত আজিকালিৰ দৰে ট্ৰেন্সপোৰ্ট নাছিল। জাহাজেই আছিল অগতিৰ গতি। আবেলি জাহাজত উঠিলে পিছ দিনা ৰেপুৱাতে তেজপুৰত নামিব পৰা গৈছিল। বিবাহযাত্ৰীৰ দলটোৰ তৃতীয় শ্ৰেণীৰ টিকট থকা হুই এজনে ওপৰ মহলাৰ প্ৰথম শ্ৰেণীত ডেকাফুকন আৰু ডেকাবেজৰ কেবিনত আৰামেৰে গৈছিল। জাহাজৰ চাৰেঙে কথাটো টলকিব পাৰি মাজে-সময়ে এবাৰ টহল দি তৃতীয় শ্ৰেণীৰ যাত্ৰীকেইজনক টেলেকাটেলেকিকৈ চাই গৈছিল; কিন্তু কাষত সেই দিনা জাহাজৰ স্বয়ম্ভু বৰমূৰীয়া মহেন্দ্ৰনাথক দেখি টিকট সাধিবলৈ নাইবা যাত্ৰীকেইজনক তললৈ নমাই দিবলৈ সাহস কৰা নাছিল। যথা সময়ত আঁউসীৰ ধাৰ পূৰ্ণিমাত শুজিবলৈ অৰ্থাৎ জাহাজৰ পৰা নামি যাওঁতে সেই ওপৰমহলাত অনুপ্ৰবেশকাৰী কেইজনক শ'লঠেকত পেলাবলৈ চান্দি আছিল।

ফেঁহুজালি দিলে। বাতি পুৱাল। যাত্ৰাৰ সামৰণি পৰিল। যাত্ৰী-বিলাক জাহাজৰপৰা নামিবলৈ আৰম্ভ কৰিলে। চাৰেঙে জাহাজৰ বাটত হেঙাৰ দি এটা এটাকৈ টিকট পৰীক্ষা কৰি যাত্ৰীবিলাকক

নামিবলৈ অনুমতি দি আছিল। যথা সময়ত বিবাহযাত্ৰী কেইজনো নামিবলৈ দলেবলে জাহাজৰ চিৰিত উঠিলগৈ। আগত বৰসেনাপতি ডেকাফুকন। তেওঁ খোজৰ লগতে বক্তৃতাৰ বুলেট চলালে। তেওঁ কৈছিল—'এইখন কাৰ দেশ? এই বৰলুইতখন কাৰ? পাৰত থকা সৌ সেউজীয়া পৰ্বতশ্ৰেণী কাৰ? ইয়াৰ অধিবাসী কোন? ইয়াৰ মালিক কোন?' ইত্যাদি ইত্যাদি। উত্তেজনাপূৰ্ণ সেই বক্তৃতাটো আছিল এনে ধৰণৰ। গৰম বক্তৃতা শুনি জাৰত ঠেৰেঙা লগা জাহাজ-যাত্ৰী আৰু পাৰৰ মানুহবোৰ গা গৰম হৈছিল। টিকটপৰীক্ষক চাৰেঙেও সেই বক্তৃতা শুনি আমোদ লাভ কৰিছিল। অৱশ্যে বক্তৃতাৰ লগে লগে আগবাঢ়ি বৰযাত্ৰীবিলাক জাহাজৰ হেঙাৰ পাৰ হৈ নামি গ'ল। বপুৰা চাৰেঙে ভেবাৰাম হৈ মুখ মেলি চাই থাকোঁতে ক'ৰ মানুহ কেনি গ'ল টলকিবকে নোৱাৰিলে। ডেকাফুকনৰ পাছে পাছে যোৱা কম টিকটত ভ্ৰমণ কৰা যাত্ৰীকেইজনৰ মূৰৰ ওপৰেদি লটি-ঘটি হোৱা এটা বিষ্ট হেলাৰঙে পাৰ হৈ গ'ল। এনেকুৱাই আছিল ডেকাফুকনৰ উপস্থিত-বুদ্ধি আৰু বাগ্মিতা। বিবাহযাত্ৰীসকলৰ অন্যতম শ্ৰীনাৰায়ণচন্দ্ৰ বেজবৰুৱাই আজিও ডেকাফুকনৰ সেই ৰণজয়ী বক্তৃতাটো হুবহু মাতি শুনাব পাৰে। এনে আমোদী সঁচা সাধু ডেকাফুকন আৰু দেশভক্ত ফুকনৰ জীৱনত অলেখ।

ডেকাফুকনে অসমীয়া, বঙলা, হিন্দী, ইংৰাজী, নেপালী আৰু কামৰূপী কথিত ভাষাত অনৰ্গল বক্তৃতা দিব পাৰিছিল, যেহা লগাই শ্ৰোতাক অকণো আমনি নিদিয়াকৈ, বৰং আমোদ দি। তেওঁৰ বক্তৃতা আছিল উচ্চ থাপৰ। নাটকীয় ভঙ্গীত দিয়া সেই বক্তৃতা-বোৰত আছিল আৱশ্যকমতে বীৰৰসৰ ক্ষুৰধাৰ, হাস্যৰসৰ মোজোল, জাতীয় ভাবৰ অখণ্ড প্ৰবাহ, বহুৱা-বৰাগীৰ লাও-টোকাৰীৰ সুৰ, বেজবৰুৱাৰ কাহুদী-খাৰলি। ডেকাফুকন আৰু দেশভক্ত ফুকনৰ বক্তৃতা সমপৰ্য্যায়ৰ আছিল বুলি কলে ভুল কৰা নহব, অৱশ্যে হব পাৰে উনৈছ-বিছ।

মহেন্দ্র-প্ৰতিভা মূৰ্ত হৈ ফুটি উঠিছিল কথাত, কামত, চকুৰ দীপ্তিত, বক্তৃতাৰ ভঙ্গীত। তেওঁক আমি কেৱল এটা ৰূপতেই দেখা পোৱা নাছিলো, দেখিছিলো বিভিন্ন ৰূপত, বিভিন্ন বেশত, যেন এক বহুৰূপী শিল্পীহে। কেতিয়াবা দেখিছিলো মুগাৰ চুৰিয়া পাটৰ পাগুৰিৰে, কেতিয়াবা দেখিছিলো খাকী হাফপেণ্ট আৰু চাহাবী হেটেৰে মিলিটাৰী বেশত, কেতিয়াবা আকৌ দেখিছিলো হাতত কোৰ, লগত জাপিৰে, কেতিয়াবা দেখিছিলো হাতত ত্ৰিশূল, গাত কৌপিনেৰে সন্যাসী বেশত। লগত এজন বঙালী চেলা। সেই চেলাজন কোন আছিল সিও এটা দুৰ্বোধ্য সাঁথৰ। এনে বিসঙ্গতিবোৰ দেখি সঁচাকৈয়ে মানুহজননো কি আছিল বহু সময়ত ওপৰচকুৱা হৈ চালে বুজিবলৈ টানেই লাগিছিল; কিন্তু এইবোৰৰ অন্তৰালত যে এক গভীৰ আৰু উগ্ৰ স্বদেশপ্ৰেম নিহিত হৈ আছিল সেই কথা হলে নুই কৰিব নোৱাৰি।

তেওঁৰ ভাৰতমুখী জাতীয়প্ৰেম পিছলৈ অসমমুখী জাতীয় প্ৰেমত পৰিণত হৈছিল। অসমৰ স্বাৰ্থৰ লগত, অসমীয়াৰ স্বাৰ্থৰ লগত তেওঁ নিজকে ওতপ্ৰোতভাৱে মিলাই দিছিল। ন্যস্ত স্বাৰ্থৰ বিৰুদ্ধে, অসমীয়াৰ জাতীয়স্বাৰ্থ ৰক্ষাৰ অৰ্থে তেওঁ সিংহৰ দৰে গৰজি উঠিছিল। বাটে-ঘাটে, সভাই-সমিতিয়ে বজ্ৰকণ্ঠে মাত মাতিছিল। অসমীয়া ডেকাশক্তিক উদ্বুদ্ধ কৰিবলৈ সততে চেষ্টা কৰিছিল। ৰজাক ককাই নোবোলা ডেকাফুকনে প্ৰয়োজনমতে ভাৰতৰ ভাগ্য-বিধাতাসকললৈকো তীব্ৰ বাক্যবাণ নিক্ষেপ কৰিছিল। মোগলবিজয়ী লাচিতৰ হেংদানখন আছিল তেওঁৰ হাতৰ কল্পিত অস্ত্ৰ আৰু সেই কাৰণেই প্ৰথমতে তেওঁ ডেকাফুকন হৈ পিছত হৈছিলগৈ মহেন্দ্ৰনাথ মাইহাং ('মই হেংদান') ফুকন। এইখিনিতে উল্লেখ কৰিব পাৰি যে তেওঁৰ বংশগত উপাধি ফুকনহে, পিছত প্ৰখ্যাতি লাভ কৰা ডেকাফুকন উপাধি আছিল তেওঁৰ নিজৰ সৃষ্টিহে।

অপ্ৰিয় হলেও কব লাগিব যে এইজন বজ্ৰহীন মহেন্দ্ৰৰ গাত বহুমুখী প্ৰতিভাৰ সংমিশ্ৰণ হৈছিল যদিও সুসমন্বয় হোৱা নাছিল। এক কথাত এইজনা বৰেণ্য শিল্পী আছিল প্ৰতিভাৰ জ্বালামুখী। কেতিয়াবা উদ্‌গীৰণ হৈছিল সোণ-ৰূপ, কেতিয়াবা আকৌ অগ্নিশিখা। উগ্ৰতা, আকোৰগোজ মনোভাব আৰু সময়ে সময়ে ক্ৰোধৰ মাত্ৰাধিক্য এই অদ্ভুত মানুহজনৰ চৰিত্ৰৰ এটা বৈশিষ্ট্য আছিল। সেয়ে নোহোৱা হলে তেওঁৰ পৰা ভালেখিনি স্থায়ী বহুমূলীয়া সম্পদ পোৱা গ'লহেঁতেন। তেওঁৰ বিষয়ে এইদৰেই কব পৰা যায় যে এইজন সব্যসাচী শিল্পী ডেকাফুকন আছিল এক প্ৰহেলিকা, এক বিস্ময়কৰ বিস্ময়, এক আপোচবিহীন অদম্য শক্তি, স্বদেশপ্ৰেমৰ এটি অগ্নিস্ফুলিঙ্গ—প্ৰতিভাৰ জ্বালামুখী।

— ——

# ফটা কঁথাৰ সোণ

মই ছাত্ৰাৱস্থাত পদ্মনাথ গোহাঞিবৰুৱা সম্পাদিত 'জীৱনী-সংগ্ৰহ' পঢ়ি বৰ সোৱাদ পাইছিলো, উপকৃতো হৈছিলোঁ। সেই পুথিত থকা ভালেমান গাজত মৰা কথাই মোৰ ল'ৰামনত গভীৰ ৰেখাপাত কৰিছিল। আজি ঢুকুৰি আঢ়েকুৰি বছৰৰ পিছতো তাত লিখা বহু কথা মোৰ মনত আছে যেনে :

( ক ) আনন্দৰাম বৰুৱা অসমৰ প্ৰথম বি-এ, প্ৰথম বি-এছ-চি, প্ৰথম বাৰিষ্টাৰ।

( খ ) ৰামসিংহ অসমলৈ শেনটোৰ দৰে আহি ফেঁচাটোৰ দৰে উলটি গৈছিল।

( গ ) লক্ষ্মীনাথ কাকতীয়ে সদায় কাছাৰীলৈ মূৰত সৰু জাপি এটা পিন্ধি গৈছিল। সেই কাৰণে তেওঁক 'জাপি চাহাব' বোলা হৈছিল ইত্যাদি।

কিতাপখনত যিসকলৰ জীৱনী দিয়া হৈছিল সেইবোৰেই আমাক আকৃষ্ট কৰিছিল। বৰ্তমানে জনাজাতসকলৰ উপৰিও কৰ্ণেল শিৱৰাম বৰা, ডাঃ আৰুণশ্যা, গোলাপ বেজবৰুৱা, লম্বোদৰ বৰা

আদি জীৱনীবোৰ পঢ়ি মই বহুত কথা শিকিছিলো। তদুপৰি তাত থকা নাট্যাচাৰ্য্য বৰঠাকুৰ অঙ্কিত লাচিত বৰফুকন, জয়মতী কুঁৱৰী, পূৰ্ণানন্দ বুঢ়াগোহাঞিৰ ছবি কেইখন চাই ভাল লাগিছিল। গোহাঞিবৰুৱাৰ মৃত্যুৰ পিছত অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা সংশোধিত তাওৰণ জীৱনী-সংগ্ৰহত পূৰ্বৰ কালিকা ভালেখিনি টুটিছে বুলি মোৰ বিশ্বাস।

ইমানপৰে মহাদেউৰ কথা কবলৈ লৈ ভঙা লাওৰ কথাহে কলোঁ। মই এই প্ৰসঙ্গত জালনুৰ আলি চাহেবৰ কথাহে কব খুজিছোঁ। এওঁৰ জীৱনী-চৰিত জীৱনী-সংগ্ৰহত আছে নে নাই সঠিক মনত নপৰে দেখোন! আছিল যদি ভালেই, নহলেও কথা নাই। এইজন অসমৰত্নৰ কথা এদিন অসমৰ মানুহে ভালকৈ জানিছিল, পিছত হাপুৰ দিনৰ বাপুৰ বিয়াৰ কথা পাহৰি পেলাইছিল। এতিয়া পুতেক ফখৰুদ্দিন আলি আহমেদ ৰাজপীৰাত বহাৰ লগে লগে আকৌ জনা হৈছে। আনন্দৰাম বৰুৱা আৰু জালনুৰ আলি দুয়ো বিলাতলৈ একে সময়তে গৈ মুখাফুটা পণ্ডিত হৈছিল। আনন্দৰাম চিভিল-ছাৰ্ভিচত আৰু আলি চাহেবে চিকিৎসা-বিজ্ঞানত নাম কৰি অসম আইৰ মুখ উজ্জ্বল কৰিছিল।

জালনুৰ আলি বিলাতফেৰৎ ডাক্তৰ হৈ ঘৰৰ ল'ৰা ঘৰলৈ উলটি অহাত অসমৰ মানুহে তেওঁক সম্বৰ্দ্ধনা জনাই আদৰিছিল। দ্বলতিৰাম লহকৰে লিখা এটা প্ৰশস্তিমূলক কবিতা 'আলোচনী' নে 'আসাম বান্ধব'ত প্ৰকাশ হৈছিল। পঢ়ি ভাল লাগিছিল।

তাৰ পিছত শিক্ষা-জীৱন সমাপ্ত কৰি আনন্দৰাম বৰুৱা আৰু জালনুৰ আলি দুয়োজনে ওখ খাপৰ চৰ্কাৰী বিষয়া হৈ অসমত তেওঁলোকৰ কৰ্মজীৱনৰ পাতনি মেলিছিল। কিন্তু আইৰ ঘৰলৈ যাম, দুই হাতে খাম, বিধাতাই বোলে মযো পাছে পাছে যাম। কোনোজনৰে অসমত বেছি দিন থকা নহ'ল। গুৰিতে কেনা লাগিল। দুয়োজনৰে একে স্বাধীনচিতীয়া মনোবৃত্তি। জিলাধিপতি ব'গা চাহাবৰ

ব্যৱহাৰত আত্মমৰ্য্যাদাত আঘাত পাই বৰুৱা পালেগৈ বঙ্গদেশ আৰু আলি পালেগৈ উত্তৰ-পশ্চিম সীমান্তপ্ৰদেশ। গ'ল যে গ'লেই— বৰুৱাদেৱে বঙ্গদেশত হাড় পেলালে। আলিচাহেবেও ভাটীমুলুকতে গোজ পুতি গছ হৈ থাকিবলৈ ললে।

১৯২৮ চনত তেওঁ এবাৰ মাতৃমুখ-দৰ্শন কৰিবলৈ অসমলৈ আহি দিনচেৰেক গুৱাহাটীত আছিল। লগত পুতেক ফখৰুদ্দিন আলি আহমেদকো লৈ আহিছিল। কটন কলেজত তেওঁক অভিনন্দন দি সম্বৰ্দ্ধনা জনোৱা হৈছিল।

সেই সময়তে এদিন আমি আৰ্ল ল কলেজৰ ছাত্ৰবিলাকেও এখন সভাৰ আয়োজন কৰি জালনুৰ আলিৰ বক্তৃতা শুনিছিলো। সেই দিনা তেওঁ আমাৰ মাজলৈ কৰ্ণেল ডাক্তৰচাহাব হৈ অহা নাছিল, আহিছিল হাড়েহিমজুৱে অসমীয়া সাধাৰণ মুছলমান এজনৰ দৰে। বহু দিন অসমৰ বাহিৰত থাকিলেও তেওঁ অসমীয়া মাত-কথা সমূলি পাহৰা নাছিল। বিশুদ্ধ ঘৰুৱা মাত-কথাৰে তেওঁ আমাক তেওঁৰ ল'ৰাকালৰ সোণাময় দিনবোৰৰ কথা কৈ শুনাইছিল। গুৱাহাটীত তেওঁ ক'ত আছিল, কি কৰিছিল, কি খাইছিল, কেনেকৈ কোনটো খালত বৰশীত বৰলৰ টোপ গাঁথি মাছ ধৰিছিল, এনেবোৰ সৰু সৰু কথা শুনি আমি বৰ ভাল পাইছিলো। মানুহজনক বৰ আপোন আপোন লাগিছিল।

বৰ্তমান আমাৰ ৰাষ্ট্ৰপতি ভাৰতবৰ্ষৰ প্ৰথম নাগৰিক ফখৰুদ্দিন আলি আহমেদ জালনুৰ আলি চাহেবৰে সুপুত্ৰ। বাপকা বেটা, চিপাহীকা ঘোঁৰা। বাপেকতকৈয়ো পুতেক একাঠী চৰাহে হ'ল। সিদিনাখনলৈকে কোনোবাই কল্পনাও কৰিব পাৰিছিল নে যে ভাৰতৰ এগৰাকী ৰাষ্ট্ৰপতিৰ গুৰিগছজোপা থাকিব ফটা কঁথাত সোণ থকাৰ নিচিনাকৈ অসমৰে গোলাঘাট-কাষৰীয়া অখ্যাত কছাৰীহাটত?



# বহাগৰ বিয়াৰ আতিগুৰি

মই তেতিয়া স্কুলত পঢ়োঁ। সেই সময়ত ডিব্ৰুগড়ৰ পৰা এখন মাহেকীয়া আলোচনী ওলাইছিল। কাকতখনৰ নামেই 'আলোচনী'। সেইখন কাকতত বাঁহী, আসাম-বান্ধব, উষা আদি কাকতত থকাৰ দৰে অলপো উগ্ৰতা নাছিল। কাকতখন ঢিমাতেতেলা সুৰত বজাৰ বাবে কোনেও তাত উভহা উলিয়াবলৈ ছিদ্ৰ বিচাৰি নেপাইছিল। সেই সময়ত কাকতখনৰ সম্পাদক আছিল লক্ষ্মীনাথ ফুকন। সেই বছৰ 'আলোচনী'ৰ ফাগুন-সংখ্যা কাকতত এক জাকজমকীয়া বিহুসংখ্যা প্ৰকাশ হব বুলি জাননী প্ৰকাশ হ'ল। সেই সংখ্যা কাকতত পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ বুৰঞ্জীমূলক প্ৰবন্ধ আৰু ৰঘুনাথ চৌধাৰীৰ নতুন কবিতা প্ৰকাশ হব বুলি ৰজন-জনাই প্ৰচাৰ কৰি দিয়া হ'ল। কিন্তু গোস্বামী আৰু চৌধাৰীয়ে কোনেও হলে এই বিষয়ে ফুটকে পোৱা নাছিল।

জাননীখন ওলোৱাৰ কেবাদিনো পিছত গোসাঁই আৰু চৌধাৰী ছুয়োগৰাকীয়ে আগতীয়া সম্মতি নোলোৱাকৈ জাননী প্ৰকাশ হোৱাৰ বাবে ক্ষমাপ্ৰাৰ্থনা জনাই সম্পাদক লক্ষ্মী ফুকনে লিখা চিঠি পাইছিল। সেই চিঠি পায়েই গোস্বামীদেৱে এদিন 'মৰ্ণিং-ৱাক' কৰিবলৈ ওলাই আহি চৌধাৰীক লগ ধৰি সুধিলে—"ৰঘু, ফুকনৰ চিঠি পাইছা নে নাই? তেওঁ মোক বৰ মস্কিলত পেলালে। কি দিওঁ ভাবি স্থিৰ কৰিব পৰা নাই।"

চৌধাৰীয়ে কলে—"ময়ো ফুকনৰ পৰা চিঠি এখন পাইছোঁ। তেওঁক বোলে বিহুসংখ্যা আলোচনীলৈ ভাল নতুন কবিতা এটা লাগে। বৰ বিমোৰত পৰিছোঁ। কবিতাটো প্ৰকাশ নহলে সম্পাদকৰ লগতে ময়ো হাঁহিয়াতৰ পাত্ৰ হব লাগিব। ফুকনে

আমাক শলঠেকত পেলাই ৰং চাব খুজিছে ।”

সি যি নহওক সেই কালত জ্যেষ্ঠ সাহিত্যিকসকলে কনিষ্ঠ সাহিত্যিকসকলক সদায় মৰমৰ চকুৰে চাইছিল । সেই কাৰণে গোস্বামী আৰু চৌধাৰী কোনেও 'আলোচনী'ৰ সম্পাদক ফুকনক বিমুখ নকিৰলে।

নিয়মিত সময়ত 'আলোচনী'ৰ বিহুসংখ্যা প্ৰকাশ হৈ ওলাল । তাত সম্পাদকে আগজাননী দিয়ামতে গোস্বামীদেৱৰ বিখ্যাৎ 'শৰাই-ঘাটৰ যুদ্ধ' নামৰ প্ৰবন্ধটো আৰু বিহগী কবিৰ 'বহাগীৰ বিয়া' নামৰ কবিতাটোৱে ঠাই পালে ।

এই 'বহাগীৰ বিয়া' চৌধাৰীদেৱৰ বাছকবনীয়া কবিতা কেইটাৰ অন্যতম । লক্ষ্মীনাথ ফুকনে টেঙৰালি আৰু ঘটকালি নকৰা হলে হয়তো বিহগী কবিৰ মানসকন্যা 'বহাগী আই' তেওঁৰ মনফুলনিতে থুপৰী হৈ থাকিলহেঁতেন ।

* * *

একেজন কবিৰে আন দুটা কবিতাৰ জন্ম-বৃত্তান্তও কওঁ ঃ বহু বছৰ পিছৰ কথা । মই তেতিয়া অসম ছাত্ৰ-সম্মিলনৰ মুখপত্ৰ 'মিলন'ৰ সম্পাদক । মোৰ শিক্ষাগুৰু মহম্মদ চালেহ চাহেব মুছলমান ছাত্ৰ-সম্মিলনৰ মুখপত্ৰ 'সাধনা'ৰ সম্পাদক । আমি দুইজন সম্পাদক আছিলোঁ বিহগী কবিৰ স্নেহৰ পাত্ৰ । এদিন কবিজনাই মোক তেওঁৰ ঘৰলৈ মাতি নি তেওঁ আগদিনা লিখা 'গোলাপ' নামৰ কবিতাটো পঢ়িবলৈ দি কলে—"চাচোন বাপি, এই কবিতাটো কেনে হৈছে । চালেহে তেওঁৰ 'সাধনা'লৈ এটা কবিতাৰ বাবে খাটনি ধৰি আছে । এইটোকে দিম বুলি ভাবিছোঁ ।"

মই কবিতাটো পঢ়ি চাই মুগ্ধ হলোঁ । কেৱল মুগ্ধ হোৱাই নহয়, কবিতাটো মোৰ 'মিলন'ৰ বাবে আত্মসাৎ কৰিবলৈ লোভো জন্মিল । সেইমতে মই কবিতাটো বৰ ভাল হৈছে বুলি কৈ কবিক কলোঁ যে এই কবিতাটো অসমীয়া সাহিত্যৰ নিশ্চয়

এটা শ্রেষ্ঠ কবিতা হব। পিছে কবিতাটো 'সাধনা'ত প্ৰকাশ হ'লে মানুহে ভাবিব, আপুনি মুছলমান পাঠকক সন্তুষ্ট কৰিবলৈহে এই কবিতাত ফাৰ্চী-আৰবী আদি শব্দবোৰ ব্যৱহাৰ কৰিছে। সেই কাৰণে এই 'গোলাপ' কবিতাটো 'মিলন'ত প্ৰকাশ কৰিবলৈ মোক দিয়ক আৰু চালেহক আন এটা সংস্কৃতীয়া কবিতা লিখি দিয়ক। মিতিৰো ৰওক, চাউলো সিজক।"

হোলাৰ ভাই মোলা কবিয়ে মোৰ পেটৰ ভাব টলকিব নোৱাৰি মোৰ কথাতে হয়ভৰ দি কবিতাটো মোৰ হাতত দি 'সাধনা'লৈ আন এটা কবিতা লিখি দিম বুলি কলে। মই ভালৰি লগোৱা কথা কৈ কবিৰ আমোলমোল 'গোলাপ'পাহ হাত কৰি ঘৰমুৱা হলোঁ।

পিছত কবিয়ে 'পুৰতি তৰা' নামৰ আন এটা কবিতা লিখি চালেহচাহেবক দিলে। নিৰ্দিষ্ট সময়ত 'গোলাপ' প্ৰকাশ হ'ল 'মিলন'ত আৰু 'পুৰতি তৰা' প্ৰকাশ হ'ল 'সাধনা'ত। বিহগী কবি আৰু চালেহ কোনেও মোৰ স্বাৰ্থপ্ৰসূত টেঙৰালিৰ কথাৰ টেৰ নেপালে।

মুঠতে মই পালোঁ বছোৰৰ ৰাণী গোলাপ আৰু চালেহে পালে হাকুটি জোৰায়ো ঢুকি নোপোৱা পুৰতি তৰা।

——————

## অপূৰ্ণ কেনেকৈ পূৰ্ণ হ'ল

'অপূৰ্ণ' দৈৱচন্দ্ৰ তালুকদাৰৰ প্ৰথম সাৰ্থক উপন্যাস। ইয়াৰ জন্মবৃত্তান্ত আমোদজনক। তালুকদাৰে ৰচনা সমাপ্তিৰ পিছতে পুথিখনক 'আঁউসী' নামেৰে নামকৰণ কৰিছিল। তেওঁ অসম সাহিত্য-সভাৰ দ্বাৰা অনুষ্ঠিত ৰঁটা-প্ৰতিযোগিতাত এই উপন্যাস দাখিল কৰিছিল। বাছনি-কমিটীয়ে দণ্ডিনাথ কলিতাৰ 'সাধনা' আৰু হৰিনাৰায়ণ

দত্তবৰুৱাৰ ‘চিত্ৰদৰ্শন’ নামৰ উপন্যাস দুখনহে সমান অৰ্হতাসম্পন্ন বুলি ঠাৱৰ কৰাত চূড়ান্ত বাছনিৰ বাবে বেজবৰুৱাক ভাৰ দিয়া হৈছিল। বেজবৰুৱাৰ ৰায়মতে ‘সাধনা’ই সৰ্বশ্ৰেষ্ঠ উপন্যাস বিবেচিত হৈ অসম সাহিত্য-সভাৰ পাঁচশটকীয়া বঁটা পালে। সেই ঘোষণাৰ পিছত দৈব তালুকদাৰে মোৰ তালৈ আহি কলে—“অতুল, মোৰ উপন্যাসখনৰ নামটো সলাই ছপাবলৈ স্থিৰ কৰিছোঁ। ‘আঁউসী’ নাম সলাই ‘অপূৰ্ণ’ নাম দিছোঁ।”

কিয় বুলি সোধাত তেওঁ কলে,—“কাৰণ দুটা। প্ৰথম কাৰণ মই সাহিত্য-সভাৰ বঁটা নেপালোঁ। মোৰ আশা পূৰ্ণ নহ’ল। দ্বিতীয় কাৰণ উপন্যাসৰ নায়িকা পূৰ্ণিমাৰো জীৱন অপূৰ্ণ হৈ ৰ’ল।”

মই অপূৰ্ণ নামটোহে আচল খাপ খোৱা নাম হৈছে বুলি কলোঁ। উপন্যাসখনৰ শেষ বাক্যটো আছিল “পূৰ্ণিমা আজি আঁউসীত”। সেই কাৰণেই প্ৰথমতে ‘আঁউসী’ নামকৰণ কৰা হৈছিল। পিছত ‘অপূৰ্ণ’ ছপা হৈ ওলাল।

অপূৰ্ণ গুৱাহাটী বিশ্ববিদ্যালয়ৰ এম-এৰ পাঠ্য নিৰ্বাচিত হ’ল। শুভ খবৰটো লৈ আহি তালুকদাৰে মোৰ আগত সন্তোষীয়া হাঁহি এটা মাৰি কৈছিল,—“সাহিত্য-সভাই মোৰ অপূৰ্ণক বঁটা নিদিলে নাই। এম-এ মহলাত কিতাপখন ঠাই দি সন্দিকৈয়ে মোক তাতোকৈ ডাঙৰ বঁটা দিলে। ‘লক্ষ্মী’ অসন্তুষ্ট হলেও ‘কৃষ্ণ’ মোৰ প্ৰতি সন্তুষ্ট। এতিয়া আৰু মোৰ মনত দুখ নাই। মোৰ অপূৰ্ণ আশা পূৰ্ণ হ’ল।”

———

# হেৰ বলিয়া নয়ন ভৰি চা

জাহাজেৰে গুৱাহাটীৰপৰা মঙলদৈলৈ গৈছিলোঁ। চতুৰ্থ দশকৰ কোনোবা এদিন। সেই সময়ত আজিকালিৰ দৰে দুঘণ্টীয়া মটৰৰ সুগম পথ নাছিল। যাওঁতে-আহোঁতে বহু সময়ত খাৰুপতীয়াত গৰু-গাড়ীৰ ওপৰতে বাৰভচহু মেল মাৰি ৰাতি খপিবলগীয়া হৈছিল।

মোৰ সেই যাত্ৰাৰ লগত কোনো চিনাকি যাত্ৰী নাই। অকলশৰে উজনিমুৱা জাহাজত গৈ আছোঁ, গৈ আছোঁ। জাহাজৰ চকাই পানী ফালি উজাই গৈছিল। মোৰ মনটোৱেও কল্পনাৰাজ্যৰ কোনোবা লঙ্কালৈ উৰা মাৰিছিল। তেতিয়া আবেলি। বেলিৰ তেজ কমি আহিছে। জাহাজৰ পশ্চিমফালে অপলকনেত্ৰে এখন বেঞ্চিত বহি বহি পানীৰ ফালে চাই আছোঁ। লুইতৰ বুকত বৰ বৰ ঢৌ উঠিছে, নামিছে। জিলমিল ঢৌবোৰত ৰাঙ্কনিবেলিৰ জিলিঙনি পৰি সাতৰঙা ইন্দ্ৰধনু সৃষ্টি কৰি ৰূপতে ৰাং চৰাইছে।

উঠা-নমা কৰি নাচি থকা পানীৰ ঢৌবোৰ দেখি আচম্বিতে মোৰ মনৰ মাজত পাৰ্বতিপ্ৰসাদ বৰুৱাৰ গীত এফাঁকিয়ে খুন্দা মাৰিলেহি। গীতফাঁকি আছিল :

"হেৰ বলিয়া, নয়ন ভৰি চা
সমুখত তোৰ উঠিছে নামিছে
ৰূপহী সুতিৰে ধল।"

সেই দিনা সেই মুহূৰ্ত্ততহে যেন মোৰ মনত পাৰ্বতিপ্ৰসাদৰ সেই গীতফাঁকিৰ প্ৰকৃত অৰ্থ বোধগম্য হ'ল। চকুৰে দেখিছোঁ—ৰ লাগি চাই আছোঁ। চাওঁ মানে যেন হেঁপাহ নপলায়। ইমান গভীৰ, ইমান মনোৰম্য সেই গীতফাঁকিৰ ভাব যে সেই দৃশ্য চকুৰে দেখিলেহে

সেই কথা পতিয়াব পাৰি। তাক ভাষাৰে বুজাব নোৱাৰি, মনৰেহে উপলব্ধি কৰিব পাৰি।

আৰু এদিন অনুৰূপভাৱে আন এফাঁকি গীতৰ কথা হৃদয়ঙ্গম কৰিছিলো। মই সেই দিনা আছিলোঁ মোমাইৰ ঘৰত নলবাৰীত প্ৰৱসুৱা হৈ। আহিন মাহ। শৰৎকাল। গৈছিলোঁ শৰৎ গোসাঁইক দেখা কৰিবলৈ ককায়েক প্ৰতাপ গোসাঁইৰ ঘৰলৈ। আলিৰ কাষত ধানৰ পথাৰ দেখা পালোঁ। সেউজবুলীয়া ধানগছবোৰ লহপহকৈ বাঢ়ি এক মনোৰম দৃশ্য সৃষ্টি কৰিছে। হঠাতে ক'ৰবাৰপৰা এছাটি বতাহ আহি ধানগছবোৰৰ ওপৰেদি বাগৰ মাৰি গুচি গ'ল। সেই দিনাও উমেশ দাদাৰ এফাঁকি গীতৰ প্ৰকৃত অৰ্থ যেন মোৰ চকুৰ আগতে মূৰ্ত হৈ জিলিকি উঠিছিল। গীতফাঁকি আছিল ঃ

"ধানৰ খেতিত নাচন মাৰি
ৰচকী মলয়া বাই,
মনৰ কথা কৈ যায়
মনৰ কথা কৈ যায়।"

সঁচাকৈয়ে যেন মলয়াছাটিয়ে মোক মনৰ কথা কৈ গ'ল। বুজি পালোঁ, বুজাব নোৱাৰোঁ, ভাষাৰ নাটনি।

————

# বহাগী লুইতৰ বিহুৱালী সুতিত

চন তাৰিখ টুকি ৰখা নাই। আজি বহু বছৰ আগতে বহাগ মাহৰ বিয়াৰ এক শুভ দিন। সেই দিনা 'প্ৰতিধ্বনি'ৰ কবি উমেশচন্দ্ৰ চৌধাৰীৰ বিয়া। দৰা ইপাৰে, কইনা লুইতৰ সিপাৰে ৰজাদুৱাৰত। বৰযাত্ৰী হৈ দৰাৰ লগত গৈছিলোঁ বৰনাৱত উঠি। সেই বিয়াৰ ৰাতিটো আছিল এক দুৰ্য্যোগৰ ভয়াবহ ৰাতি। সেই বাবেই মোৰ মনত সেই বিয়াৰ স্মৃতি আজিও মনত পৰে।

ৰাতি নমান বজাত আমি বৰযাত্ৰীবিলাক দুখন বৰনাৱত উঠিলোঁগৈ। সেই সময়ত দুখলপীয়া শৰাইঘাট সাঁকোৰ সৃষ্টি হোৱা নাছিল। আজিকালিৰ দৰে মটৰেৰে সিপাৰলৈ আহযাহ কৰাৰ ব্যৱস্থা নাছিল, আনকি কলৰ নাৱো নাছিল। গতিকে উজানবজাৰৰপৰা ৰজাদুৱাৰলৈ যোৱা বৰনাৱেই আছিল উত্তম বাহন। মোৰ বাহিৰে বৰযাত্ৰীবিলাকৰ সৰহখিনিয়ে 'মৰিবলৈ ভয় নোহোৱা লুইতৰ পাৰৰ ডেকা ল'ৰা' আছিল। হাতীটোৰ দৰে সেই খিটমিটীয়া আন্ধাৰ ৰাতি নাৱত উঠাত আমাৰ বুকুৱে টিল্লীং টিল্লীং কৰি ধান বানিবলৈ ধৰিলে। লুইতৰ নতুন বাঢ়নি পানী।

ভূতৰ ওপৰতে দানহ। আচম্বিতে পশ্চিম আকাশত ক'লা মেঘ উঠিল। ধুমুহা-ৰাক্ষসীয়ে বিজুলীৰ জিভা মেলি নাচিবলৈ ধৰিলে। জটা খুলি নটৰাজে যেন প্ৰলয়-নাচ নাচিবলৈ সাজু হৈছে এনে অনুভব হ'ল। নৌযাত্ৰীবিলাকৰ অণ্ঠকণ্ঠ ভয়ত শুকাই গ'ল। যেনেহে বিপদৰ আগন্তুক হৈছে দৌলগোবিন্দই ৰক্ষা নকৰিলে আৰু উপায় ন'ই। বৰযাত্ৰী পেটত লৈ নাও দুখন প্ৰায় ওচৰাউচৰিকৈ গৈছিল। ধুমুহাৰ আগন্তুক হৈছিল, নাৱে সিপাৰলৈ খেৱা দিয়াৰ পিছতেই।

সেই সময়তে ওলাল এজন ত্ৰাণকৰ্তা। তেওঁ আছিল সোণাৰাম হাইস্কুলৰ প্ৰতিষ্ঠাতা সোণাৰাম ৰাজমেধিৰ পুতেক ভৃগুৰাম দাস। সৰ্বসাধাৰণৰ মাজত ভৃগু মাউত নামেৰে জনাজাত। হাতী-চিকাৰত হাতীৰ লগত জ্ঞাতি হৈ থকাৰ বাবে তেওঁ এই উপনাম পাইছিল। এই ভৃগুৰামে যাত্ৰীবিলাকৰ মাজত তেওঁৰ ফেদেলীপুৰাণ বা ফুচুৰী-পুৰাণ মেলি দিলে। কথাবোৰ ইমান ৰসাল আছিল যে শ্ৰোতা-সকলে দুৰ্যোগৰ ভয়াবহতাৰ কথা পাহৰি ভৃগুপুৰাণ মৌ পিয়াদি পিবলৈ ধৰিলে। নাও গৈ কেতিয়া ৰজাদুৱাৰৰ ঘাটত লাগিল আৰু মূৰৰ ওপৰেদি কেইজাক বৰষুণ পাৰ হৈ গ'ল কোনেও গমকে ধৰিব নোৱাৰিলে। ইয়াৰ ভিতৰতে থাওঁ থাওঁ মূৰ্তি ধৰি অহা ধুমুহাও শান্ত হ'ল। ভয়ত পেপুৱা লগা বিয়াৰ যাত্ৰীবিলাকক ৰজাদুৱাৰৰ দৌলগোবিন্দই ৰক্ষা কৰিলে।

আমি যেতিয়া বৰলুইতৰ বুকত জীউবোৰ টোপোলাত বান্ধি ভৃগুপুৰাণ শুনি গৈ আছিলোঁ, সেই সময়ত হয়তো দৰা উমেশ দাদাৰ মানস ৰাজ্যত আন এখন কল্পনাৰ লুইত কুলুকুলুকৈ বৈ গৈছিল আৰু হয়তো তাৰে ফলতেই সৃষ্টি হৈছিল তেওঁৰ এটি মনোৰম গীত ঃ

বহাগী লুইতৰ বিহুৰালী সুঁতিত
বাই কি সোণৰে ভুৰ—
জিলমিল পানীৰে আহিল নামি
সপোন সখিটী মোৰ।

———

## ইন্দ্ৰ ধনুৰ জিলিকনি

অসমৰ হেজাৰ হেজাৰ গাঁৱৰ ভিতৰত এখন গাঁৱক এজন অসমীয়া কবিয়ে সাহিত্যিক মৰ্য্যাদা দি জাকত জিলিকা কৰি থৈ গ'ল। সেই কবিজন হৈছে ডিম্বেশ্বৰ নেওগ আৰু গাঁওখন হৈছে ৰংপুৰৰ কমাৰফদীয়া। ডিম্বেশ্বৰ-মহেশ্বৰ দুই নেওগ-ভাতৃৰ এই গাঁৱত জন্ম। কবি ডিম্বেশ্বৰে এদিন লিখিছিল ঃ

"কমাৰফদীয়া সৰু গাঁওখনি মোৰ
ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৰণ;
ইয়াতে শৈশৱ লীলা
ইয়াতে এদিন মোৰ কোনোবা জোনাক ৰাতি
যৌবনৰ ধীৰ জাগৰণ।"

নেওগ এদিন 'ইন্দ্ৰধনুৰ কবি' বুলিয়েই বিখ্যাৎ হৈছিল। আগ বয়সতে লিখা এই কাব্যপুথি 'ইন্দ্ৰধনু'তকৈয়ো মূল্যবান আৰু কেবাখনো গধুৰ গ্ৰন্থ পিছৰ জীৱনত যদিও তেওঁ ৰচনা কৰি অসমীয়া সাহিত্য-ভঁৰাল চহকী কৰি থৈ গৈছে, তথাপি তেওঁৰ গাত ইন্দ্ৰধনুৰ জিলিকনিহে যাউতিযুগীয়া হৈ বৈ গ'ল।

নেওগ যেতিয়া সফল ডেকা সাহিত্যিক মই তেতিয়া আছিলোঁ ল'ৰা-সাহিত্যিক। ১৯২৩ চনতেই, আমাৰ মাজত প্ৰথম সাহিত্যিক সম্পৰ্ক স্থাপন হৈছিল। প্ৰৱেশিকা মহলাত উত্তীৰ্ণ হৈ মই কটন কলেজত যেতিয়া সোমাওঁ, নেওগ তেতিয়া চতুৰ্থ বাৰ্ষিকত। ছাত্ৰ-সমাজত তেওঁৰ সাহিত্যিক সুখ্যাতি বৈ বৈ যোৱা। ভয়ে ভয়ে লাজে লাজে আমি তেওঁৰ কাষ চাপিছিলো। স্বৰ্গীয় নেওগ আৰু তেওঁৰ সহপাঠী দৈবচন্দ্ৰ তালুকদাৰ এই দুজনক তেতিয়া সাহিত্যৰ পথপ্ৰদৰ্শক স্বৰূপে আমি ওচৰতে পাইছিলো। দুয়োজনেই এই লিখকৰ জ্যেষ্ঠস্থানীয় বন্ধু আছিল। এ-এছ-এল ক্লাবৰ আৰু অসম ছাত্ৰ-সন্মিলনৰ অধিবেশনবোৰত নেওগ আৰু তালুকদাৰৰ তেতিয়া আগশাৰীত স্থান আছিল। মই ন শিকাৰুৰ দৃষ্টিৰে ওচৰৰপৰা আৰু আঁতৰৰপৰা দুয়োজনকে নিৰীক্ষণ কৰিছিলো, সাহিত্যৰ অনুপ্ৰেৰণা লাভ কৰিছিলো। সেই দিনবোৰৰ বহু মধুৰ স্মৃতি আজিও মোৰ মনত সেউজীয়া হৈ আছে।

অসম ছাত্ৰ-সন্মিলনৰ মুখপত্ৰ হিচাপে প্ৰথমতে 'জন্মভূমি' নামৰ এখন তিনিমহীয়া আলোচনী প্ৰকাশ হৈছিল। কাকতখনৰ তিনিজন সম্পাদক আছিল—শুকদেৱ গোস্বামী, ডিম্বেশ্বৰ নেওগ আৰু দৈবচন্দ্ৰ তালুকদাৰ। পিছত ছাত্ৰ-সন্মিলনৰ বিষয়-বাছনি সভাই এই কাকতখনক মুখপত্ৰ হিচাপে স্বীকৃতি নিদি 'মিলন' নামেৰে নিজাকৈ আন এখন কাকত উলিয়ায়। স্বৰ্গীয় নেওগ মিলনৰ ২য়, ৩য় আৰু ৪ৰ্থ বছৰৰ সম্পাদক হৈছিল। এইছোৱা কালতে মই নেওগৰ বেছি ওচৰ চাপিবলৈ সুবিধা পাওঁ।

কলেজীয়া ছাত্ৰৰ অৱস্থাতে নেওগ 'প্ৰতিমা'ৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালাদেৱৰ সান্নিধ্যলৈ আহে আৰু তাৰ ফলতেই তেওঁ তেতিয়া থাৰঘুলিত থকা নিউপ্ৰেছৰ লগত জড়িত হৈ পৰে। কলেজৰ ডিগ্ৰী পোৱাৰ পিছত নিউপ্ৰেছৰ পূবফালে লুইতৰ দাঁতিত এটা খেৰীঘৰত তেওঁ এক নিজানপুৰীত সাহিত্যৰ থাপনা পাতি

লয়। সেই সময়ত বেজবৰুৱা নামতহে 'বাঁহী'ৰ সম্পাদক আছিল। দৰাচলতে নেওগেই সম্পাদনাৰ সকলো কাম নিয়াৰিকৈ চলাইছিল। তেতিয়াই 'বাঁহী' আৰু 'মিলন'ৰ পাতত তেওঁৰ সুৰদী কবিতাবোৰ এটাৰ পাছত এটাকৈ ওলাবলৈ ধৰে। সেই কবিতা পঢ়ি আমি মুগ্ধ হৈছিলোঁ আৰু সেই সময়ৰ সাহিত্যৰ কৰ্ণধাৰসকলেও নেওগ কবিক ভালদৰে চিনি পাইছিল। 'মিলনৰ' সম্পাদনা আৰু অসম ছাত্ৰ-সম্মিলনৰ কামত মই তেওঁক নানা প্ৰকাৰে সহায় কৰিবলগীয়া হৈছিল। তেতিয়া তেওঁ মোক মৰমৰ সৰু ভায়েকৰ দৰে অসমীয়া সাহিত্যৰ খুতিনাতিবোৰ ভালদৰে বোধগম্য কৰাবলৈ কৃপণালি কৰা নাছিল। কেৱল এই লিখকেই নহয়, নেওগে তেওঁতকৈ বয়সত সৰু এচাম লিখকক সাহিত্যক্ষেত্ৰলৈ উছাহ-অনুপ্ৰেৰণাৰে আগবঢ়াই আনিছিল। মুঠতে নেওগকেন্দ্ৰিক মিলনৰ যুগৰ সাহিত্যিকসকলৰ ভিতৰত এই লিখকৰ উপৰিও ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ, গীতিকবি পাৰ্বতিপ্ৰসাদ, শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা, শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু প্ৰভৃতি অনেকেই আছিল। নেওগ কবিৰ শ্ৰেষ্ঠ কবিতাবিলাক সেই সময়তে ৰচনা কৰা হৈছিল বুলি কব পৰা যায়।

নেওগৰ আগজীৱনৰ আশাবাদী সুৰ পিছৰ জীৱনত ক্ৰমাৎ টুটি আহিছিল আৰু তেওঁ কথাই-বতৰাই বৰ নিৰাশাবাদী হৈ পৰিছিল। তাৰ কাৰণো অৱশ্যে নথকা নহয়। সি যি নহওক 'মিলন' আৰু 'বাঁহী'ৰ (অাঁৰৰ) সম্পাদক হিচাপে নেওগৰ কৃতিত্ব ফুটি ওলাইছিল। চন্দ্ৰকুমাৰ আৰু বেজবৰুৱাৰ মৰমৰ ডেউকাৰ ছাঁত বহি নেওগে বাঁহী সম্পাদন নিয়াৰিকৈ কৰিছিল। পিছত অসম সাহিত্য-সভা পত্ৰিকা সম্পাদনাৰ বেলিকা হলে তেওঁ মাজে মাজে একোটা আহুকলীয়া পৰিস্থিতিৰ সমুখীন হবলগীয়া হৈছিল —বিশেষকৈ সম্পাদন আৰু সভাৰ প্ৰশাসনৰ মাজত ৰাহি-যোৰা নহাৰ বাবে।

কবিতাৰ লগে লগেই নেওগৰ সাহিত্য-সমালোচক-জীৱনো বিকশিত হবলৈ ধৰে। চন্দ্ৰনাথ শৰ্মা আৰু ৰায়চৌধুৰী ডাঙৰীয়াৰ সম্পাদিত 'চেতনা'ত ডক্টৰ বাণীকান্ত কাকতিদেৱে 'পুৰণি অসমীয়া সাহিত্য' নাম দি এলানি প্ৰবন্ধ আৰু নেওগে 'অসমীয়া সাহিত্যৰ জিলিঙণি' নাম দি আন এলানি প্ৰবন্ধ লিখি অসমীয়া সমালোচনা-সাহিত্যত বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে নতুনকৈ আলোকপাত কৰে।

পিছৰ জীৱনত অৱশ্যে নেওগে কটু সমালোচনাৰে বহুতক ক্ষত-বিক্ষত কৰিবলৈকো কুণ্ঠিত নহৈছিল। যিটো কথা নিজে সত্য বুলি বিশ্বাস কৰিছিল তাৰপৰা কোনোপধ্যে তেওঁ খোপনি এৰি দিয়া নাছিল আৰু অপ্ৰিয় সত্যও প্ৰকাশ কৰিবলৈ সংকোচবোধ নকৰিছিল। ডক্টৰ কাকতিৰ নিচিনা গুৰুস্থানীয় সাহিত্যিক আৰু বহু নামজ্বলা সাহিত্যিকৰ প্ৰতিও দুটা মন্তব্য প্ৰকাশ কৰি তেওঁ নিজৰ বাবেই এটা কাঁইটীয়া পৰিবেশ সৃষ্টি কৰি লৈছিল। একোলৈকে কেৰেপ নকৰি সাহসেৰে আৰু নিষ্ঠাৰে তেওঁ গন্তব্য পথত আগবাঢ়ি গৈছিল।

শঙ্কৰী সাহিত্য আৰু বৈষ্ণৱ ধৰ্মৰ দৰ্শনত নেওগৰ পাণ্ডিত্য উলাই কৰিব পৰা বিধৰ নাছিল। এই বিষয়ত বেজবৰুৱা, কাকতি আৰু নেওগৰ সমকক্ষ পণ্ডিত সতকাই নোলাব। অসমীয়া ভাষা-সাহিত্যৰ বিষয়ে, শঙ্কৰী ধৰ্মৰ বিষয়ে কোনোবাই ক'ৰবাত কটাক্ষপাত কৰিলে এই তিনিও গৰাকীয়েই হাতত কাপ লৈ খৈয়ানখৈয়া যুদ্ধ দিছিল। সেয়েহে নেওগৰ মৃত্যুত দুখ কৰি ৰায়চৌধুৰী ডাঙৰীয়াই যথাৰ্থভাৱেই কৈছিল: "নীৰৱ, নিস্পৃহ আৰু অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ একান্ত সাধক ডিম্বেশ্বৰ নেওগৰ বিয়োগত অসমীয়াৰ অস্তিত্ব হানি হৈ আহিব ধৰা সময়ত যি ক্ষতি হ'ল, সি অপূৰণীয়। অসমীয়া ভাষা-সংস্কৃতিৰ ওপৰত কিবা আঘাত পৰিলে আমাৰ

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা আৰু প্ৰথিতযশা সাহিত্যিক ডক্টৰ কাকতিৰ পিছতে নেওগ আছিল উপদেশ-পৰামৰ্শ আৰু শক্তিশালী অনুপ্ৰেৰণাৰে আমাক সাহস যোগাবলৈ, কিন্তু তেওঁক আজি মৃত্যুৱে হৰণ কৰিলে।"

*   *   *

নেওগ মানুহজন আছিল অসাধাৰণভাৱে সাধাৰণ। তেওঁৰ গাত কোনোদিনে বিলাসিতাৰ বটোঁও নাছিল। কেকোঁৰা চুলি, মাগুৰ বৰণ, খোনা মাত, মাকিন কাপোৰৰ চুৰিয়া, ব'গা কেনভাছৰ জোতা, এয়ে আছিল তেওঁৰ বিশেষত্ব। মাজতে কেকোৰা চুলিকোছা ভগৱতীপ্ৰসাদ বৰুৱাৰ দৰে ৰবি ঠাকুৰৰ আহিত পাছফালে ওলোমাই থৈছিল।

মানুহজন আছিল সদায় একে। যি কৈছিল, তাকে নিজ জীৱনত পালন কৰিছিল। বিশ্ববিদ্যালয়ৰ শিক্ষা-প্ৰণালী কেৰোণীয়া বুলি তেওঁ নিন্দা কৰিছিল আৰু সেই কাৰণে নিজৰ ল'ৰা-ছোৱালীক সেই শিক্ষা লবলৈ নিদি তেওঁ নিজে 'জ্ঞানাশ্ৰম' খুলি সিহঁতক হাতে-কামে শিক্ষা দিছিল।

তেওঁ অতিশয় কৰ্ত্তব্যনিষ্ঠ আৰু সময়নিষ্ঠ আছিল। বৰজীয়েক কেতেকীৰ বিয়াত তেওঁ নিমন্ত্ৰণ-চিঠিত বিয়াৰ কাৰ্য্যসূচী অৰ্থাৎ কোন দিনা কোন সময়ত কি অনুষ্ঠান হব স্পষ্টভাৱে লিখি জনাই দিছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে নেওগ হোম, পূজা-পাতল আদিৰ সমৰ্থক নাছিল। তেওঁ আছিল শঙ্কৰপন্থী নামকীৰ্তনীয়া। কাৰ্য্য-সূচীমতে ঘড়ীৰ কাটাৰ লগত সঙ্গতি ৰাখি বিয়াৰ কাম চলিছিল। আবেলি অভ্যৰ্থনাৰ সময় উকলি যোৱাৰ কেইমিনিটমান পিছত হেনো তেতিয়াৰ বিধান সভাৰ অধ্যক্ষ কুলধৰ চলিহাদেৱ বিয়া খাবলৈ গৈছিল। নেওগে নিমন্ত্ৰিত-আসনত নবহুৱাই চলিহা ডাঙৰীয়াক নাম গোৱা ভকতসকলৰ মাজত বহিবলৈ দিছিল। বামুণেই মৰক বা লগুণেই ছিঙক—নিৰ্দ্ধাৰিত কাৰ্য্যসূচীমতে কাম হবই লাগিব।

নেওগ বৰ হিচাপী আৰু মিতব্যয়ী আছিল। সেই কাৰণে দিনভিক্ষা প্ৰাণৰক্ষা কৰি চলা শিক্ষকৰ বৃত্তি লৈয়ো তেওঁ ছিলং, যোৰহাট আৰু গুৱাহাটীত নিজৰ ঘৰ-মাটি কৰিবলৈ সমৰ্থ হৈছিল আৰু গাঁঠিৰ ধন ভাঙি নিজৰ কিতাপ ছপাব পাৰিছিল। এখন মটৰগাড়ীও লৈছিল। মটৰগাড়ীৰ ড্ৰাইভাৰ আছিল তেওঁৰ মুমলী জীয়েক জোনাকী।

কামৰূপৰ অৱসৰ লোৱাৰ পিছত নেওগ গুৱাহাটীত থিতাপি লাগিছিল আৰু ছিলং-আলিৰ দাঁতিত এটা দুমহলা দালান সাজি লৈ মাউৰা ল'ৰা-ছোৱালীকেইটাৰে বাস কৰিছিল। তেওঁৰ শালপতি ডাক্তৰ শ্ৰীকনকচন্দ্ৰ বৰুৱাই এই দালানটোক 'স্বৰ্গদেউ ডিম্বেশ্বৰ সিংহৰ কাৰেং' নাম দিছিল। কাৰেং হওক বা নহওক এই 'আজলীতৰা-ভৱনে' কবিৰ প্ৰিয়তমা পত্নীৰ কৰুণ স্মৃতি বহন কৰিছে। পত্নীবিয়োগৰ পিছত কবিৰ অন্তৰ ভাগি পৰিছিল। তেওঁ সংসাৰখন ধোঁৱাকোৱা দেখিছিল। বাণবিদ্ধ কুৰুৱা চৰাইৰ দৰে তেওঁৰ কৰুণ বিননি লেখনীৰ যোগেদি, এই দালানটোৰ মাজেদি মূৰ্ত হৈ ফুটি ওলাইছিল। এই স্মৃতিসৌধ দালানৰ প্ৰতিছটা ইটা, প্ৰতি বাল্টি বিলাতীমাটিয়ে কবিৰ হাতৰ স্পৰ্শ পাই ধন্য হৈছে।

দোষে-গুণে মানুহ। নেওগ মানুহজন যে বহু বিষয়ত আঁকোৰগোজ মনোভাবৰ আছিল, সেই কথা স্বীকাৰ্য্য। সেই বাবে কোনো কোনো ব্যক্তি আৰু অনুষ্ঠানৰ লগত তেওঁৰ খকাখুন্দাও নলগাকৈ থকা নাছিল। তেওঁৰ জীৱন-দৰ্শনৰ লগত এই লিখকৰো অমিল নথকা নহয়। তেওঁৰ সাহিত্যিক আৰু জীৱনৰ দৃষ্টিভঙ্গীৰ লগতো আমি সকলো সময়তে একমত হব পৰা নাছিলোঁ। তথাপি তেওঁৰ গুণ আৰু প্ৰতিভাৰ প্ৰতিহে আমি চকু দিছিলোঁ। আৰু সেই কাৰণে তেওঁৰ প্ৰতি সদায় মোৰ শ্ৰদ্ধা অটুট আছিল আৰু আজিও আছে।

নেওগ গ'ল, ইন্দ্ৰধনু থাকিল।

———

# ৰূপকোঁৱৰৰ কাৰেঙত

'ইন্দ্ৰধনু'ৰ কবি নেওগৰ নিচিনাকৈ ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ লগতো বন্ধুত্ব লাভ কৰিবলৈ মোৰ সৌভাগ্য হৈছিল। আগৰৱালা আৰু মই একেটা চনতে (১৯০৩) দুই এমাহৰ অগাপিছাকৈ উপজিছিলোঁ। তেওঁ বহু আগতে গ'ল আৰু মই থাকিলোঁ, সম্ভৱতঃ তেওঁ আৰু জনচেৰেক বন্ধুৱে এৰি যোৱা অমূল্য সম্পদবোৰ থানথিত লগোৱাত সামান্য পৰিমাণে হলেও হাত উজান দিবলৈ।

আগছোৱাত নহয়, পিছৰ ফালে ৰূপকোঁৱৰৰ মনৰ খোঁটালিত সোমাবলৈ মই বিশেষ সুবিধা পাইছিলো। আগৰৱালাদেৱ মাজে-সময়ে গুৱাহাটীলৈ আহি তেওঁৰ দদায়েক চন্দ্ৰকুমাৰৰ উজানবজাৰ চন্দ্ৰকুমাৰ ৰোডত অৱস্থিত বাসভৱনত আছিল আৰু আহিলেই তেওঁ মোক খবৰ দি মতাই নিছিল। ঘণ্টাৰ পিছত ঘণ্টা আমি কথা পাতি কটাই দিছিলোঁ। সাহিত্যৰ কথা, সংস্কৃতিৰ কথা, ব্যক্তিগত জীৱনৰ সুখ-দুখৰ কথা। 'জয়মতী' বোলছবি নিৰ্মাণৰ কথা প্ৰায়েই ওলাইছিল। সেই সম্পৰ্কত তেওঁ লগৰীয়াসকলৰ নিস্বাৰ্থ শ্ৰমদান আৰু শিল্পী-আইদেউসকলৰ নৈতিক সাহসৰ ভূয়সী প্ৰশংসা কৰিছিল। মাতৃবিয়োগ, যান্ত্ৰিক প্ৰতাৰণা আদি দুৰ্যোগ-ধুমুহাৰ উপৰিও ধনৰ নাটনি, সুৰাৰ পিৰপিৰণি, কামদেউৰ ঘিটঘিটনিত 'চিত্ৰবন'ত কেনেদৰে কঁপনি তুলিছিল সেই অপ্ৰিয় কাহিনীও বিবৰি কৈছিল। তদুপৰি মোৰ আগত তেওঁ পৰিয়ালৰ আৰু ৰাজহুৱা জীৱনৰ কিছুমান গোপন কথাও কৈছিল মনৰ দুখত। পিছে নকলেও নোৱাৰোঁ ফটা মুখ, কলেও লাগিব ভকতৰ দুখ। সেই কাৰণে গোপন কথা গোপন হৈয়ে থাকক। সাহিত্য-প্ৰসঙ্গকে লিখোঁ।

এখাৰ মাথোন বতকৰা কথা কৈ থওঁ। জ্যোতিপ্ৰসাদে তেওঁৰ নতুন ৰচনা প্ৰথমতে ধৈণীয়েক দেৱযানীক পঢ়ি শুনাইছিল।

জ্যোতিপ্ৰসাদৰ মৃত্যুৰ পিছতে ১৯৪৮ চনত তেজপুৰত 'জ্যোতি-সোঁৱৰণী-সম্থা' নামৰ এখনি সংস্থা গঠন কৰা হয় যাইকৈ ৰূপ-কোঁৱৰৰ ছেদেলিভেদেলি হৈ থকা ৰচনাৰাজি পৰিপাটিকৈ উলিয়াবৰ উদ্দেশ্যে। মোকো এই সংস্থাৰ এজন সভ্য হিচাপে মনোনীত কৰা হয় আৰু ময়ো সেই পদ গ্ৰহণ কৰি ইখনিৰ পিছত সিখনি জ্যোতিগ্ৰন্থ প্ৰকাশ কৰাত সম্থাক পৰাখিনি সহায় কৰি দি আছিলোঁ। বিনামূলীয়াকৈ।

জ্যোতিপ্ৰসাদৰ জীৱনকালত তেওঁৰ তিনিখন মাথোন পুথি ছপা হৈ ওলাইছিল। 'শোণিতকুঁৱৰী', 'কাৰেঙৰ লিগিৰী' আৰু 'লভিতা'। তিনিওখনেই নাটক। ৰূপকোঁৱৰৰ কোনোখন হাতে-লিখা পুথিয়েই ছপাশাললৈ সাজু কৰি থোৱা নাছিল। তেওঁৰ চতুৰ্থখন নাট 'ৰূপালীম'ৰ পাতনি, অৰ্পণ আদি পোৱা গৈছিল। মই শ্ৰীমতী পদ্মা আগৰৱালাৰ পৰা সেই নাটৰ খেলিমেলি অৱস্থাত লিখা দুটা নকল পাইছিলো। সম্ভৱতঃ কোনো নাটঘৰত তোলাৰ সময়ত অ'ত ত'ত কাটকুট কৰা হৈছিল। ঠায়ে ঠায়ে নাট্যকাৰৰ নিজ হাতৰ সংশোধনৰ টাপলিও আছিল। দুটা নকলৰ সমন্বয়ত বৰ্তমানে ছপাৰ পোহৰ দেখা পোৱা 'ৰূপালীম' নাটখন যুগুত কৰা হয় আৰু জ্যোতিপ্ৰসাদে ১৯৩৬ চনতে ৰচনা কৰা এই নাটখন 'জ্যোতি-সোঁৱৰণী সম্থা'ৰ প্ৰথম অৰ্ঘ্য হিচাপে প্ৰকাশ কৰা হৈছিল ১৯৬০ চনত।

'ৰূপালীম' প্ৰকাশ হোৱাৰ এবছৰমান পিছত ৰূপকোঁৱৰৰ আন এখন উল্লেখযোগ্য গ্ৰন্থ 'জ্যোতিৰ্ধাৰা' সম্থাৰ দ্বিতীয় অৰ্ঘ্য হিচাপে প্ৰকাশ কৰা হৈছিল। এইখন অৱশ্যে ৰূপকোঁৱৰৰ সংক-লিত পুথি নাছিল, তেওঁৰ কেইবাখনো সৰু পুস্তিকাৰ সংগ্ৰহহে মাথোন। জ্যোতিপ্ৰসাদে বিভিন্ন সাংস্কৃতিক অনুষ্ঠানৰ সভাপতিৰ আসনৰ পৰা পাঠ কৰা সাৰুৱা ভাষণবোৰ পুস্তিকাৰ আকাৰত প্ৰকাশ হৈছিল। সেই ভাষণবোৰৰ উপৰিও আৰু দুই-চাৰিটা

আলচ যোগ দি জ্যোতির্ধাৰা যুগুত কৰা হৈছিল। একমাত্র 'অসমীয়া স্থাপত্যৰ নৱৰূপ' নামৰ আলচটো লিখকৰ নিজৰ হাতৰ আখৰত ড' শ্রীমহেশ্বৰ নেওগৰপৰা পোৱা গৈছিল। সকলোবোৰ যে পাইছিলো আৰু নির্ভুলভাৱে পাইছিলো এনে নহয়, কিন্তু ভাষণ যিখিনি পাইছিলোঁ তাকেই আটোমটোকাৰিকৈ সজাইপৰাই 'জ্যোতি-সোঁৱৰণী সন্থা'ৰ হৈ আৰ্থিক সাহায্যৰ বাবে অসম প্রকাশন-পৰিষদক দাখিল কৰা হৈছিল। তেতিয়া পৰিষদৰ সচিব আছিল শ্রীবিশ্বনাৰায়ণ শাস্ত্রী। পৰিষদৰ নিজা বিধিমতে পুথিখন বিশেষজ্ঞৰ হতুৱাই পৰীক্ষা কৰাই অ'ত ত'ত দুই এটা নির্দেশ দি সাহায্য মঞ্জুৰ কৰে আৰু জ্যোতি-সোঁৱৰণী সন্থাই পৰিষদৰ নির্দেশ স্বত্ব গ্রহণ কৰি 'জ্যোতির্ধাৰা' প্রকাশ কৰি উলিয়াইছিল ১৯৬১ চনত। তাৰ প্রায় দহবছৰৰ পিছত আমি জ্যোতি-লেখনীত হাত দিয়া বুলি কেইদিনমান বাতৰিকাকতৰ পিঠিত এটা মৃদু আলোড়নৰ সৃষ্টি হৈছিল। কি পৰিস্থিতিত আৰু কি স্বত্বত 'জ্যোতির্ধাৰা' ছপা হৈছিল আৰু এই লিখকৰ দ্বাৰা যে ইচ্ছাকৃতভাৱে জ্যোতি-ৰচনা বিকৃত কৰা হোৱা নাছিল সকলো কথা ফঁহিয়াই দেখুৱাই দিয়াত দুই একৰ মনত উক দিয়া সেই অসন্তুষ্টিৰ বুৰবুৰণি আপোনা-আপুনি মাৰ যায়।

'নিমাতী কইনা' জ্যোতি-সোঁৱৰণী সন্থাৰ তৃতীয় অৰ্ঘ্য। এইখন ৰূপকোঁৱৰৰ প্রতীকধর্মী নাট। ছন্দ আৰু গীতত গোটেইখন নাটতে কবিতাৰ পৰিবেশ। লিখকে শিশু-নাট আখ্যা দিছিল যদিও ইয়াৰ তাৎপর্য্য শিশুৰ উপলব্ধিৰ বস্তু হ'ব নোৱাৰে। 'নিমাতী কইনা'ৰ লগতে জপটিয়াই ৰূপকোঁৱৰৰ 'সোণপখিলী' নামৰ আন এখন শিশু-নাটিকাও প্রকাশ কৰা হয় '৬৪ চনৰ জানুৱাৰী মাহত। এই নাটখনি হাতেলিখা আধকৰা অৱস্থাত পোৱা গৈছিল। এইদৰে জ্যোতি-প্রসাদৰ বহু পৰিকল্পনা, বহু ৰচনা আধকৰা অৱস্থাতে থাকি যায়। সেইবোৰৰ তেওঁ আঁচনি তৰি অলপঅচৰপ আগবাঢ়িছিল মাথোন।

'সুন্দৰকোঁৱৰ' নাটখনৰ তেওঁ এটা অঙ্কহে লিখি গ'ল। 'জ্যোতি ৰামায়ণ' খনিৰো আদিকাণ্ডটোহে সম্পূৰ্ণ কৰি যাব পাৰিলে। সেয়েই অৱশ্যে এখন সুকীয়া মনোৰম সৰু ল'ৰাৰ কাব্যপুথি হৈছে। 'কনকলতা' নামৰ এটা দীঘল কবিতাৰ পাতনিতে সামৰণি পৰিল। তাকেই 'অগ্নিসুৰ'ত সন্নিবিষ্ট কৰা হৈছে। এনেদৰে এথানিএবানি হৈ পৰি থকা ৰচনাবোৰৰ ভিতৰত 'সোণপখিলী' নাটিকাখনিও অন্যতম। এই নাটিকাখনিৰ প্ৰথম পট আৰু দ্বিতীয় পটহে সম্পূৰ্ণ কৰি লিখা হৈছিল। এইদৰে অৰ্দ্ধসমাপ্ত অৱস্থাত পোৱা 'সোণ-পখিলী'ক বিকলাঙ্গকৈ ৰাইজৰ আগলৈ উলিওৱাটো অনুচিত হব বুলি ভাবি নাট্যকাৰে এৰি যোৱা সমলতে ভেজা লৈ বাকী থকা অংশখিনি ময়েই জোৰাটাপলি মাৰি হলেও নাটখনি সম্পূৰ্ণ কৰি-ছিলো আৰু সেই প্ৰকাশিত ৰূপত 'সোণপখিলী'। সফল কিমান হৈছিলো সেইটো সুকীয়া কথা।

জ্যোতিপ্ৰসাদক কবি, গীতিকাৰ আৰু নাট্যকাৰ হিচাপেহে ল'ৰাৰ পৰা বুঢ়ালৈকে সকলোৱে চিনি পায়। তেওঁ যে এসময়ত ভাল চুটি গল্প লিখিছিল, সেই কথা হলে মানুহে পাহৰিবলৈ আৰম্ভ কৰিছিল। আজিৰ বহুতে নেজানিছিলেই কিয়নো সেই গল্পবোৰ পুৰণি আলোচনীৰ পাততে মৰহি গৈছিল। এই চুটি-গল্পবোৰতো যে জ্যোতি-লেখনীৰ বৈশিষ্ট্য ফুটি ওলাইছে, সেই কথা মই নদি নকলেও হ'ব। এনেকৈ থানবানকৈ পৰি থকা সাতটা চুটিগল্প একেলগ কৰি 'জ্যোতি-সাতশৰী' সজোৱা হৈছিল। সাতশৰী সোণাৰীশালত ( ছপাশাল ) থাকোঁতে বন্ধুবৰ শ্ৰীযতীন্দ্ৰনাথ গোস্বামীৰ পৰা পোৱা 'সতীৰ সোঁৱৰণী' নামৰ গল্পটো যোগ হোৱাত প্ৰকৃত-পক্ষে সাতশৰী আঠশৰী হৈছিল, তথাপি 'মুকুতা সাউদ' নামৰ সাধুটো বিচাৰি নোপোৱাতে থাকিল। চুটিগল্পৰ দৰে জ্যোতিপ্ৰসাদৰ জীৱনী-সাহিত্যৰ জ্যোতিও মেঘৰ আঁৰত থকাৰ দৰে লোকচকুৰ অন্তৰালত আছিল। 'বাঁহী'ৰ পাতত ছোৱাছোৱাকৈ প্ৰকাশ হোৱা

'বেজবৰুৱা প্ৰতিভা' নামৰ বেজবৰুৱাৰ আধকৰা জীৱন-চৰিতখন জ্যোতিৰ্ধাৰা'ত অন্তৰ্ভুক্ত হোৱাত ইতিমধ্যে পোহৰৰ মুখ দেখা পাইছিল। চন্দ্ৰকুমাৰৰ প্ৰস্তাৱিত আহলবহল জীৱনীৰ হাতেলিখা প্ৰথম খণ্ডটোৱে বহু দিন শ্ৰীমতী পদ্মা আগৰৱালাৰ হাতত মুক্তিৰ ক্ষণ গণি আছিল। ১৯৭৪ চনত চন্দ্ৰকুমাৰৰ শতবাৰ্ষিকী উছৱ কাষ চাপি অহাত চন্দ্ৰকুমাৰৰ পুত্ৰ শ্ৰীতৰুণকুমাৰৰ গা উঠিল। তেওঁ সাহিত্য-সভাৰ লগতে হাত উজান দি যথাযোগ্যভাৱে পিতৃপূজা কৰিবলৈ সক্ষম হ'ল। সোণালী ছেগৰ আগচুলিত ধৰিবলৈ মই শ্ৰীমতী পদ্মা আগৰৱালাক পৰামৰ্শ দিলোঁ। তেওঁ প্ৰকাশৰ বাবে সাঁচি ৰখা পাণ্ডুলিপিটো তৰুণ আগৰৱালাক গতালে। যথা সময়ত তৰুণ আগৰৱালাৰ সৌজন্যত জ্যোতিপ্ৰসাদৰ 'চন্দ্ৰকুমাৰ আগৰৱালা' ছপাৰ পোহৰত জিলিকি উঠিল (নৱেম্বৰ ১৯৭৬)। এইখন কিতাপ সংকলন আৰু সম্পাদন কৰিবলৈ মোৰ বাবে বিশেষ নাছিল কেৱল মাথোন চানেকীকাকতৰ শুধৰণিত ৺নিত্যানন্দ বৰদলৈক সহায় কৰাৰ উপৰি ঠায়ে ঠায়ে পাঠোদ্ধাৰ কৰিবলগীয়া হৈছিল। পাঠোদ্ধাৰ কৰাৰ কথা কোৱা হৈছে এইবাবেই যে জ্যোতিপ্ৰসাদে নিজ হাতেৰে লিখা পাণ্ডুলিপিটোৰ ঠায়ে ঠায়ে কোনো কোনো অংশ উৰুৱি গৈছিল কলপতীয়া চিয়াঁহীৰে লিখাৰ বাবে।

সদৌ শেষত হাত দিবলগীয়া হৈছিল জ্যোতি-কবিতাত। গীত আৰু কবিতা আনলৈ এৰি মই মোৰ কৰ্তব্য শেষ হোৱা বুলিয়েই ধৰি লৈছিলোঁ। পিছে জুৰে এৰিলেও কৰ্পটিয়ে নেৰে। পুনৰ শ্ৰীমতী পদ্মা আগৰৱালাই মোৰ ঘৰলৈ আহি তেওঁ বহু যত্ন কৰি গোটোৱা এজাপ জ্যোতি-কবিতা গতাই দি কলে—"ককাই দেউ, এই কবিতাবোৰবো আপুনিয়েই দিহা লগাওক। কোনো আগবাঢ়ি নাহে নহয়।" প্ৰকাশন-পৰিষদৰ সচিব শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়ায়ো অনুৰূপ অনুৰোধ জনাই মোৰ গাতেই সম্পাদনাৰ দায়িত্ব জাপি দিলে। এইবাৰ পৰিষদৰ পক্ষৰপৰা কবিতাবোৰ পৰীক্ষা-নিৰীক্ষা

কৰি চোৱাৰ প্ৰশ্ন উঠিল। এনেয়ে বিনামূলীয়া খাটনি, তাতে বাহিৰৰ হেতাওপৰা হলে জানো ভাল লাগিব ?

পলমকৈ হলেও সম্প্ৰতি সমগ্ৰ 'জ্যোতি-ৰচনাৱলী' প্ৰকাশ আৰু সম্পাদনৰ দায়িত্ব প্ৰকাশন পৰিষদলৈ হস্তান্তৰিত হোৱাত ৰসতে নাম থৈ মই মেলানি মাগিছোঁ। গৰু মৰিল, পোকো সৰিল। এটা আহুকলীয়া জঞ্জালৰ হাত সাৰি সসম্মানে নিষ্কৃতি লভি মনটো ফৰকাল লাগিছে।

পিছে এটা প্ৰশ্ন থাকি যায়। জীয়াই থাকোঁতে নিদিলে ফটাকানি, মৰিলে দিয়ে শ্ৰীআওঠী। ৰূপকোঁৱৰৰ সম্পৰ্কতো তেনে হোৱা যেন আমাৰ অনুভৱ হৈছে। প্ৰকাশন পৰিষদে পঁচিছ হেজাৰ টকা জ্যোতিপুত্ৰক দি ৰচনাৱাজিৰ স্বত্ব কিনি লৈছে। চৰকাৰী সংস্কৃতি বিভাগে দুই-তিনি লাখ টকা দি জ্যোতিৰ বাসভৱনটো জ্যোতিকলা, প্ৰসাৰ আৰু প্ৰচাৰৰ বাবে হাত কৰি লৈছে। জ্যোতি-চিত্ৰবনে কাহিলীপাৰাত কাহিলি কাহিলি আশাৰ পোহৰ দেখুৱাইছে। এইবোৰ চৰকাৰী প্ৰচেষ্টা নিশ্চয় প্ৰশংসনীয়। কিন্তু দুখৰ কথা এইটোহে যে এই পৰ্য্যন্ত প্ৰায় সকলোবোৰ বেচৰ্কাৰী প্ৰচেষ্টা মুখেন মাৰিতং জগৎ হৈয়েই আছে। আনকি পূৰ্ণাঙ্গ জ্যোতিতথ্য চিত্ৰখনো গুৱাহাটী মহানগৰীৰ ৰাইজে এসপ্তাহতে বিদায় দিলে। অলমতি বিস্তৰেণ।

---

# অতীতক দিয়া বিসৰ্জন

তেজপুৰৰ বাণ ৰঙ্গমঞ্চই এসময়ত অসমীয়া নাট্য আন্দোলনৰ সোণালী যুগৰ সৃষ্টি কৰিছিল। নতুন অসমীয়া মৌলিক নাট আৰু সুনিপুণ অভিনেতা সৃষ্টি কৰাত এই নাটঘৰে আগভাগ লৈছিল।

সাহিত্যগুৰু পদ্মনাথ গোহাঞিবৰুৱা, সঙ্গীতাচাৰ্য্য লক্ষ্মীৰাম বৰুৱা, নটবৰ বোধনাথ পটঙ্গীয়া, ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ, কলাগুৰু বিষ্ণুপ্ৰসাদ, নটসূৰ্য্য ফণী শৰ্মা আৰু বহুতৰ বাবে এই নাটঘৰ ওমলাঘৰ আছিল। এই নাটঘৰৰ অতীত আৰু বৰ্তমানৰ কথা সুঁৱৰি কবৰ মন যায়—বুঢ়ী আই নাহিলি সুখৰ কালত, সাতজনী নিগনি খীৰাই খাইছিলো গেৰেলাক বাইছিলো হালত।

এই নাট্যসমাজৰ অন্যতম কৃতী সম্পাদক স্বৰূপে স্বৰ্গীয় ৰাধিকাকান্ত দাসে দুকুৰিবছৰ কাৰ্য্যনিৰ্বাহ কৰিছিল। তেওঁ নিজৰ কাৰ্য্যকালৰ দুকুৰিবছৰৰ কাৰ্য্যবিৱৰণী পৰিপাটিকৈ লিখি ৰাখিছিল। অৱশেষত তেওঁ যেতিয়া এদিন অবসৰ গ্ৰহণ কৰিলে, বিদায় সম্বৰ্দ্ধনা সভাত বাণষ্টেজৰ সভ্যসকলে কাৰ্য্যবিৱৰণীৰ সেই পকাবন্ধা বহীখনকে তেওঁক উপহাৰ দিলে, নিৰাপদে ৰাখিব বুলি। স্বৰ্গীয় দাসে সেই বহীখন নোপোৱাই পোৱাদি পালে আৰু সঞ্চিত সম্পত্তিৰ দৰে অটোমটোকাৰিকৈ তেওঁৰ কিতাপৰ আলমাৰিত ৰাখিলে। মাহেকে-পষেকে তেওঁ সেইখন উলিয়াই পঢ়ি চাই পুৰণি দিনৰ কথাবোৰ মনতে ৰোমন্থন কৰি অসীম আনন্দ লাভ কৰে।

এইদৰে দুবছৰমান পাৰ হৈ গ'ল। কিন্তু হায়, য'তে বাঘৰ ভয়, তাতে ৰাতি হয়! এবাৰ এমাহমান বিৰতিৰ পিছত বহীখন উলিয়াই দাসদেৱে দেখা পালে যে বহীৰ ওপৰৰ বকলাটোহে আছে, ভিতৰত এখিলাও কাগজ নাই। তেওঁৰ অজ্ঞাতে ঘৰৰ কোনোবা এটা কাম কৰা ল'ৰাই সেই বহীৰ কাগজ উলিয়াই নি তাকে বেচি চানাচুৰ খালে। দাস ডাঙৰীয়াৰ মূৰত বিনা মেঘে বজ্ৰপাত হ'ল। সেই অমূল্য সম্পত্তি হেৰুৱাই তেওঁ হেনো সেই দিনা হুক হুক কৰি কান্দি পেলাইছিল।

জাতীয়তাবাদী অসম এছোচিয়েচন, অসম ছাত্ৰ-সম্মিলন আদি একালত জীৱন্ত আৰু বৰ্তমানে মৃত বহু দেশহিতকৰ অনুষ্ঠানৰ প্ৰতিবেদন, কাৰ্য্যকলাপৰ লাগতিয়াল তথ্যপাতি আদি কৰ্মকৰ্তাসকলৰ অনাদৰ, অবহেলা আৰু দায়িত্বহীনতাৰ বাবে এইদৰে অতীতৰ

বুকত জাহ গৈছে। কিন্তু কোনেও কতো বাণষ্টৈজৰ ছেক্ৰেটাৰীৰ দৰে কন্দা বুলি আমি গম পোৱা নাই। অতি পৰিতাপৰ কথা, আনকি চৰ্কাৰী আৰু কোনো চৰ্কাৰী দপ্তৰৰ পুৰণি আলোচনী, বাতৰিকাকত আদিও হেনো সংৰক্ষণৰ ঠাইৰ অভাবত নষ্ট কৰি পেলোৱা হৈছে। পুৰণি ঠেকেৰাৰ চোক বেছি হোৱাৰ দৰে এই পুৰণি বস্তুবোৰৰ মূল্যও যে বেছি সেই কথা আমি বুজিও নুবুজা হৈছোঁ। সকলোৰে যেন এনে এটা মনৰ ভাব—অতীত মৰিল গ'ল, তাৰ কথা অন্ত হ'ল। মনৰ পৰাই তাক দিয়া বিসৰ্জন।

## শিল্পী প্ৰতিভাৰ ৰেঙনি

মঙলদৈ হাইস্কুলত মই নাট্যাচাৰ্য্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰক লগ পাইছিলো। তেওঁ আছিল সহকাৰী প্ৰধানশিক্ষক। মই অস্থায়ী সহকাৰী শিক্ষক। তেওঁক তেতিয়া মই ওচৰৰ পৰা চাবলৈ সুবিধা পাইছিলো। ওখ-পাখ আৰ্য্যগঢ়ী মানুহজন। এনে সুশ্ৰী অবয়বৰ মানুহ আজিকালি অসমীয়াৰ মাজত বিৰল। সময় গৈ আছিছে মানে আমাৰ দেশৰ গদাধৰজাতীয় সিংহপুৰুষসকলো হাবিৰ সিংহৰ দৰে আটকীয়া হৈ আহিছে। প্ৰৌঢ় বয়সত গোঁফকোছা চুকি পেলোৱাত বৰঠাকুৰ ডাঙৰীয়াৰ মুখত বয়সৰ আঁচোৰ পৰাত ডেকা-কালৰ সৌন্দৰ্য্য ভালেখিনি হ্ৰাস হৈছিল কিন্তু তেতিয়াও তেওঁক যি এবাৰ দেখিছিল কেতিয়াও পাহৰিব নোৱাৰে।

মঙলদৈ হাইস্কুলত মোক পাই তেওঁ বৰ ভাল পাইছিল নিশ্চয় কিয়নো জহুৰীয়েহে হীৰাৰ মোল বুজি পায়। মই হীৰা নহলেও নাট-লিখক হিচাপে বৰঠাকুৰৰ সগোত্ৰ বা একে খেলৰ মানুহ। বহু গুণৰ

সমষ্টি বৰঠাকুৰ এগৰাকী কৃতী শিক্ষকো আছিল। বেচৰ্কাৰী নলবাৰী গৰ্ডন হাইস্কুলত কেবাবছৰো প্ৰধানশিক্ষক হোৱাৰ পিছত প্ৰথমতে সহকাৰী প্ৰধানশিক্ষক হিচাপে তেওঁ চৰ্কাৰী হাইস্কুলত চাকৰি লৈছিল।

মই সদায় তেওঁক মুখত তামোল চোবাই থকা দেখিছিলো। তামোল মুখত থাকোঁতে যদি চাহপানী খাবলগীয়া হয় তেন্তে তামোলৰ মোকোৰাটো মুখৰ সোঁফালে বা বাঁওফালে এৰঁতীয়া কৰি ৰাখি আন-ফালেদি চাহপানী পিছিল। মোক এদিন ৰেজিষ্টাৰ বহীৰ ভুল দেখুৱাবলৈ তেওঁ বহা কোঠালৈ মাতি নিছিল। তেতিয়াও তেওঁৰ মুখত তামোলৰ মোকোৰা আছিল। মুখত তামোল থকাত কথা কবলৈ টান। তেওঁ এডাল পেন্সিলেৰে হাজিৰাবহীত মোৰ ভুলটো দেখুৱাই দিছিল।

মণ্ডলদৈত এবাৰ মই বৰঠাকুৰৰ শিল্পী-প্ৰতিভাৰ নিদৰ্শন স্বৰূপে তেওঁ সজা সৰস্বতী প্ৰতিমা দেখা পাইছিলো। সেই প্ৰতিমা হাইস্কুলৰ ছাত্ৰবিলাকক পূজাৰ বাবে তেওঁ সাজি দিছিল আৰু পূজাৰ অন্তত প্ৰতিমাখন সযত্নেৰে স্কুল ছাত্ৰাবাসত ৰখা হৈছিল। সেই গোঁসানীজন 'মা সৰস্বতী' নাছিল, 'সৰস্বতী আই'হে আছিল। সৰস্বতী আইৰ এনে অপূৰ্ব প্ৰতিমা যেন এটি জীউলগা মূৰ্তিহে। তেজপুৰতো মই ৰাধিকা দাসৰ ঘৰত বৰঠাকুৰে সজা দুৰ্গা প্ৰতিমা দেখি তবধ মানিছিলো। কেৱল প্ৰতিমা কেইখনেই যে অসমীয়াগঢ়ী এনে নহয়, দুৰ্গাদেৱীৰ বাহন সিংহটোও আমাৰ নামঘৰত থকা মণিকূটৰ সিংহাসনৰ উৰপাখি লগা সিংহটোহে যেনিবা। শিক্ষক বৰঠাকুৰে খনিকৰ হৈয়ো শিক্ষকতা নকৰাকৈ থকা নাছিল। তেওঁ প্ৰতিমা সাজোঁতে লগত লাচনি পাচনি কৰি সদায় জনচেৰেক এই বিদ্যাত ৰাপ থকা ছাত্ৰক সুবিধা দিছিল আৰু তেওঁলোকক সহযোগী খনিকৰৰ দায়িত্বও দিছিল। অসমৰ অ'ত ত'ত তেওঁৰ এনে খনিকৰ শিষ্য জনদিয়েক আজিও আছে। তাৰ ভিতৰত তেওঁৰ এজন মুখ্যশিষ্য মোৰ শিল্পী বন্ধু ভাস্কৰ শ্ৰীযুগলকুমাৰ দাস।

এবাৰ বৰঠাকুৰে তেওঁৰ পিতৃশ্ৰাদ্ধ উপলক্ষে আমাক আবেলি

জলপান খাবলৈ মাতিছিল। এটা কোঠাত আমাক ভাগে ভাগে বহুৱাই তেওঁ নিজহাতে জলপান বিলাই গৈছিল। ৰঙ্গমঞ্চত তেওঁক মই বিভিন্ন ভূমিকাত দেখা পাইছিলো। সেই দিনা পৰমান্নৰ চৰিয়াটো আৰু হেতা এখন হাতত লৈ তেওঁ যেতিয়া পাতে পাতে পৰমান্ন দি গৈছিল তেতিয়াও তেওঁক এটা মঞ্চৰ ভূমিকাত দেখা পোৱা যেন লাগিছিল। বিৰাট ৰজাৰ ঘৰত অজ্ঞাতবাসৰ সময়ত ভেশছন কৰি থকা পাণ্ডৱসকলৰ মাজত বল্লভ চাংমাই নামৰ ভীম-জনলৈ মোৰ তেতিয়া চাট কৰি মনত পৰিছিল। স'চাকৈয়ে নাট্যা-চাৰ্য্যগৰাকী ভীম বা গদাধৰ ৰজাৰ কলিকলীয়া সংস্কৰণ এটাই আছিল।

শিল্পীপ্ৰতিভাৰ এয়া এক সামান্য ৰেঙনিহে। নাট্যচাৰ্য্য বৰঠাকুৰৰ শিল্পী-প্ৰতিভা এসময়ত মঞ্চ, চিত্ৰকলা, সঙ্গীত, ভাস্কৰ্য্য, নাট্য; কাব্য আদিত বেলিৰ পোহৰৰ দৰে দিশে দিশে বিকশিত হৈ পৰিছিল। এতিয়া সেই বিষয়ে সুধিব লাগিব 'পাহৰণি ৰাক্ষসী'ক।

---

## ব্ৰজ ঠাকুৰ, মুকুন্দ দাস

গুৱাহাটী কুমাৰ ভাস্কৰ নাট্যমন্দিৰৰ পশ্চিমে থকা ৺পীতাম্বৰ হাজৰিকাৰ পৰিয়ালৰ টোলটোত কেবাটাও ঘৰ হোৱাত ইয়াৰ পূৰ্বৰ সাংস্কৃতিক ঐতিহ্য নিশ্চিহ্ন হৈছে। আজি বেছি দিনৰ কথা নহয় এই টোলৰ দক্ষিণে এটা টিনৰ বঙলা আছিল আৰু আগফালে আছিল এখন ডাঙৰ মুকলি চোতাল। আলিৰ দাঁতিত এজোপা বুঢ়া পলাশ।

এই চোতালতে উজানবজাৰৰ ৰাজহুৱা পূজা হৈছিল। একতা সভাৰ সৰস্বতী পূজা হৈছিল। পূজাৰ অস্থায়ী মঞ্চত ডেকাফুকনে 'ঠানুবাপু' আৰু কামাখ্যা ঠাকুৰে ফক্স চাহাবৰ ভাও দি দৰ্শকৰ পেটৰ নাড়ী ডাল ডাল কৰিছিল।

ইয়াতে নটবৰ ব্ৰজ শৰ্মাৰ বঙলা যাত্ৰা-গান হৈছিল। নাটক আছিল 'ৰাণা প্ৰতাপ' আৰু 'বাজীৰাও'। 'ৰাণা প্ৰতাপ'ত ব্ৰজ শৰ্মা হৈছিল শক্তসিংহ আৰু ককায়েক কৃষ্ণ শৰ্মা হৈছিল প্ৰতাপ সিংহ। বঙলা হলেও শৰ্মা ভ্ৰাতৃদ্বয়ৰ সেই ভাও অতি উত্তম হৈছিল। অভিনেতা ব্ৰজ শৰ্মাৰ নাম-যশ সেই অভিনয় দুখনৰ পৰাই গুৱাহাটীত ফুটিফাটি গৈছিল। তেতিয়াও সহ-অভিনয়ৰ ব্ৰজ-লীলা হবৰ নৌ এখোন। তেতিয়া মানুহে ব্ৰজ শৰ্মাক ব্ৰজ ঠাকুৰো বুলিছিল।

এই ঠাইতে বৰপেটাৰ এটা গীতাভিনয়ৰ দলে ৰায়চৌধুৰী ৰচিত 'জয়দ্ৰথ বধ' আৰু 'শিখিধ্বজৰ দান-পৰীক্ষা' নামৰ দুখন অসমীয়া নাটৰ চমকপ্ৰদ অভিনয় কৰি গুৱাহাটীৰ ৰাইজক পুলকিত কৰিছিল। মানুহৰ মুখে মুখে সেই অভিনয় দুখনৰ প্ৰশংসা শুনা গৈছিল। বিশুদ্ধ অসমীয়া গীতাভিনয়ৰ কালিকা মানুহে ভালদৰে উপলব্ধি কৰিছিল।

* * *

এই ঠাইতে অভিনীত হৈছিল প্ৰসিদ্ধ জাতীয়তাবাদী বঙ্গৰ চাৰণ-কবি মুকুন্দ দাসৰ যাত্ৰাগান। এই দলটোৱে চাৰিখন যাত্ৰাৰ নাট মেলিছিল। আটাইকেইখন সামাজিক নাট। সহজ, সৰল, সাধাৰণ পোছাক-পৰিচ্ছদ অভিনয়ৰ বিশেষত্ব আছিল। পৌৰাণিক গীতাভিনয়ৰ 'বিবেক'ৰ দৰে স্বয়ং মুকুন্দ দাস ওলাই জুই-বৰষা গান গাই দৰ্শকক মন্ত্ৰমুগ্ধ কৰিছিল। তেওঁৰ গোটেই গাতে চোলাত ৰূপক পদক। গলগলীয়া মাত, চকুত তীক্ষ্ণ দৃষ্টি, গানৰ ছেৱে

ছেৰে একোটা বিচিত্ৰ ভঙ্গীৰ জোকাৰণি। সেই গানবোৰৰ মাদকতা ইমান বেছি আছিল যে সেইবোৰ ল'ৰা-বুঢ়া সকলোৰে মুখে মুখে হৈছিল। আনকি পানীভাৰীয়েও কান্ধত পানীৰ বাল্টি লৈ মুকুন্দ দাসৰ গান গাই গৈছিল।

মহাত্মা গান্ধীৰ অসহযোগ আৰু স্বদেশী আন্দোলনত মুকুন্দ দাসৰ গানবোৰে লোকসংগ্ৰহ কৰি জুইত ঘৃতাহুতি দিছিল। তাৰে এটা গানৰ এফাঁকি আছিল:

বি-এ, এম-এ পাছ কৰি
চাকৰিটি যদি নাহি মিলে,
শক্ত কৰে নাঙ্গল ধৰে
মিলে যাবে ভাই চাষাৰ দলে।

আজি এনেবোৰ বাণী জননেতাসকলৰ মুখত' দিনৌ আখৈ ফুটাদি ফুটিব লাগিছে। সেই গোলামী যুগত কিন্তু এই নিচিনা গানবোৰ স্বাধীনতাৰ সহস্ৰ নামৰ অন্তৰ্গত আছিল।

———

# কৰ্মবীৰৰ গৃহলক্ষ্মী

৪-১১-৭৫ তাৰিখে সন্ধিয়া ৰবীন্দ্ৰ-ভৱনত কৰ্মবীৰ বৰদলৈ ৰচিত 'গৃহলক্ষ্মী' নাটৰ সফল অভিনয়েৰে গুৱাহাটীত চাৰিদিনীয়া কৰ্মবীৰৰ শতবাৰ্ষিকী উৎসৱৰ মধুৰেণ সমাপয়েৎ কৰা হয়। গুৱাহাটীৰ নবীন আৰু প্ৰবীণ অভিনয়-শিল্পীসকলে এই নাটৰ অভিনয়ত অংশ গ্ৰহণ কৰিছিল—আন্তৰিকতাৰে, নিষ্ঠাৰে।

জয়জয়ন্তে নাটখনিৰ কথা কওঁ। কৰ্মবীৰ বৰদলৈয়ে ৰাজনীতি আৰু সামাজিক কামত ব্যস্ত হৈ থাকিবলগীয়া হোৱাতো টোন্তে

খৰ মাৰি সাহিত্যসেৱা কৰিছিল। অসমীয়া সাহিত্যলৈ তেওঁৰ এনে অৱিহণাও মূল্যবান। ১৯১২ চনৰ পূজাৰ বন্ধত দুদিনতে তেওঁ 'গৃহলক্ষ্মী' নাট ৰচনা সমাপ্ত কৰিছিল—ৰোহিণী কুমাৰ চৌধুৰী আৰু হৰিনাৰায়ণ বৰাৰ 'নেৰানেপেৰা উৎপীড়ন'ৰ বাবে। দেশ-নেতা ৰোহিনী চৌধুৰীৰ সাহিত্যপ্ৰেমৰ স্বাক্ষৰ বৰদলৈৰ আগকথা-খিনিতে আছে। সি যি নহওক, নাটখনি বহুদিন দুষ্প্ৰাপ্য হৈ থকাৰ পিছত প্ৰকাশন পৰিষদে 'বৰদলৈ ৰচনাৱলী'ৰ যোগেদি পোহৰলৈ উলিওৱাত এই নাট অভিনয় আৰু আলোচনাৰ বাবে সহজলভ্য হৈছে।

আজিৰপৰা তিনিকুৰি বছৰৰো আগতে মই গুৱাহাটীৰ কুমাৰ ভাস্কৰ নাট্যমন্দিৰত এই নাটৰ অভিনয় দেখা পাইছিলো। থোৰতে সেই নাটৰ মূল কাহিনীটো আজিও মনত পৰে। নায়ক হৰিচৰণৰ চৰিত্ৰটো ৰূপায়িত কৰিছিল ছিলঙৰ এসময়ৰ প্ৰখ্যাত অভিনেতা ভোলানাথ বৰুৱাই( অকণি) আৰু মেটোৰ হৈ জমাইছিল কামৰূপ নাট্যসমিতিৰ অন্যতম খ্যাত দঢ়ীয়া-অভিনেতা অম্বিকা বৰুৱাই। তিৰোতাৰ ভাও দিছিল দাড়ি-গোঁফ চিকুণাই পুৰুষ-শিল্পীয়ে। সেই ধূঁৱলিকুঁৱলী স্মৃতিকে সমল কৰি লৈ ৰবীন্দ্ৰ-ভৱনত অভিনয় চাবলৈ গৈছিলোঁ।

অন্ততঃ তিনিটা দৃষ্টিকোণৰ পৰা 'গৃহলক্ষ্মী' নাটৰ অভিনয় অলপ বেলেগ চকুৰে নিৰীক্ষণ কৰা উচিত। যেনে, (১) এজন বৰেণ্য দেশনেতাৰ নাটক হিচাপে (২) এটা উৱলি যোৱা যুগৰ এখন জনপ্ৰিয় নাটক হিচাপে (৩) মাদকদ্ৰব্য-নিবাৰক নাটক হিচাপে।

এজন বৰণ্যে নেতাৰ নাটক হলেও ইয়াৰ সাহিত্যিক মূল্য নেথাকিব পাৰে আৰু ই মঞ্চসফল নহবও পাৰে। সুখৰ বিষয় সাহিত্যতে হওক বা মঞ্চতে হওক 'গৃহলক্ষ্মী'য়ে আগত স্থান পাবৰ উপযুক্ত হৈছে।

দ্বিতীয়তে এই নাট এই শতিকাৰ দ্বিতীয় দশকতে ৰচনা কৰা হৈছিল যদিও আজিও অষ্টম দশকতো ইয়াৰ মূল্য যে মঞ্চত অটুট হৈ আছে, সেই দিনাৰ অভিনয়ে এই কথা স্পষ্টভাৱে প্ৰতিপন্ন কৰি দেখুৱালে। বহুতে হয়তো ভাবিছিল, আমিও ভাবিছিলো যে তাহানিৰ এলাণ্ডুকলীয়া ছবিবোৰ আজিৰ যুগৰ চকুত আমনিদায়ক হব। সেইটো কিন্তু হৈ নুঠিল। 'গৃহলক্ষ্মী'ৰ অভিনয়ে আমাক তৃপ্তিৰ খোৰাক যোগালে যথেষ্ট।

তৃতীয়তে নাটকৰ বিষয়বস্তু মদৰ অপকাৰিতা। এই প্ৰসঙ্গতে কব পাৰি যে বৃটিছ আমোলত কানি আৰু ফটিকা এই দুবিধ মাদক-দ্ৰব্যই অসমীয়া সমাজক খুলি খুলি খাই সৰ্বস্বান্ত কৰিছিল। গোটেই ৰাজ্যখনেই কানি ৰাক্ষসীৰ গৰাহত পৰিছিল। আভিধানিক হেম বৰুৱাই 'কানীয়া কীৰ্তন' নাট ৰচনা কৰি কানীয়া অসমক টোপনিৰ পৰা জগাবলৈ যত্ন কৰিছিল। কৰ্মবীৰ বৰদলৈয়ে তেওঁৰ 'গৃহলক্ষ্মী' নাটকত মদাহী সমাজখনৰ হুবহু চিত্ৰ অঙ্কন কৰিছে। দেশ আজি যদিও নামত 'শুকান' হৈছে, কামত বিহপানীটোপাই দেশ তিয়াই থৈছে। মদ আজিও আছে, তেতিয়াও আছিল। প্ৰচলনৰ প্ৰণালী অৱশ্যে সুকীয়া হৈছে। সেই কালৰ সঁচা সাধু এটা বিহগী কবিৰ মুখত শুনিছিলো। এখন বিয়াৰ কথা। দৰাঘৰ আৰু কইনাঘৰৰ মাজত দহ-পোন্ধৰ মিনিটৰ বাট। দৰা উজানবজাৰ নৈৰ পাৰত, কইনা চেনিকুঠীৰ পঞ্চবটীৰ কাষত। দৰা সদলবলে কইনা ঘৰলৈ ওলাইছিল ৰাতি ৯ মান বজাত। কইনা-ঘৰ পাইছিলগৈ পুৱা দহমান বজাত। তাকো দৰা প্ৰমুখ্যে বৰযাত্ৰীবিলাকক হেনো কইনাঘৰীয়া মানুহে আৱিষ্কাৰ কৰি নিছিল আলিৰ কাষৰ গড়খাৱৈৰ পৰা। তেতিয়াহে বোলে দৰাঘৰীয়া, কইনাঘৰীয়া দুয়োপক্ষৰ পৰা মদৰ ৰাগীয়ে এৰা দিছিল।

বৰদলৈদেৱে এনে মদাহীবে চৰিত্ৰৰ সফল ৰূপায়ণ কৰিছে তেওঁৰ 'গৃহলক্ষ্মী' নাটত। অসহযোগ আন্দোলনৰ মাদকদ্ৰব্য

বৰ্জন কাৰ্য্যসূচী তেতিয়াও সৃষ্টি হোৱা নাছিল। সেই সময়ত বিষ-স্তন যাচি, শিশুঘাতিনী হোৱা পুতনাৰ দৰে অসমীয়া সমাজত বিহপানী যাচি অনিষ্ট কৰা ফটিকাই বহু ঘৰত অশান্তিৰ সৃষ্টি কৰিছিল, ফটিকাই একোখন সোণৰ সংসাৰ ছাৰখাৰ কৰিছিল। দেশপ্ৰাণ কৰ্মবীৰে চমু পাতনিত জনাইছে— 'সেই সময়ত শ্ৰীশ্ৰীলক্ষ্মীপূজা আছিল। অসমীয়া মানুহে লক্ষ্মীৰ পূজাকেহে কৰে কিন্তু লক্ষ্মী আয়ে হলে অসমীয়াৰ পূজা গ্ৰহণ কৰে বুলি বিশ্বাস নহয়। কাৰণ অসমীয়াৰ ঘৰত লক্ষ্মী আইৰ গতি বিৰল। কিন্তু লক্ষ্মী বিৰল হলেও যথাৰ্থতে অসমত গৃহলক্ষ্মীৰ অভাৱ বিশেষ নাই। তাৰ বাহিৰেও পূজাত সচৰাচৰ যিবিলাক ঘটনা ঘটা দেখা যায়, তাৰ পৰাও কিছুমান চিত্ৰ এই কিতাপত লোৱা হৈছে।'

এই ঘটনাবোৰ হৈছে মদাহীৰ উদ্ভণ্ডালি। এইবোৰ সমাজৰ বাস্তৱ চিত্ৰ। সমাজসচেতন কৰ্মবীৰৰ মানসপটত অজানিতে যেনেবোৰ ঘটনাই প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰি আছিল, লিখকৰ অজ্ঞাতসাৰেই হয়তো নাটখনত তাৰেই প্ৰতিফলন হৈছে।

অসমীয়া নাৰী-সমাজৰ প্ৰতি বৰদলৈদেৱে কেনে উচ্চভাব পুহি ৰাখিছিল গৃহলক্ষ্মীয়ে তাৰো সাক্ষ্য বহন কৰিছে। দুদিনতে লিখা হলেও গৃহলক্ষ্মী এখন বাস্তৱধৰ্মী উত্তম সামাজিক নাটক।

সেই দিনা দৰ্শকসকলে এখন পুৰণি নাটকৰ অভিনয় চাবলৈ মনত যি দোধোৰমোধোৰ ভাব লৈ গৈছিল, উলটিবৰ সময়ত তাতকৈ বহু বেছি তৃপ্তিৰ আনন্দ লগত লৈ ঘূৰি আহিব পাৰিছিল।

———

# মোকৰ্দমা ঘিচমিচ

ৰবিধৰ বৰুৱা ১ম আৰু ২য় দশকত গুৱাহাটী কামৰূপ নাট্যসমিতিৰ নামজ্বলা খুহুটীয়া অভিনেতা আছিল। সেই দিনত ৰবিধৰ বৰুৱা আৰু মীনকান্ত ববদলৈ নেথাকিলে নাট্যসমিতিৰ কোনোখন অভিনয়েই নজমে অৰ্থাৎ পাগত নুঠে। ৰবিধৰ বৰুৱাৰ ভাগত পৰা ভাওবোৰ আছিল কলিমন, ৰাতিয়া, গোবৰ্দ্ধন, হনুমান আদি। তেওঁৰ ভাও যে উচ্চ পৰ্য্যায়ৰ আছিল এনে নহয়, তথাপি দৰ্শকে তেওঁক ভাল পাইছিল। তেওঁৰ বচনভঙ্গী আৰু কথনভঙ্গীয়ে গিৰ্জনি মৰা হাঁহিৰ ৰোল তুলিছিল। সেই হাঁহিত নাট্যমন্দিৰৰ বেৰ-চালবোৰেও উৰি যাওঁ, উৰি যাওঁ কৰিছিল। তেওঁ যি ভাওকে নলওক ভাত বহুৱালিৰ চাপ পৰিবই। বৰুৱাই মঞ্চত সোঁশৰীৰে প্ৰবেশ কৰাৰ আগতে দৰ্শকক তেওঁৰ ভাও চাবলৈ আগতীয়াভাৱে প্ৰস্তুত কৰি লয়। তেওঁ পোনতে ডেউকা-পটৰ কাষেদি ভুমুকি এটা মাৰি কেটোৰ-ক'লা মুখখন দেখুৱাই দৰ্শকৰ হাতচাপৰি আদায় কৰে। তাকে শুনি হোঁ‌ঘৰৰ ভিতৰত তেওঁ মন্তব্য কৰে—"এটা বহুৱাগৈা বাপেকে।" বিপৰীত ফালৰ ডেউকা-পটৰ কাষেদি আৰু এটা ভুমুকি মাৰে। আকৌ হাতচাপৰি পৰে। তেওঁ আকৌ কয়—"আৰু এটা বহু-ৱাগৈা বাপেকে।" তাৰ পিছতহে তেওঁ মঞ্চত ওলায়। বহু সময়ত নাটকৰ কথা থাকে একালে, তেওঁৰ বচন থাকে আন একালে। কি বচন ক'ত মাতিব লাগিব ভালৈ তেওঁ খবৰ নেৰাখে, খুচিমতে তেওঁ বচন মাতি যায়। সুধিলে কয়, খুচিকা বাত হাতীকা দাঁত। এবাৰ তেওঁ 'শোণিতকুঁৱৰী' অভিনয়ত শিঠিত এখন গুৱাহাটী পৌৰসভাৰ প্ৰচাৰ-পত্ৰ মাৰি ওলাইছিল আৰু

ঘনে ঘনে মঞ্চলৈ পিঠি দি সেই প্ৰচাৰ-পত্ৰলৈ দৰ্শকৰ মনোযোগ আকৰ্ষণ কৰিছিল। হাঁহিত দৰ্শকৰ পেটৰ নাড়ী ডাল ডাল হৈছিল।

এইজন ৰবিধৰ বৰুৱাৰ সাংসাৰিক অৱস্থা গুৰিতে বৰ ভাল আছিল; খাটে-পামে, ঘৰে-দুৱাৰে জয়জয় ময়ময় অৱস্থা। কুমাৰ ভাস্কৰৰ পশ্চিমৰ ঘৰ-মাটিৰ এসময়ত তেওঁৰেই গৰাকী আছিল। দুৰ্ভাগ্যৰ বাবে অলপ দিনতে এই সকলোবোৰ হেৰুৱাই তেওঁ জুকলা হৈ পৰিছিল। সেয়ে হলেও অৰ্থাৎ সাংসাৰিক ধামখুমীয়াত পৰিও একমাত্ৰ পুতেক প্ৰেমধৰ বৰুৱাৰ অকাল মৃত্যুৰ আগলৈকে তেওঁৰ মনোবল আৰু খুহুটীয়া কথনভঙ্গী অটুট আছিল।

এদিনৰ কথা। ৰবিধৰ বৰুৱা তেতিয়া কাছাৰীঘৰৰ গছ-তলীয়া মহৰী (তৰণী)। ৰণত পৰি কলীয়া, তেল নাপাই ফপৰীয়া হৈছে। মই কলেজিয়েট স্কুলৰ ছাত্ৰ। এদিন পানী খোৱা ছুটীত কাছাৰীঘাটৰ গছৰ তলত বৰুৱাৰ মহৰী-জীৱনৰ এটা উপভোগ্য দৃশ্য দেখা পাইছিলোঁ। আজিও মনত আছে। তাৰেই এই প্ৰসঙ্গৰ মোখনি মাৰিছোঁ।

হাকিমৰ এজলাচত দুঘৰ মিকিৰৰ মাজত কিবা এটা মোক-র্দমা চলিছিল। এক পক্ষৰ উকিলৰ মহৰী আছিল ৰবিধৰ বৰুৱা। হাকিমে গোচৰটো ডিছমিছ কৰি দুয়ো পক্ষক মিটমাট কৰি দিবলৈ বৰুৱাক ভাৰ দিলে। আমি দেখা পাইছিলোঁ, বৰুৱাই দুই পক্ষক নৈৰ পাৰৰ গছৰ তলত গোটাই লৈ বক্তৃতাৰ বকলা মেলিছে। তেওঁৰ হাঁহি উঠা ভাব-ভঙ্গী আৰু কথাৰ ছেও দেখি বহু মানুহ গছৰ তলত গোট খাইছে। কথাৰ মাজে মাজে 'মোকৰ্দমা ঘিছমিছ' বুলি এনেভাৱে একোটা চিঞৰ মাৰিছে যেন হাকিমৰ হতুৱাই মোকৰ্দমা ঘিছমিছ কৰাই তেওঁ এটা ডাঙৰ কাম কৰি দিলে। তাৰ 'ফীজ' বা মাননি স্বৰূপে তেওঁ দুই পক্ষৰ পৰা পাঁচটকাকৈ আদায় কৰি চোলাৰ মোনাত সুমালে। হোলাৰ ভাই মোলা হোজা

গুচৰীয়া-পদকীয়াই ভাবিলে, পাঁচটকাতেই বিষ্ট পাব হ'ল। মোক-দ্দমা খিছমিছ নোহোৱা হলে আৰু বা কিমান ওপৰঞ্চি ভৰণি হ'লহেঁতেন।

———

# ৰসেৰ ভোমোৰা বন্ধু

কালিদাসৰ 'উমা' নহয়, ঘনকান্ত বৰুৱাৰ উমা—দ্বিতীয়-তৃতীয় দশকৰ এখন জনপ্ৰিয় অসমীয়া নাট। বয়স বাঢ়ি অহাৰ লগে লগে বহু অভিনয়ৰ স্মৃতি মনৰ মাজত মচ খাই গৈছে, কিন্তু কামৰূপ নাট্যসমিতিৰ দ্বাৰা কুমাৰভাস্কৰত এই 'উমা' নাটৰ অভিনয়ৰ স্মৃতি আজিও মোৰ মানসপটত সেউজবুলীয়া হৈ আছে। চন্দ্ৰধৰ বৰুৱাই এটা পুৰণি আৰবী সাধুৰ জুমুধিটো লৈ 'ভাগ্যপৰীক্ষা' নাট ৰচনা কৰাৰ নিচিনাকৈ বঙলা 'স্বৰ্ণলতা' নামৰ উপন্যাসখনৰ এছোৱাৰ জুমুধিটো লৈ শিক্ষাবিদ বৰুৱাদেৱে এই নাটখন ৰচনা কৰিছিল। ৰূপান্তৰিত কাহিনী হলেও 'ভাগ্যপৰীক্ষা' আৰু 'উমা' দুয়োখন নাটকত নাট্যকাৰ দুজনৰ মৌলিক সৃজনী-প্ৰতিভাৰ স্বাক্ষৰ জলজল পটপট।

'উমা' নাটত এটি অসমীয়া মধ্যবিত্ত পৰিয়ালৰ দুজন ককাই-ভাই আৰু দুজনী জা-জোৱালীৰ মাজত হোৱা হাই-কাজিয়াৰ পৰিণাম সফলভাৱে চিত্ৰায়িত কৰা হৈছে। কাহিনীত জটিলতা নাই, কুটিলতা আছে। মৌজাদাৰ লক্ষ্মীকান্ত আৰু তেওঁৰ ভায়েক দেৱকান্ত একেলগে মিলিজুলি থাকে, একেটা চৰুতে খায়। সৰু বোৱাৰী উমা লখিমী-তিৰোতা। গাঁওৰ টুটুকীয়ানী বুঢ়ী অঘোণী বাইৰ লগনীয়া কথা আৰু ধূৰন্ধৰ ভায়েক গোবৰ্দ্ধনৰ চক্ৰান্তত মৌজাদাৰনী সুমিত্ৰাৰ প্ৰকৃতি লৰে। তেওঁ দেওৰেক দেৱকান্ত আৰু

জাক উমাক চকুপাৰি দেখিব নোৱাৰা হয়। ঘৈণীয়েকৰ কথাতে হয়ভৰ দি তিৰোতাসেকৰা লক্ষ্মীকান্তই ভায়েকক বেলেগ কৰি দিয়ে। উমা আৰু তেওঁৰ বেটী আহিনী—বাৰীচুকত ঘৰ সাজি থাকিবলগীয়া হয়। দেৱকান্তই বিদেশৰ পৰা ঘৈণীয়েকৰ নামত পঠোৱা টকা চহী জাল কৰি গোৱৰ্দ্ধনে আত্মসাৎ কৰে। তাৰ ফলত অৱশেষত গোৱৰ্দ্ধনচন্দ্ৰই জেলত বগা ভাত খাবলগীয়া হয়। এনেবোৰ সাধাৰণ ঘৰুৱা কথাই নাটৰ বিষয়বস্তু।

মই কুমাৰভাস্কৰত এই নাটৰ অভিনয় বহুবাৰ দেখিছিলোঁ। যিমানদূৰ মনত আছে সেই অভিনয়বোৰৰ, চৰিত্ৰলিপি আছিল এনেকুৱা ঃ

লক্ষ্মীকান্ত—অম্বিকা বৰুৱা, শৈলেন দত্ত
দেৱকান্ত—জগৎচন্দ্ৰ বেজবৰুৱা
গোৱৰ্দ্ধন—কালিপ্ৰসাদ বৰুৱা, ৰবিধৰ বৰুৱা
ধূলিৰাম ওস্তাদ—মীনকান্ত বৰদলৈ
সুমিত্ৰা—যোগেশচন্দ্ৰ তামুলী, গিৰিশ শৰ্মা
উমা—ৰাধিকাপ্ৰসাদ বৰুৱা
আহিনী বাই—নবীনচন্দ্ৰ শৰ্মা
কনিষ্টবল—মহেন্দ্ৰনাথ গোস্বামী

এইসকলৰ এজনো আজি আমাৰ মাজত নাই।

এখন সাধাৰণ সামাজিক নাটৰ অভিনয় হলেও সেই সময়ত 'উমা' অভিনয় ইমান কৃতকাৰ্য্য হৈছিল যে বেজবৰুৱাৰ পৌৰোহিত্যত গুৱাহাটীত অনুষ্ঠিত হোৱা অসম সাহিত্য-সভাৰ বছেৰেকীয়া অধিবেশন উপলক্ষেও নাটখনি মঞ্চত তোলা হৈছিল। সভাপতি প্ৰমুখ্যে অসমৰ বিভিন্ন স্থানৰ বিশিষ্ট দৰ্শকসকলক সেই অভিনয়ে প্ৰচুৰ আনন্দদান কৰিছিল।

নাটখনত পৌৰাণিক বা বুৰঞ্জীমূলক নাটৰ বীৰত্বব্যঞ্জক বচন আৰু লম্ফঝম্ফ নাছিল, তথাপি দেৱকান্তৰ ভাৱত নগাঁৱৰ স্বনামধন্য অভিনেতা জগৎচন্দ্ৰ বেজবৰুৱাই এনে সাৱলীল আৰু স্বাভাৱিক

মাত-কথাৰে ভাও দিছিল যে তাৰ তুলনা নাই। অসমৰ বিভিন্ন স্থানৰ পৰা অহা প্ৰতিনিধি-দৰ্শকে নগঞা বেজবৰুৱাক অসমৰ এজন শ্ৰেষ্ঠ অভিনেতা বুলি সেই দিনাই ঠাৱৰকৈ বুজি পাইছিল। সেই অভিনয়ৰ আন এজন অভিনেতা মীনকান্ত বৰদলৈয়েও ধুলিৰাম ওস্তাদৰ ভূমিকাত অননুকৰণীয় ভাও দি দৰ্শকক বাককৈয়ে মুগ্ধ কৰিছিল। বৰদলৈৰ কথা কোৱা ঠাচত স্বকীয় মৌলিকতা আছিল। বেজবৰুৱা আৰু বৰদলৈৰ কথোপকথনখিনি গাজত মৰা বিধৰ হৈছিল। মেমনিপগলা ওস্তাদ দঢ়ীয়া মীনকান্তই চাহাবী ঠেঙা-ঠুলী পিন্ধি আলিবাটেদি যাওঁতে জাককৰা ল'ৰাই 'কলমৌ থাওঁতে বুঢ়া হনুমন্তে, নগৰী কৰিলে ছন' গাই খং তোলোৱা দৃশ্য মনত পৰিলে আজিও মোৰ হাঁহিবৰ মন যায়। খোনা গোৱৰ্দ্ধনৰ বচনভঙ্গী আৰু খুহুটীয়া কাৰ্য্যকলাপেও দৰ্শকক হাঁহিৰ খোৰাক যোগাইছিল। আটাইতকৈ উল্লেখযোগ্য আছিল দেৱকান্ত আৰু ওস্তাদৰ মাজৰ এবাএৰি হোৱা দৃশ্যটো। দেৱকান্তই থোকাথুকি মাতেৰে ঘৰলৈ ওলোৱাত ওস্তাদ মীনকান্তই বেহেলাত ৰেপ দি গাইছিল :

আম লাগে গোটা গোটা
তেঁতুল লাগে বেঁকা,
দেশের বন্ধু দেশে যাবে
আৰ হবে না দেখা।

এইচাম অভিনেতা আজি আমাৰ মাজত নাই। কিন্তু যিসকলে দেখা পাইছিল তেওঁলোকৰ মনৰ মাজত আজিও তেওঁলোক হেৰুৱাই যোৱা নাই। যিবিলাকে সেই 'উমা' থিয়েটাৰ দেখা পাইছিল, তেওঁলোকৰ কাণত আজিও বাজি আছে হাস্যৰসিক মীনকান্তৰ ৰিণি ৰিণি বেহেলাৰ তান আৰু তেওঁৰ গান :

ৰসেৰ ভোমোৰা বন্ধু
নয়নেৰি কাজল
মেঘনিৰ গোন্ধ টেঙা টেঙা
মানুষ হবে পাগল।

———

# অতি দৰ্পে হত লঙ্কা

আগতেই কোৱা হৈছে যে প্ৰথমতে ফুকন, দ্বিতীয়তে ডেকাফুকন আৰু শেহত মইহাং ফুকন ( মই হেংদান ফুকন ) উপাধিৰে নিজকে বিভূষিত কৰি স্বয়ম্ভূ নেতা হৈ এজন বহুগুণী, বহুপ্ৰতিভাসম্পন্ন শিল্পী মহেন্দ্ৰনাথ তেওঁৰ মৃত্যুৰ লগে লগে হেৰাই গ'ল। বিশ্ববিজেতা নৰকাসুৰৰ দৰে এই মহেন্দ্ৰনাথ ফুকনৰো শিল্প-প্ৰতিভা আছিল এক বিস্ময়, তেওঁৰ জীৱনৰ উত্থান-পতনবোৰো আছিল বিস্ময়। কোনোবাই যদি প্ৰশ্ন সোধে এই শিল্পীজনে কি জানিছিল ? তেতিয়া সেই প্ৰশ্নকাৰকজনকে ওলোটাই সুধিব লাগিব—তেওঁ নেজানিছিল কি ? সাহিত্য-সংস্কৃতি অৰ্থাৎ চিত্ৰাঙ্কন, ভাস্কৰ্য্য, সঙ্গীত, কবিতা, নাটক, আবৃত্তি, বিভিন্ন ভাষাৰ বক্তৃতা সকলো বিষয়তে তেওঁ আছিল নিপুণ কলাকাৰ।

প্ৰবল পৰাক্ৰান্ত নৰকাসুৰৰ বীৰত্ব এদিন চূড়ান্ত শীৰ্ষ-বিন্দুলৈ উঠিছিল। কিন্তু তাৰ পিছত অতি দৰ্পে হত লঙ্কা হোৱাৰ নিচিনাকৈ দ্বাৰকাপতি শ্ৰীকৃষ্ণৰ হাতত তেওঁৰ পতন ঘটিছিল। একেভাৱে গুৱাহাটী কামৰূপ নাট্যসমিতিৰ কুমাৰ ভাস্কৰত নৰকাসুৰৰ চৰিত্ৰ ৰূপায়িত কৰি আৰু সেই নাট দক্ষতাৰে পৰিচালনা কৰি মহেন্দ্ৰনাথে তেওঁৰ অসাধাৰণ শিল্পী-প্ৰতিভাৰ জাজ্বল্যমান প্ৰমাণ দাঙি ধৰিছিল আৰু এই অভিনয়লানিৰ সমাপ্তিৰ লগে লগেই তেওঁৰ শিল্পীজীৱনৰ যৱনিকাপাত হ'ল বুলি কব পাৰি। নৰকাসুৰৰ দৰেই ডেকাফুকনো আছিল এক বিয়োগান্তক নাটকৰ নায়ক। তেওঁৰ গাত আনৰ গাত নথকা বহু সজ গুণ আছিল। সেইবোৰৰ যথেষ্ট প্ৰকাশ হৈছিল, কিন্তু সম্পূৰ্ণ বিকাশ নহ'ল। ইচ্ছাকৃতভাৱেই হওক বা অনিচ্ছাকৃতভাৱেই হওক, তেওঁ সময়ৰ শৰ হাতত তুলি

নললে। সেই কাৰণে কোনো গুণৰে স্থায়ী স্বীকৃতি থাকি নগ'ল।

কুমাৰ ভাস্কৰ নাট্যমন্দিৰৰ বুৰঞ্জীত নোহোৱা-নোপজা কথা। এমাহৰ ভিতৰতে কেবাবাৰো মোৰ 'নৰকাসুৰ' নাটৰ চমকপ্ৰদ সাফল্যমণ্ডিত অভিনয়। অভিনয়ৰ নাম-ভূমিকাত, প্ৰযোজনা আৰু পৰিচালনাত নিজে মহেন্দ্ৰনাথ। ছেক্ৰেটাৰী ললিত চৌধুৰী, মঞ্চ-মেনেজাৰ শ্ৰীমহেন্দ্ৰ তালুকদাৰ, পোছাক মেনেজাৰ দুলালচন্দ্ৰ বৰুৱা, সঙ্গীতত শশীকান্ত গোস্বামী, ত্ৰৈলোক্যনাথ গোস্বামী আৰু সঙ্গীবৃন্দ, পোহৰনিয়ন্ত্ৰক লক্ষ্মীনাথ দাস আৰু সহকাৰী মঞ্চ-মেনেজাৰ আছিল শ্ৰীপ্ৰকাশ গোহাঞি। সকলোৰে ওপৰত মহেন্দ্ৰনাথ ডেকাফুকন। তেওঁ দহ বুলিলে দহ, পাঁচ বুলিলে পাঁচ। তেওঁৰ ভয়ত নাট্যসমিতিৰ ছেক্ৰেটাৰীৰপৰা চকীদাৰলৈ প্ৰতিজন থৰহৰি কম্পমান। কোন মুহূৰ্ত্তত কি অঘটন ঘটায় কোনেও কব নোৱাৰে।

নাটখন তেওঁৰ মনঃপুত কৰি লোৱাৰ উপৰিও প্ৰতিজন শিল্পীকে তেওঁ ভাটৌ শিকোৱাদি পাঠ দিছিল। প্ৰতিটো শব্দ, প্ৰতিটো বৰ্ণ শুদ্ধভাৱে উচ্চাৰণ কৰাইছিল। কোনেও অলপো টুৰিমুৰি কৰিব নোৱাৰিছিল। তিৰোতাৰ ভাও লোৱা অভিনেতা কিজাকে আখৰাৰ সময়তে পোন্ধ সোলোকাই চুৰিয়া মেখেলাৰ দৰে পিন্ধিব লাগিছিল, তেতিয়াহে বোলে 'মুড' আহে। ইন্দুমতীৰ ভাৱৰীয়াজন তিনিবাৰ সলনি হৈছিল। ডেকাফুকনে তালুকদাৰক হুকুম দিব—"কালি এজন নতুন ইন্দুমতী পাম নে নেপাম? এইজনৰে নচলিব।" তালুকদাৰে ভয়ে ভয়ে কয় "পাব" বুলি। পিছদিনা তেওঁ ইন্দুমতী বিচাৰি চহৰখনত চলোপাত কৰিব। এইদৰে প্ৰায় কাড়া আখৰা চলাৰ পিছতহে অভিনয়ৰ বাবে দিনবাৰ ধাৰ্য্য কৰা হৈছিল। নক'লেও হব যে সেই দিনত আজিকালিৰ দৰে পাব পৰা বৈজ্ঞানিক সা-সুবিধা একোৰে একোটো নাছিল। এতিয়াৰ দৰে বিজুলীকো লিগিৰীৰ দৰে খটাব পৰা

নগৈছিল, তথাপি তাৰেই কৃতী খনিকৰ ডেকাফুকনে 'নৰকাসুৰ'ত নন্দনকানন সৃষ্টি কৰিছিল। কামাখ্যাৰ খটখটীত ভয়াবহ অমাৱস্যাৰ সৃষ্টি কৰিছিল, কৃত্ৰিম কুকুৰাৰ ডাক সৃষ্টি কৰিছিল। আৰু যে কত কি ? পৱন দেৱতাৰ আবিৰ্ভাবৰ লগে লগে গছ-পাতবোৰ লৰিব লাগিছিল। বৰুণ অহাৰ লগে লগে পানীৰ হো-হোৱনি শব্দ শুনিব লাগিছিল। যাক যি দায়িত্ব দিয়া হৈছিল, তাক তেওঁ কৰিব লাগিবই, অলপ উনৈশ-বিছ হলেই ৰক্ষা নাই। নৰকৰূপী ফুকনে কাকো ক্ষমা নকৰে। তেওঁ গুৰু-গোসাঁই কাকো নেমানে। মাত্ৰাহীন খঙৰ প্ৰভাবত তেওঁ অভিনয়ৰ আটাই কেইৰাতি ছোঁঘৰৰ বাহিৰত বিস্ময় আৰু ভিতৰত আতঙ্কৰ সৃষ্টি কৰিছিল।

সৰ্বশেষত ছেক্ৰেটাৰী ললিত চৌধুৰীয়ে ডেকাফুকনৰ বিৰুদ্ধে শৃঙ্খলাভঙ্গৰ গুৰুতৰ অভিযোগ আনিলে। তিনিজনীয়া বিচাৰকে গোচৰ বিচাৰ কৰিলে। সেই বিচাৰকসকল আছিল মাণিকচন্দ্ৰ চৌধাৰী, যোগেন্দ্ৰনাথ বৰুৱা (প্ৰাক্তন এম-এল-এ) আৰু শশধৰ চৌধুৰী। নাট্যসমিতিৰ বহু বিশিষ্ট সদস্যই ডেকাফুকনৰ বিৰুদ্ধে সাক্ষ্য দিলে। বিচাৰত সেই বহুগুণী শিল্পীজনক কামৰূপ নাট্যসমিতিৰপৰা বিদায় দিয়া হ'ল। খং নামে চণ্ডাল
বুলি মানুহে কয়। ডেকাফুকনৰো এই খঙেই কাল হৈছিল আৰু অন্ততঃ কামৰূপ নাট্যসমিতিত একেলগে পৌৰাণিক নৰকাসুৰ আৰু আধুনিক নৰকাসুৰৰ পতন হৈছিল। এজন সব্যসাচী শিল্পীৰ নাট্যজগতত এনে ট্ৰেজিক পৰিণতি দুৰ্ভাগ্যজনক। মহাকালৰ বিচাৰত নৰকাসুৰ, ৰাৱণ, চিজাৰ নেপোলিয়ান, হিটলাৰ, বৰফুকন, ডেকাফুকন কাৰো অব্যাহতি নাই।

———

# প্ৰথম মঞ্চকুঁৱৰী

'কনৌজকুঁৱৰী' মোৰ প্ৰথম মঞ্চকুঁৱৰী অৰ্থাৎ এইখন নাটেই পোনপ্ৰথমে ৰঙ্গমঞ্চৰ প্ৰদীপৰ সন্মুখত থিয় হৈ মোক নাট্যকাৰৰ সন্মান আনি দিছিল। এই 'কনৌজকুঁৱৰী' নাট ৰচনাৰ কাল ১৯২৩ চন। ১৯২৪ চনৰ ১ নৱেম্বৰত উত্তৰগুৱাহাটীৰ ছাত্ৰৰ সমাজে হাতেলিখা 'কনৌজ কুঁৱৰী'ক গুৱাহাটীৰ কুমাৰ ভাস্কৰ নাট্যমন্দিৰত মঞ্চস্থ কৰিছিল। সেই দিনটো মোৰ জীৱনৰ স্মৰণীয় দিন, কিয়নো সেই দিনাই হৈছিল মই লিখা নাটকৰ প্ৰথম অভিনয়।

তাৰ পিছত ১৯২৬ চনত সৰস্বতী পূজা উপলক্ষে সেই নাটখনি মোৰ লগৰীয়া একতা সভাৰ সভ্যসকলে হাতেলিখা অৱস্থাতে দ্বিতীয়-বাৰ কুমাৰ ভাস্কৰ নাট্যমঞ্চত দাঙি ধৰিছিল। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে ছাত্ৰ-অনুষ্ঠান হলেও সেই সময়ৰ গুৱাহাটীৰ একতা সভা সদৌ অসমতে এখনি জাকত জিলিকা সাংস্কৃতিক অনুষ্ঠান আছিল।

সৰস্বতী পূজা উপলক্ষে পতা মোৰ 'কনৌজকুঁৱৰী' নাটৰ অভিনয়তো নগৰৰ বিশিষ্ট দৰ্শকসকলৰ সমাবেশ হৈছিল। গুৱাহাটীত কামৰূপ নাট্যসমিতিৰ বাহিৰে আন কোনো দলে এখন নতুন নাটক অভিনীত কৰিব খুজিলে আগতীয়াকৈ পুলিচৰ সন্মতি লোৱাটো সেই দিনত নিয়ম আছিল। আমিও অনুমতিৰ বাবে পুলিচ অফিচত 'কনৌজকুঁৱৰীৰ' পাণ্ডুলিপি দাখিল কৰিছিলোঁ। পুলিচে কিবা উভহা উলিয়ায় বুলি মনটো উচপিচাই আছিল। পিছে বিষ্ট সহজে পাৰ হ'ল। পৰীক্ষাৰ বাবে যিজন ডাৰোগাই কিতাপখন পঢ়ি চাবলগীয়া হৈছিল তেওঁ আমাৰ এজন বন্ধুকে নাটখনৰ বিষয়বস্তু কি ভিতৰবিশ্বাসত সুধি ললে। বন্ধুজনো মহাপণ্ডিৎ। তেওঁ জনালে বোলে এই নাটকত পানিপথৰ তয় যুদ্ধৰ কথা বৰ্ণোৱা হৈছে, গতিকে আপত্তিৰ

থল নাই। ডাবোগায়ো তাতে হয়ভৰ দি নাটকৰ অনুকূলে ৰিপৰ্ট পেছ কৰিলে আৰু আমালৈ যথা সময়ত অনুমতি আহিল। থানেশ্বৰৰ যুদ্ধই পুলিচ অফিচত পানিপথৰ যুদ্ধলৈ ৰূপান্তৰিত হোৱা কথাটো জানিব পাৰি অৱশ্যে আমোদ পাইছিলোঁ।

সেই সময়ত কুমাৰ ভাস্কৰত বঙলাৰ পৰা অনূদিত হোৱা নাটকৰ অভিনয়েই আগঠাই লৈ আছিল। তাৰ মাজতে এজন কলেজীয়া ছাত্ৰই লিখা এখন মৌলিক নাটৰ ছাত্ৰবিলাকে কৰা অভিনয় চাই দৰ্শকসকলে বৰ আনন্দ লাভ কৰিছিল। সেই 'কনৌজকুঁৱৰী' অভিনয়ৰ ভাৱৰীয়াসকল ছাতৰ হলেও অভিনয় ওখ খাপৰ হৈছিল বুলি দৰ্শকসকলৰ মন্তব্য শুনা গৈছিল। তেতিয়াৰ কেবাজনো ছাত্ৰ অভিনেতাই পিছৰ অভিনয় জীৱনত সুখ্যাতি আৰ্জিবলৈকো সক্ষম হৈছে। সেই সকলৰ ভিতৰত পৃথ্বীৰাজৰ ভাৱত শ্ৰীনীৰদাকান্ত ভূঞা, সংযুক্তাৰ ভাৱত শ্ৰীভবানীপ্ৰসাদ বৰুৱা, জয়চাঁদৰ ভাৱত শ্ৰীহেমচন্দ্ৰ বৰদলৈ ( ছিলং ), গিয়াছৰ ভাৱত হৰিপ্ৰসাদ বৰুৱা খাউণ্ড ( দেৰগাঁও ) আৰু মহম্মদ ঘোৰীৰ ভাৱত নবীন আগৰৱালাৰ নাম উল্লেখযোগ্য। তেতিয়াৰ দিনৰ কটন কলেজৰ ছাত্ৰাবাসৰ কটকটীয়া নিয়ম উলঙ্ঘা কৰি শ্ৰীশিৱপ্ৰসাদ বৰুৱা আৰু হৰিপ্ৰসাদ খাউণ্ডে বিছনাত গাৰুটো শুৱাই থৈ ৰাতি মনে মনে লোৰ জেওৰা পাৰ হৈ আহি অভিনয়ত ভাও দিছিল। খাউণ্ড কলেজীয়া সাংস্কৃতিক অধিবেশনবোৰৰ এজন নিয়মীয়া খুহুটীয়া লিখক আছিল। তেওঁৰ গিয়াছৰ ভাও চাই হাঁহিত দৰ্শকৰ নাড়ী ডাল ডাল হৈছিল। সি যি নহওক, সেই অভিনয়ৰ স্মৃতি আজিও মোৰ মনত জিলিকি আছে। মোৰ নাটৰ প্ৰতি একতা সভাৰ সভ্যসকলৰ আগ্ৰহে মোক নতুন নাট লিখিবলৈ যথেষ্ট প্ৰেৰণা যোগাইছিল।

———

# ফুলৰ সাধু

অবিভক্ত অসম বা বৰঅসমত মালিনীৰ থান আছিল অসমত, মালিগাঁও আছিল কামাখ্যাৰ নামনিত আৰু ফুলবাৰীখন আছিল ৰাজৰাণী ছিলং-ৰাজধানীত। তাৰ পিছত বুটিছ আমোলত গুৱাহাটীৰ তিনিজন প্ৰসিদ্ধ নাগৰিকৰ কুসুমপ্ৰেম আছিল জাকত জিলিকা। তেওঁলোক হৈছে দুলালচন্দ্ৰ চৌধাৰী, পাণবজাৰৰ ৰাধিকানন্দ চৌধুৰী আৰু ভৰলুমুখৰ কামাখ্যাৰাম বৰুৱা।

মোৰ ককা দুলাল চৌধাৰীৰ ফুলনিত দেশী-বিলাতী নোহোৱা ফুল নাছিল বুলিলেই হয়। শুনিছিলোঁ, যোৰহাটৰ শিৱপ্ৰসাদ বৰুৱাই (পিছত ৰায়বাহাদুৰ) চৌধাৰীৰ ঘৰত থাকি এণ্ট্ৰেন্স পৰীক্ষা দিছিলহি। চৌধাৰীৰ ফুলনিৰ গোলাপীবাইৰ লগত তেৱোঁ প্ৰেমত পৰিল। সেই আহিৰে তেৱোঁ কলিকতাৰ পৰা মগাই আনি নানা বিধৰ গোলাপ নিজৰ ফুলনিত আটোমটোকাৰিকৈ সংস্থাপিত কৰিলে। তেওঁৰ মৃত্যুৰ পিছত ৰায়বাহাদুৰৰ সৰুচৰাই বাগিচাত তেওঁৰ প্ৰেয়সী গোলাপৰ সান্নিধ্য লাভ কৰিবলৈ মোৰো এদিন সুযোগ মিলিছিল। তেওঁৰ সেই ফুলনিত আছিল গোলাপ, কেৱল গোলাপ। ইমান গোলাপগছ একেলগে ওচৰাউচৰিকৈ থকা মই কোনো দিনে দেখা পোৱা নাছিলোঁ। ই যেন দিল্লীৰ 'মোগল গাৰ্ডেন'ৰে এটা সৰু সংস্কৰণ। দিল্লীৰ 'মোগল গাৰ্ডেন' পৃথিৱীবিখ্যাত। ইয়াত হেজাৰ বিজাৰ গোলাপ ফুলৰ পূৰ্ণ পয়োভৰ। এইখন বাগিচা বছৰটোৰ ভিতৰত কেৱল ফেব্ৰুৱাৰী মাহতহে দৰ্শকৰ বাবে খোলা ৰখা হয়। সেই দিনা ৰায়বাহাদুৰৰ সৰুচৰাই চাহবাগিচাখন মোৰ মনত গোলাপবাগিচা যেনহে অনুভৱ হৈছিল।

পাণবজাৰৰ হৰিসভাৰ পশ্চিমে থকা ৰাধিকা চৌধুৰীৰ বাগিচাৰ গোলাপবোৰেও এসময়ত বাটৰ মানুহক মোক চা, মোক

চা কৰি কাষলৈ মাতিছিল। সেই গোলাপবোৰেই যি কোনো পুষ্প-মেলাত ফেৰ মাৰিবপৰা বিধৰ আছিল।

ফুল মই বৰ ভাল পাওঁ। অসমৰ নৈ-উপনৈবোৰৰ প্ৰতিও মোৰ বিশেষ আকৰ্ষণ আছে। মোৰ সৰুকালত 'টি' গড়ৰ খেৰী-ঘৰটোৰ পদূলিমুখতে আছিল দুজোপা শেৱালি গছ। তাকেই উপ-লক্ষ কৰি কবিতাকুঁৱৰীক স্বাগত জনাই এটি কবিতাত লিখিছিলোঁ:

(মোৰ) হিয়া-পদূলিৰ দুকাষে দুজুপি
পুতিছোঁ শেৱালিপুলি,
তাৰ তলেদিয়ে সাদৰী তোমাক
আদৰি আনিম বুলি।

সেই শেৱালি গছতে এজোপা খৰিকাজাই ফুলৰ বাহৰ আছিল। ফুলেৰে বগা হৈ থকা খৰিকাজাইজুপিৰ আমোলমোল গোন্ধে বাটৰ বাটৰুৱাকো এখন্তেক ৰ লাগি চাবলৈ আহ্বান জনাইছিল। সেই খৰিকাজাইকেই ফুলাই ৰখা হৈছে মোৰ 'মণিমালা' নামৰ কবিতা পুথিৰ এটা কবিতাত। গুৱাহাটী চাৰ্কিট-বঙলাত এজোপা বুঢ়া বকুল ফুলৰ গছ আছিল। পুৱা-গধূলি সেই বকুলফুলে তলৰ সেন্দূৰী আলিটোক যেন বগা বগা মুকুতাৰ ফুলেৰে ঢাকি থৈছিল। আমি প্ৰায়ে সেই ফুল বুটলি আনিবলৈ গৈছিলোঁ আৰু কোঁচ ভৰাই আনিছিলোঁ। সেই ফুলবোৰৰ মাজতে যেন মোৰ 'দীপালী'ত থকা বকুলীজনীক লগ পাইছিলোঁ। বকুলীয়ে মোক কৈছিল:

বুকু উদি কৰি দিছোঁ সকলোকে
গন্ধভৰা অৰদান,
লাগে মাথোঁ মোক প্ৰতিদান তাৰ
পদৰেণু দুটিমান।
বাটৰুৱাজনে মোৰ মূৰতেই
দিয়ক চৰণধূলি,
পৰমপিতাৰ পুণ্য পদৰজ
লম যে শিৰত তুলি।

মাটিতে হাঁহিম মাটিতে নাচিম
মাটিতে ফুলিম বই,
মাটিতে মিলিছে সাতোখনি স্বর্গ
মাটিতে মিলিম মই।

'কাঞ্চনীৰ কথাৰ' ইতিবৃত্ত এই পুথিৰ প্ৰথমটো পাপৰিতে আছে। 'দেৱী নে ৰাক্ষসী' (পানীমেটেকা) কবিতাৰ জন্মকথাত 'দীপালী'ত উল্লেখ কৰা হৈছে। 'কেন্দু' নামৰ কবিতাৰ সমলদাতা বুঢ়া কেন্দু-গছজোপা গুৱাহাটীৰ জজপথাৰৰ দক্ষিণে আজিও একেঠাইতে আছে।

মোৰ ঘৰৰ কাষতে থকা ডাক্তৰ ভুবনেশ্বৰ বৰুৱাৰ ক্লিনিকৰ দুৱাৰমুখত দুজোপা সোণাৰু গছ। বাৰিষা সোণবৰণীয়া গছত পাচি পাচি সোণাৰু ফুলে, আকাশখন সোণবৰণীয়া কৰে আৰু তলত পাচি পাচি সোণাৰু ফুলে ধৰণীৰ গাতো সোণালী লেও সানি দিছিল। তাকে দেখি লিখিছিলোঁ 'সোণপাহীৰ কথা'।

এইবোৰ মোৰ মনৰ সঁচা উপলব্ধি। তাত কল্পনাৰ বোল কমেইহে আছে। এনে দৃশ্য দেখা পালে কবিয়েই হওক বা অকবিয়েই হওক একে ভাবৰ হেন্দোলনি তুলিবই। কটন কলেজৰ নিউবিল্ডিঙৰ বাটচ'ৰাত এসময়ত এজোপা অচিনাকি ফুল দেখি 'অপৰিচিতা' নামৰ কবিতাটো লিখিছিলোঁ। ইংৰাজীত এই ফুলৰ নাম 'গ্লৰি অৱ্ দি গাৰ্ডেন', বঙলাত 'বাগানবিলাস'। বৰপেটাৰ শ্ৰীপ্ৰসন্নলাল চৌধুৰীৰ পৰ্টিকৰ চালত এই ফুলে বগা কৰি থোৱা দেখিছিলোঁ। তাৰ বহু দিন পিছত 'ফাকুৱা ফুল' বুলি নামকৰণ কৰি মই আন এটা কবিতা ৰচনা কৰিছিলোঁ। এইদৰে মোৰ দৃষ্টি আকৰ্ষণ কৰি মন-সাগৰত ঢৌ তোলা বহুত ফুলকেই মই কবিতাত গাঁথি থৈছোঁ। এই ফুল-কবিতাবোৰত ক'বোপৰা উপকৰা প্ৰভাব পৰা নাই। 'গোলাপ' কবিতাত অৱশ্যে বিহগী কবিৰ গোলাপজোপাৰ ছাঁ কিছু পৰিমাণে পৰিব পায়। বহুতোৰ বাণী গোলাপ দৰাচলতে মুছলমানী ফুল হলেও ই বিশ্বসুন্দৰীৰ

মুকুট পিন্ধি হিন্দুৰ গোসাঁইঘৰতো সোমাই কৃষ্ণাইৰ মূৰৰ বকুল-ফুল এপাহিৰ নিচিনাকৈ জিলিকি উঠিছে। এপাহ হালধীয়া গোলাপৰ লোভত মই ল'ৰাকালত একেদিনাই অ-ফলা, ক-ফলা শিকি পেলাইছিলোঁ।

এয়া মোৰ ফুল কবিতাকেইটাৰ গুৰিকথা।

---

## পঞ্চত্বপ্ৰাপ্ত পঞ্চশৰ

যৌৱনৰ বতাহ গাত লাগিলে নিৰক্ষৰ চহা-কবিয়ে মুখে মুখে বনঘোষা ৰচে। ম'হৰ পিঠিত উঠি কণীয়াকায়ে টিহিটি টিহিটি পেঁপাটি বজাই চেনাইক বুকত সাৱটি লবলৈ আহ্বান জনায়। একেভাৱে চহৰীয়া কবিয়ে পোনৰ যৌৱনত সোণৰ সপোন দেখে আৰু আদিৰসাত্মক প্ৰেমৰ কবিতা ৰচনা কৰি তৃপ্তি পায়।

পৃথিৱীৰ স্বভাৱ-ধৰ্মমতে মোৰ গাতো এদিন সিৰে সিৰে ডেকাতেজৰ পিৰপিৰণি উঠিছিল। চল চাই কঠীয়া পাৰিব জনা যৌৱনৰ দেৱতাই সেই সময়ত মোৰ গাত বাৰুকৈয়ে লম্ভিছিল আৰু হাতত পঞ্চশৰ তুলি দিছিল। এই শৰেৰে মই অৱশ্যে কাকো ঘাইল কৰিব বিচৰা নাছিলোঁ। মোৰ 'কল্পনাৰ প্ৰিয়া' কল্পনাতে আছিল। বিয়াৰ আগতে কোনো দিনে তেওঁ মোক বাস্তৱত ধৰা দিয়া নাছিল। জাপে জাপে প্ৰেমৰ কবিতা লিখি হাতৰ আৰু মনৰ খজুৱতি মাৰিছিলোঁ, ইমানেই।

> ফুলধনু পঞ্চশৰ কাম-দেৱতাৰ
> কদাপিতো তাত মোৰ নাই অধিকাৰ।

সেই পঞ্চশৰে মোক কৰি উচাটন
আহি পালে জীৱনত উতলা যৌৱন ।
বাজিল মোহন বাঁহী বিয়াকুল মন,
দেখা পালোঁ সমুখত ফুল্ল বৃন্দাবন ।
অৰবিন্দ, উৎপল, মল্লিকা, অশোক
আমৰ মলেৰে কিনো শোভে কল্পলোক ?
যৌৱন-তীৰ্থত মোৰ মাদকতা সনা,
সম্মোহিনী পঞ্চশৰ কৰিলোঁ থাপনা ।
আকুল কৰিব ই যে অলকাৰ বিত,
আহাঁ যত সহযাত্ৰী হওঁ উল্লসিত ।

এয়ে আছিল মোৰ 'পঞ্চশৰ'ৰ চমু চিনাকি । 'পঞ্চশৰ'ত পঞ্চপুষ্পৰ পাঁচোটাকৈ প্ৰেমৰ কবিতা অন্তৰ্ভুক্ত কৰাৰ উপৰিও 'বিয়াৰ শৰাই' আৰু 'বিহুৰ শৰাই' দুখনো জুৰি থোৱা হৈছিল । আটাইবোৰ কবিতাই প্ৰণয়ৰাগৰঞ্জিত । তিনি ভাগৰ এভাগমান কবিতা 'আৱাহন', 'বাঁহী' আদি আলোচনীত প্ৰকাশো হৈছিল । বেছি-ভাগ কবিতাই আন্ধাৰত থাকোঁতেই থুপৰী হ'ল । এতিয়া আৰু চুচিমাজি পোহৰলৈ ওলাব নোখোজে । যিকেইটা কবিতাই গা দেখা দিছিল, সেইবোৰ পঢ়ি তেতিয়াৰ ডেকাচামে ভাল পাইছিল, বুঢ়াসকলে নাক কোচাইছিল । 'আৱাহন'ত প্ৰকাশিত 'মধুনিশা' নামৰ কবিতাটোৰ প্ৰথম আঠশাৰী তলত তুলি দিয়া হ'ল । বাকীঅংশ অনুমান কৰি ললেই হব ।

মুখতেই হবে পৰাণৰ কথা
নোৱাৰো ফুটাই কব,
সেইবুলি বাৰু এনে নীৰৱতা
পাৰি কেনেকৈ সব ?
মউসনা মাতে কথা কোৱা প্ৰিয়া
কথা কোৱা লজ্জাৱতা,

মুখ তুলি হেৰা চোৱাচোঁ এবাৰ
মধুৰ মাধৱী ৰাতি ।

ৰংপুৰৰ শিক্ষাবিদ, সুকবি আৰু সূক্ষ্ম সমালোচক ৰাজেন্দ্ৰনাথ বৰুৱাই এই সম্পৰ্কত 'বাঁহী'ত এখন চিঠিৰ যোগে আক্ষেপ কৰি লিখিছিল বোলে এচাম নতুন সাহিত্যিকে পাঠকসমাজৰ মূৰ খাবলৈ ওলাইছে। উদাহৰণ স্বৰূপে বৰুৱাদেৱে লক্ষ্মীধৰ শৰ্মাৰ এটা চুটিগল্প আৰু মোৰ ওপৰত উদাহৰণ দিয়া 'মধু নিশা' কবিতাটোৰ নাম উল্লেখ কৰিছিল । সেই দিনৰ গল্প-কবিতাত নগ্ন চিত্ৰ আৰু উলঙ্গ-বাস্তৱৰ আজিকালি দৰে টিঘিলঘিলনি নাছিল বুলিলেই হয় । তথাপি বৰুৱাদেৱৰ দৰে শুচিবায়ুৱা কোনো কোনোৱে অ'ত ত'ত ছাঁটোকে বাঘটো দেখাৰ দৰে চাইছিল । এইটো উল্লেখযোগ্য যে আজিকালি অনাতাঁৰ-বোলছবিয়ে পৰোক্ষভাৱে হলেও দুধকণ্ঠ বালকৰ আগতো কামশাস্ত্ৰৰ পোহৰ মেলা দেখা যায় । সেই সময়ত কিন্তু যৌনসংক্ৰান্ত সকলো কথাকে আঁৰকাপোৰৰ অন্তৰালত ৰখা হৈছিল । সেয়েহে অলপ কথাতে নগৰত জগৰ লাগিছিল। 'মোৰ পৰিণয়' নামৰ দীঘল কবিতা এটা 'আৱাহন'ত প্ৰকাশ হৈছিল, পঢ়ি বহুতে ভাল পাইছিল । সেই কবিতাত বিয়াৰ দিনা গাত যি যাদুকৰী শক্তি লম্ভে আৰু অসমীয়া বিয়া এখনৰ নীতি-নিয়মবোৰৰ কিছু আভাস আছে ।

'পঞ্চশৰ'ৰ অন্তৰ্গত বিয়া সম্পৰ্কীয় এটা কবিতাৰ নাম 'বিয়া জানো নহয় কবিতা ?' কবিতাটো ছপাবলৈ পঠিয়াই দিছিলোঁ বৰপেটাৰপৰা বিহগী কবিৰ 'জয়ন্তী' কাকতলৈ । কবিয়ে মোৰ সকলো কবিতাকে ভাল পায় । কিন্তু কোনো প্ৰেম-কবিতা ছপা হৈ ওলালে একো মন্তব্য নিদিয়ে । ওপৰত নাম কোৱা বিয়াৰ কবিতাটোও তেওঁ 'জয়ন্তী'ৰ কোলাত ঠাই দিবলৈ ভাল নেপালে । কাৰণ সোধা নাছিলোঁ । গাত বিয়াৰ পানী নপৰা বৃদ্ধ কবিয়ে বিয়াৰ কবিতা ভাল নোপোৱাত আচৰিত হবলগীয়া একো নাই ।

যি কি নহওক বস্তুৰ বস্তু বস্তুৰতে উলিয়াই দিব পাৰিলে তাৰ সোৱাদ অব্যাহত থাকে। এতিয়া আৰু মোৰ ‘পঞ্চশৰ’ প্ৰকাশৰ বস্তুৰ উকলি গৈছে—আনৰ বাবে নহলেও মোৰ বাবে। বুঢ়াকালত হাতত ‘পঞ্চশৰ’ ধৰি নাতি-নাতিনীহঁতক আমোদৰ খোৰাক যোগোৱাহে হব মাথোন। সেই কাৰণে দুই এটা কবিতা স্থানান্তৰিত কৰি মই নিজেই দীপকাঠীৰে পঞ্চশৰৰ কাঠসংস্কাৰ কৰি পঞ্চত্বপ্ৰাপ্তি ঘটাইছোঁ।

———

# গীতিকাৰৰ ইতিকথা

মই সঙ্গীতজ্ঞ নহওঁ আৰু প্ৰকৃত অৰ্থত গীতিকাৰো নহওঁ কিয়নো মই ৰচনা কৰা কোনোটো গীততে নিজে সুৰ দি তাক জাতত তুলিব পৰা নাই আৰু সেইফেৰা বিদ্যা মোৰ আয়ত্তত নাই। গীতিকাৰ-জন সুৰকাৰ হলেহে সোণত সুৱগা চৰে। নিয়তিয়ে কাক কোনফালে টানি লৈ যায় কোনেও কব নোৱাৰে। ঘটনাৰ মেৰপাকত পৰি হে ময়ো কামত নহলেও নামত এজন গীতিকাৰ হৈছোঁ। অপ্ৰত্যাশিতভাৱে মই কেনেকৈ এই ভূমিকাত নামিলোঁ, তাকেই এই পাপ-ৰিত বেহা লগাই লিখিবলৈ লৈছোঁ।

মই যি সময়ত উপজিছিলোঁ আৰু ল'ৰাকালছোৱা অতিবাহিত কৰিছিলোঁ আমাৰ দেশত সেই সময়ৰ পৰিবেশ নৃত্য-গীতৰ বাবে সমূলি অনুকূলতো নাছিলেই, প্ৰতিকূলহে আছিল বুলি কলেও ভুল কৰা নহয়।

সেই দিনত আমাৰ সৰহভাগ অভিভাৱকে ল'ৰা-ছোৱালীক গান-বাজনাৰ সংস্পৰ্শৰপৰা আঁতৰত ৰাখিছিল আৰু কোনো ল'ৰাই গান গালে বেয়া কাম কৰা বুলি ভাবি লৈছিল। সেই সময়ৰ

ল'ৰা-ছোৱালীবিলাক আছিল শিক্ষক আৰু মাক-বাপেকৰ একান্ত বাধ্য। আজিকালিৰ ল'ৰা-ছোৱালীৰ দৰে সিহঁতৰ স্বাধীনচিতীয়া মনোবৃত্তি নাছিল। মুখআন্ধাৰি হোৱাৰ লগে লগে সকলোটি আহি মুখ-হাত ধুই ফলি-পুথি লৈ মেজৰ কাষত বহিছিল। স্কুল-কলেজত গান-বাজনাৰ আগঢ়াই নাছিল। আমাৰ দেশত এতিয়াৰ দৰে সেই সময়ত হৰেক ৰকমৰ গীত-নাচৰ প্ৰচলন নাছিল। ওস্তাদী গান, মণিপুৰী নাচ, কলিকতীয়া বঙলা যাত্ৰাগান আদিয়েহে সমাজত সমাদৰ লাভ কৰিছিল। লোকগীত জাতত উঠা নাছিল। বনঘোষা শুনিলে ডা-ডাঙৰীয়াসকলে কাণত সোপা দিছিল। বৰ-গীত ভকতীয়াভাবেহে চলিছিল। টোকাৰী গীত ভিখাৰীৰ গীত বুলি পৰিগণিত হৈছিল। এনে এটা বিসদৃশ পৰিবেশৰ মাজত মই গান-বাজনাৰ ফালে পিঠি দিদি নোৱাৰিছিলো। তথাপি সেই সময়ত আইহঁতৰ মুখত শুনা আইনাম, নামতীহঁতে গোৱা বিয়ানাম আৰু বুঢ়ীআইতাই সদায় গাই শুনোৱা গোসাঁই নামবোৰৰ যাদুকৰী শক্তিয়ে যে মোক মুগ্ধ কৰা নাছিল এনে নহয়। সেইবোৰ গানবেই শ্ৰেণীবিশেষ বুলি সেই সময়ত মই জনা নাছিলোঁ। কলৰ গান বা গ্ৰামোফোনৰ গানেই আছিল অগতিৰ গতি। গ্ৰামোফোনত গোৱা অসমীয়া গীতৰ সংখ্যাও আছিল নিচেই নগণ্য, দুখ লগাকৈ তাকৰীয়া। প্ৰফুল্ল বৰুৱাই গোৱা চাৰিটা গ্ৰামোফোনৰ গীত তেতিয়া ঠায়ে ঠায়ে বাজিছিল আৰু নোপোৱাৰ গোসাঁয়ে চেং পোৱা খোৱাৰ নিচিনাকৈ মানুহে ভালো পাইছিল। সেইবোৰে মোৰ কৈশোৰ মনত মাদকতাৰ সৃষ্টি কৰিছিল। ৰাধানাথ ফুকনৰ :

কিয়নো পাহৰা অসমীয়া হেৰা
চিৰকাল তুমি আছিলা স্বাধীন,
ভাৰতৰ মাজে তোমাৰ জননী
বীৰপ্ৰসবিনী আছিল এদিন।

আৰু উমেশ চৌধাৰীৰ :

অসমা নিৰুপমা জননী
অয়ী অলঙ্ঘ্য গিৰিদুৰ্গৰাণী !

এই দুটা আছিল মোৰ প্ৰিয় গীত। তদুপৰি সভাই-সমিতিয়ে শুনা অম্বিকাগিৰী আৰু পদ্মধৰৰ সিৰত পিৰপিৰণি তোলা দেশ-প্ৰেমমূলক গীতবোৰে মোৰ ভাবপ্ৰৱণ মনটোক চুম্বকৰ দৰে টানিছিল। সেই সময়তে সঙ্গীত-বিজ্ঞানৰ ক-খ কেইটা আয়ত্ত কৰি থোৱা হলে হয়তো ময়ো এজন সাৰ্থক গীতিকাৰ হোৱাটো সম্ভৱ হল-হেঁতেন। গতস্য শোচনা নাস্তি।

সি যি নহওক মই সৰুৰেপৰা কবিতা লিখিছিলো যদিও নিজে গীত ৰচনা কৰাৰ কথাটো বহু দিনলৈকে ভবা নাছিলোঁ। নাটক লিখিছিলো কিন্তু নাটকৰ গীতবোৰ উমেশ দাদাৰ হতুৱাই লিখাই আনিছিলো খাপ খোৱাকৈ। পিছে গুৱাহাটী সন্ধিয়া-সম্মিলনী প্ৰতিষ্ঠিত হোৱাৰ পিছৰপৰা আৰু মই কামৰূপ নাট্যসমিতিৰ লগত সক্ৰিয়ভাৱে সাঙোৰ খাই পৰাত শশীকান্ত গোস্বামী আৰু শ্ৰীনাৰায়ণচন্দ্ৰ বৰুৱা প্ৰভৃতি বন্ধুসকলে মোক গান লিখিবলৈকো উদ্গনি দিবলৈ ধৰিলে। এই অনুপ্ৰেৰণাৰ ফলতেই 'কুৰুক্ষেত্ৰ', 'শ্ৰীৰামচন্দ্ৰ' আদি পিছৰ নাটকবোৰত মই নাট্যকাৰৰ লগতে গীতি-কাৰো হলোঁ। সন্ধিয়া-সম্মিলনীতো গীতৰ যোগান ধৰিছিলো। 'আজি শৰতৰ শুৱনি সন্ধিয়া' নামৰ আইনামসুৰীয়া গীত এটা এই সম্পৰ্কত উল্লেখযোগ্য।

গ'ল কথা গুচিল। সন্ধিয়া-সম্মিলনী আৰু কামৰূপ নাট্য-সমিতিৰ লগত মোৰ সম্পৰ্ক ছেদ হ'ল। চাকৰিৰ বাকৰিত অলো-গুটি টলোগুটি খেলি অৱশেষত বৰপেটাত শিক্ষক হৈ নিগাজীকৈ বহিলোঁগৈ। ১৯৪২ চন আহিল। দ্বিতীয় মহাসমৰৰ ৰণতৰঙ্গবোৰ হুৰহুৰাই দেশৰ ওপৰেদি বাগৰি যাবলৈ ধৰিলে। সেই সময়তে মই গীত লিখিবলৈ ফৰ্মাইচ পাইছিলো, সঙ্গীতওজা কীৰ্তিনাথ শৰ্মা বৰদলৈ-দেৱৰপৰা। বৰদলৈদেৱে তেতিয়া ছিলঙত থাকি যুদ্ধকলীয়া সংস্কৃতি-

বিভাগ এটা স্থাপন কৰি দেশৰ বায়ুমণ্ডলত ৰণতৰঙ্গৰ লগতে সঙ্গীততৰঙ্গ সৃষ্টি কৰি মানুহৰ মনত উৎসাহ-উদ্দীপনা যোগাইছিল। তেওঁৰপৰা আহ্বান পাই মই কেইটামান দেশপ্ৰেমমূলক কবিতা আৰু গীত ৰচনা কৰি পঠিয়াইছিলো। প্ৰতিটো কবিতাৰ বাবে দহটকা আৰু প্ৰতিটো গীতৰ বাবে পাঁচটকাকৈ মাননি পাইছিলো। অলপীয়া আৰ্জনত সোলাৰ মুখৰ মাখিৰ দৰে কেইটকামান ৰূপ উপকৰাকৈ যোগ হৈছিল। এইবোৰ 'জাগৰণী' নামৰ সংকলন এখনত প্ৰকাশো হৈছিল। তেতিয়াই প্ৰচাৰিত হোৱা 'হালৰ মুঠিত ধৰ' আৰু 'ৰূপহী কপাহী বাই' মোৰ এই দুটা গীতৰ জনপ্ৰিয়তা আজিও টুটা নাই।

যথা সময়ত মহাসমৰৰ যবনিকাপাত হ'ল। লুইতৰ বুকেদি কেবাটাও বাৰিষা-খৰালি বাগৰি গ'ল। তাৰ লগে লগে মোৰ জীৱনেও মোট সলালে। ঘৰৰ ল'ৰা ঘৰলৈ আহি বৰপেটা এৰি গুৱাহাটীৰ নিজা ঘৰত থিতাপি লাগিলোঁহি। স্কুলৰ মাষ্টৰ-বাবু গুচি কলেজৰ ছাৰ হলোঁ।

পুনৰ যুদ্ধৰ ৰঙা ঘোঁৰা ব'গা ঘোঁৰা দেখাৰ দুৰ্ভাগ্য ঘটিল। আন এটা পাপৰিত কৈ অহা হৈছে যে ১৯৬২ চনৰ চীনাযুদ্ধৰ মহাপ্ৰলয়ে আমাৰ দেশত মূৰ্তৰূপ ধাৰণ কৰিছিল। ভাৰতৰ তথাকথিত বন্ধুদেশ মহাচীনৰ অপ্ৰত্যাশিত বিশ্বাসঘাতকতা আৰু ৰণ-হুঙ্কাৰে অসমবাসীৰ মনৰ মাজতো মহাপ্ৰলয়ৰ বিভীষিকাৰ সৃষ্টি কৰিছিল। চাওঁতে চাওঁতে অসমৰ পূবসীমান্ত ৰণতলীত পৰিণত হৈছিল। ৰক্তগঙ্গাৰ প্ৰবাহে ব'গা বৰফৰ বুকু ৰঙা বোলেৰে বোলাই দিছিল। সেই সময়ৰে কথা। দীপাম্বিতাৰ পিছৰ এদিন। সন্ধিয়া আকাশ-পাতাল ভাবি আন্ধাৰেমুধাৰে ঘৰৰ বাৰান্দাত অকলে বহি আছিলোঁ। হেন সময়তে গুৱাহাটী অনাতাঁৰকেন্দ্ৰৰ অন্যতম সঙ্গীতবিষয়া বন্ধুবৰ শ্ৰীপুৰুষোত্তম দাস আহি উপস্থিত হ'ল। তেওঁ মোক খাটনি ধৰি কলে বোলে ৰণৰ পটভূমিত চাৰিটা গীত লিখি

পিছ দিনাই তেওঁলৈ পঠাব লাগে, জৰুৰ। মোৰ উত্তৰলৈ বাট নেচাই তেওঁ কলে—'তেজৰ দীপালী' নামৰ আপোনাৰ কবিতা এটা পঢ়িবলৈ পাইছোঁ আৰু তাৰপৰাই বুজিব পাৰিছোঁ যে আপুনি মোৰ অনুৰোধ ৰাখিব পাৰিব। সুৰ আৰু প্ৰচাৰৰ দায়িত্ব মোৰ।' ইয়াৰ আগতে অভিনয়ৰ বাবে চেগাচোৰোকাকৈ দুই এটা গীত ৰচনা কৰা হৈছিল যদিও গীতিকাৰ হবলৈ মই কোনোদিনে মন-মেলা নাছিলোঁ। দ্বিতীয় মহাসমৰৰ সময়তো একেশাৰেই গীত ৰচিবলৈ আহ্বান পাইছিলো কিন্তু তেতিয়া কাপ বেছি দূৰলৈ আগবাঢ়ি যাব পৰা নাছিল—সেইখন ৰণ আমাৰ নিজৰ নোহোৱাৰ বাবেই হবলা। এইবাৰ কিন্তু শ্ৰীদাসৰ প্ৰস্তাৱত গা উঠিল। তেওঁ পাবলৈ বিচৰা গীতবোৰৰ দীৰ্ঘ-প্ৰস্থ কিমান হোৱা উচিত তাৰো আভাস দি গৈছিল; কিয়নো অনাতাঁৰৰ গীতবোৰে তাল-মানৰ কথাতকৈও ঘড়ীৰ কাঁটা অনুযায়ীহে চলে। সেই দিনাই মই এলানি নতুন গীত ৰচিবলৈ হাতত কাপ তুলি ললোঁ। চীনৰ নঙঠা আক্ৰমণে মনৰ কঠীয়াতলীখনি চহাই থৈছিলেই। তাতেই এই গীতবোৰে ঠন ধৰি লহপহ কৰি গজি উঠিছিল। ভাব-ভাষাৰ নাটনি নহ'ল। সুৰ-দানৰ ভাৰ আনলৈ এৰা হ'ল। সেই ৰাতিয়েই লিখি পেলালোঁ 'ৰক্তজবা'ৰ শ্ৰেষ্ঠ গীতটো :

সেউতী নেলাগে  মালতী নেলাগে
নেলাগে খৰিকাজাই,
জননী পূজাত  লাগে ৰক্তজবা
তাৰ যে তুলনা নাই।

সুকণ্ঠী গায়িকা শ্ৰীমতী সুদক্ষিণা শৰ্মাই অনাতাঁৰৰ যোগেদি প্ৰচাৰ কৰা এই গীতটোৱে বহু দিনলৈ আকাশে-বতাহে মাদকতাৰ সৃষ্টি কৰিছিল। অনাতাঁৰ কেন্দ্ৰৰ সুৰকাৰ আৰু শিল্পীসকলে এনে বহু গীতত প্ৰাণৰ সঞ্চাৰ কৰি মোক গীত ৰচনাত হাত দিবলৈ সাহস যোগাইছিল। পুৰুষোত্তম দাসে কথা দিছিল যে গীত লিখি দিলেই

তেওঁ সেইবোৰৰ বহুল প্ৰচাৰৰ দিহা কৰিবু। তেওঁ তেওঁৰ কথা ৰাখিলে। মই সেই গীতবোৰ ৰচনা কৰি দিয়াৰ বাবেই সেই যুদ্ধ-যুগত তিনিশৰো বেছি টকা অনাতাঁৰৰপৰা মাননি স্বৰূপে পাইছিলো। সেই বছৰৰ ২৬ জানুৱাৰীৰ দিনা দিল্লীৰ অনাতাঁৰকেন্দ্ৰৰ সৰ্বভাৰতীয় জাতীয় কাৰ্য্যসূচীত অন্তৰ্ভুক্ত হৈ মোৰ 'ৰূপহী কপাহী বাই' নামৰ গীতটোৱে সুখ্যাতি আৰ্জিছিল। অনাতাঁৰৰ শ্ৰীমুকুল বৰুৱাই সুৰ-সংযোজনা কৰি প্ৰচাৰ কৰা 'ধান দে দাৱনী, বস্ত্ৰ দে বোৱনী, অস্ত্ৰ দে কমাৰ কাই' নামৰ গীতটোৰ মাদকতা আজিও একেদৰে আছে।

পূজা-পাৰ্বণত মুখ্য দেৱতাৰ পূজাভাগ সমাপ্ত কৰি বাকী থকা ফুল-তুলসী সকলোখিনি গোটাই নাৰায়ণ দেৱতাৰ নামত সোপায়ং নমঃ কৰা হয়। সেইদৰে চীনাযুদ্ধ উপলক্ষে আৰু তাৰ পিছতো মই যিমানবোৰ গীত ৰচনা কৰিছিলো, সেইবোৰেৰে 'ৰক্তজবা' আৰু 'জয়তু জননী' নামৰ দুখন গীতৰ পুথি যুগুত কৰি প্ৰকাশ কৰাৰ পিছতো অৱশিষ্ট ভালেমান গীত বৈ যায়। সেইবোৰকে লৈ 'ঝঙ্কাৰ' প্ৰকাশ কৰা হয়। 'ঝঙ্কাৰ'ত নানা ভাবৰ গীতৰ সমাবেশ ঘটোৱা হৈছে। সুখৰ বিষয় 'ঝঙ্কাৰ'ৰ কেইবাটাও গীতো শিল্পীসকলে সাদৰি লৈছিল। 'হিমালয় কথা কোৱা' নামৰ গীতটোৱে অনাতাঁৰৰ সৰ্বভাৰতীয় স্বীকৃতি লাভ কৰিব পাৰিছিল। প্ৰযোজনা আছিল শ্ৰীমুকুল বৰুৱাৰ ঃ

হিমালয় এ কথা কোৱা—
কিনো বিৰাগত ভাগৰি পৰিলা
আজি মূৰ তুলি চোৱা।
কৈলাসত আজি ৰণশিঙা বাজে
ঝঞ্জা-প্ৰলয় তোলে,
গৌৰীশঙ্কৰৰ মহা অথন্তৰ
অসুৰৰ ৰণবোলে
তুমি জাগ্ৰত হোৱা॥

————

# জোনাকীৰ বিয়া

মোৰ একেজনী ছোৱালী জোনাকীৰ (বিজয়লক্ষ্মী) বিয়াখনৰ কথা আনে পাহৰিলেও মই পাহৰিব নোৱাৰোঁ, মোৰ পৰিয়ালৰ কোনেও পাহৰিব নোৱাৰে। সেই বিয়া উপলক্ষে লাভ কৰা শুভাশীষখিনি আমাৰ বাবে মূল্যবান সাঁচতীয়া সম্পত্তি হৈ আছে। তাকেই তলত তুলি দিছোঁ। ব্যক্তিগত বস্তু ৰাজহুৱা কৰাৰ বাবে পাঠক-পাঠিকাই ক্ষমা কৰে যেন।

বিহঙ্গ-সুৰ

মৰমৰ জোনাই !

তোমাৰ বিয়াৰ কথা শুনি সুখ পালোঁ। তুমি নিৰাময় হৈ থাকা—দীৰ্ঘজীৱিনী হোৱা। বৈবাহিক জীৱনেই ভগৱানৰ সৃষ্টিৰ পাতনি। পাতিব্ৰত্য ধৰ্মক আশ্ৰয় কৰি তুমি ঘৰখন সুখময় কৰি ৰাখা—এয়ে মোৰ ভগৱানৰ ওচৰত প্ৰাৰ্থনা।

অ' এটা কথা—

তোমাৰ ঘৰলৈ গলে এখন খুন্দা তামোল দিবলৈ নেপাহৰিবা যেন। কল্যাণমস্তু।

উজানবজাৰ
৯।৩।৬৫

তোমাৰ বিহগী কবি আতাদেউ
শ্ৰীৰঘুনাথ চৌধাৰী

আইতাৰ উকলি

ফাগুনৰ জোনাকৰ মধু উছৰত
আনন্দমুখৰিত বসন্তৰ মঙ্গল লগ্নত
জোনাকী ! তোমাৰ পূৰ্ণ হ'ল

সুকুমাৰী জীৱনৰ তপস্যা খিয়ান
কোন ৰূপকোঁৱৰৰ মধুৰ স্পৰ্শত!
মানসৰ কল্পনাৰ সুধাস্বপ্ন সানি
বসন্তৰ উদ্যানৰ ফুল তুলি আনি
গাঁথিলা বৰণমালা মানসৰ কল্পকাননত,
অচিনাকি জনমৰ জীৱন-দেৱতা
চোৱা সৌ বৈ আছে তোমাৰেই দুৱাৰমুখত
বৰি আনা পুষ্পমালা পিন্ধাই কণ্ঠতং।
আছিলা জুৰাই হিয়া মা-দেউতাৰ
নয়ন আনন্দৰূপে জেউতি বিলাই
সেৱা দানি লাহৰী হাতৰ
চেনেহ-মৰমে ঘৰখনি ওপচাই,
উমা সমা কন্যা তুমি, পিতৃয়ে তোমাৰ
অতদিনে প্ৰতিপালি সপিলে সাদৰে
শিৱ সুন্দৰ সম হাতত 'বৰ'ৰ।
সহকাৰ তৰুক মেৰাই
যিদৰে সাৱটি লয় কুসুমী লতাই
সিদৰে 'প্ৰজ্ঞা'ৰ তুমি
জীৱনৰ পাতে পাতে ভ্ৰমি
প্ৰফুল্লিতা পুষ্পিতা লতিকা
ৰবা সহকাৰ চুমি।
আজি এই মধুনিশা মঙ্গল লগ্নত
জীৱনৰ বাঞ্ছিত পৰম ক্ষণত
যৌৱনৰ অভিষেক পূৰ্ণ হওক মঙ্গল ধ্বনিত
বৰষক দেৱে পাৰিজাত দুয়োৰে শিৰত।
কৰো আশীৰ্বাদ—
চিৰসুখী হোৱা চিৰজীৱী

জীৱন জুৰাই বওক মো-সনা সুৰ—
জোনাকীৰ পৱিত্র পৰশে সন্তোষ-অলকানন্দা
ছুকূল ধোৱাই বওক শান্তি সুমধুৰ।
হোৱা আয়ুষ্মতী বশিষ্ঠৰ অৰুন্ধতী সমা
সুন্দৰ জীৱন হওক চিৰমনোৰমা॥

দক্ষিণ শৰণীয়া
৯।৩।৬৫

শ্ৰীনলিনীবালা দেৱী

ভনীটীলৈ কবিতাহাৰ

ফাগুনৰে মলয়াই বিহাধনি উকৰাই
জোনাকী বাইদেউৰ বিয়া
সবাকে জনাই যায়,
নিলগৰ কাষৰৰ ভাই-ভনী মৰমৰ
সকলোৰে হিয়াখনি
উলাহতে নচুৱায়।

কলপুলি পদূলিত মামা, মামী হৰষিত
নাতিনীৰ বিয়া বুলি আইতা নাচনী,
আত্মীয়-স্বজন সবে ৰঙত উতলা হৈ
মুখৰিত কৰি আছে 'তপোবন'খনি।

চন্দনচৰ্চ্চিতা হৈ শিৰত সেন্দূৰ লৈ,
পিন্ধি কত অলঙ্কাৰ নতুন বেশত,
জোনাকী বাইদেউ আজি অপেস্বৰীবেশে সাজি
বহিছাহি সাজিকাচি ৰভাৰ তলত।

কইনা তোমাক দেখি ৰঙে হাঁহে মামা-মামী
তথাপিও হিয়াখনি বেজাৰেৰে ভৰা,

আদৰৰ আলসুৱা একেটী জীয়াৰী তুমি
সম্প্ৰদান কৰে আজি পাই যোগ্য দৰা।

'প্ৰজ্ঞানন্দ' ভিন্‌দেৱে মনত আনন্দ লই
অলপ পিছতে আহি পাব 'তপোবন,'
হোমঅগ্নি কৰি সাক্ষী লভিব 'বিজয়লক্ষ্মী'
সুমধুৰ মিলনৰ মিলিছে লগন।

তপোবনৰ শকুন্তলা জোনাকী বাইদেউ
প্ৰজ্ঞানন্দ দুষ্মন্তক কৰিবা বৰণ,
'অতুল' গৌৰৱ লৈ গুণত 'সাৱিত্ৰী' হৈ
নতুন গৃহত কৰা শুভ পদাৰ্পণ।

শৈশৱৰ স্মৃতিভৰা মৰমৰ ঘৰখনি
এৰি থৈ গুচি যাবা ভিনদেউ লগত,
নতুন ঘৰত গৈ কুলৰ লখিমী হৈ
মাজে মাজে আমালৈ পেলাবা মনত।

শুভ লগনত বিভু চৰণত
মাগিছোঁ আশীষ দান,
জীৱনে-মৰণে জনমে জনমে
মিলি থাকা দুটি প্ৰাণ।

ফুকন নগৰ, শিৱসাগৰ শ্ৰীকৰবী হাজৰিকা
২৫ ফাগুন (৯।৩।৬৫)

মহন্তৰ নিৰ্মালি

কন্যাক পাত্ৰস্থ কৰাৰ মান সন্তোষ বোধকৰোঁ নাই। লোকৰ ধনৰ টুপলি এটি বিচৰা মাত্ৰকে গৰাকীক ঘূৰাই দিয়াত যি তৃপ্তি সেই তৃপ্তিৰ কথাকে বহুত যুগৰ পূৰ্বতে মহাকবি কালিদাসে শকুন্তলাত

বঢ়িয়াকৈ উল্লেখ কৰি গৈছে। দেখিছোঁ আপুনি কন্যাক পাত্ৰস্থাকে কৰা নাই, লগে লগে সৎপাত্ৰস্থাও কৰিছে আৰু প্ৰাচীন সদ্বংশৰ পৰিয়াল দুটিৰ মাজত শিলৰ আলি এটিও বন্ধাইছে।

নাহৰণি বাহৰ — শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত অধিকাৰ
২৭।২।৬৫

শঙ্খধ্বনিৰ কলৰৱ

আমাৰ আন্তৰিক শুভইচ্ছা এধানমান শ্ৰীমতী জোনাকী আইদেউলৈ ডাকপখিলীয়ে লৈ গৈছে। পৰম মঙ্গলময় পৰমেশ্বৰে শ্ৰীমান প্ৰেজ্ঞানন্দ আৰু শ্ৰীমতী বিজয়লক্ষ্মীৰ বিবাহিত জীৱন মধুময় কৰক। তেওঁবিলাকে সুখে-সন্তোষে শতবসন্ত উপভোগ কৰক।

টীয়ক, অচ্যুত-ভৱন — শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা
১।৩।৬৫

বকুলবনৰ প্ৰতিধ্বনি
২৫ ফাগুন, ১৮৮৬ ( ১ মাৰ্চ ১৯৬৫ )

অসমীয়া সাহিত্যৰ বুৰঞ্জীত 'জোনাকী' এটা যুগৰ নাম। কেইজনমান অসমীয়া ভাষাহিতৈষী লোকৰ প্ৰাণৰ উদ্যমত কলিকতা মহানগৰীত 'জোনাকী'য়ে তিৰবিৰ কৰি অমাবস্যাৰ আন্ধাৰত দীপান্বিতা পাতিছিল। সেই জোনাকীৰপৰাই আজিৰ অসমীয়া ভাষা-সাহিত্যৰ নিকুঞ্জবনৰ জন্ম হ'ল। সেই সাহিত্য-কাননৰ এচুকত আছিল এখন 'তপোবন'। তপস্বীজন মোৰ সাংস্কৃতিক জীৱনৰ দৰদী বন্ধু—দিললৰীয়া লোক। বন্ধুৰ একেটি মাথোন পাৰ্থিব ৰতন

শ্ৰীমতী জোনাকী। জোনাকী দীপলিপ গাভৰু হ'ল। জন্ম-জন্মান্তৰ পৰম বন্ধুজনক কলৰ গুৰিৰপৰা 'বিষ্ণুৰূপায় বৰায় নমঃ' বুলি আদৰি আনি হোমৰ সভাত বৰুৱাই আজি কন্যাদান কৰিব। নামতী-সকলে গাব—'জনক ৰজাৰ ঘৰে আজি কৰে কন্যাদান, ধৰ্মেৰে বান্ধিছে দোল পৰ্বত সমান।'

জোনাকী! অ' জোনাকী
কবিৰ মনত তুমি জ্বলাই এগছি চাকি
কিমান চিকুণ ছবি
দিছিলা আঁকি?
জোনাকী! অ' জোনাকী!
আজি
তুমি নিজে মূৰ্তিমতী লাৱণ্য প্ৰতিমা হৈ
দেখা দিবা হোমৰ সভাত
ৰামচন্দ্ৰ প্ৰজ্ঞানন্দ বহিব কাষত
ইষ্ট-মিত্ৰ পৰিপূৰ্ণ
বিয়াৰ ৰভাত;
মাঙ্গলিক উৰুলিৰ জোঁকাৰ উঠিব
হব বেদধ্বনি,
দুখনি পুৰণি হিয়া নতুন বেশেৰে
হব তাতে চিনাচিনি।
বন্ধুৰ কন্যা তুমি
স্নেহৰ আধাৰ,
স্নেহাশীষ একমাত্ৰ
আছে উপহাৰ:
অকৃত্ৰিম হৃদয়ৰ চেনেহ মিলাই
তোমাৰ বিয়াত দিলোঁ ইয়াকে বিলাই—
শ্ৰীপ্ৰজ্ঞানন্দ তোমাৰ মুকুট
তুমি থাকা আদৰিণী বধূ হৈ
তেওঁৰে বুকুত॥

বকুলবন, যোৰহাট — শ্ৰীআনন্দচন্দ্ৰ বৰুৱা
২।৩।৬৫

———

# মুখা

মুখবন্ধ : অভিনয়ত কোনো কোনো ভাৱৰীয়াই মুখাৰ সহায়ত ভেশচন কৰি বেলেগ ৰূপ ধাৰণ কৰে। সেইদৰে সাহিত্যৰ চ'ৰাতো ছদ্মনামৰ মুখা পিন্ধি ভেশচন বা আত্মগোপন কৰা নিয়ম এটা অতীজৰ পৰা চলি আহিছে। বৰ্তমানেও চলি আছে। ভৱিষ্যতেও চলিব। এই 'পাপৰি'ৰ সীমিত পৰিসৰত দেশ-বিদেশৰ সাহিত্যৰ এনে মুখা বিচাৰি আমি কৰতোৱা পাৰ হৈ যোৱা নাই, আনকি নিজৰ সাহিত্যতে 'অৰুণোদয়'ৰ সীমাৰেখাৰ সিপাৰলৈকো হুঁকুটি মেলা নাই। আমি যি কেইখন মুখা তুলি লৈছোঁ, সেইবোৰ এতিয়াই গৱেষণাৰ বিষয়বস্তু হৈছে। আগলৈ গৱেষকো পেপুৱা লাগিব। বিচাৰি পোৱাতে থাকিলেও অমাৰ্জিত বিষয়বস্তুৰে লেট-পেট খনচেৰেক মুখা 'পাপৰি'ৰ অন্তৰ্ভুক্ত কৰা হোৱা নাই।

মানুহটোৱে পতি মনটো ধানটোৱে পতি কণটো। সেইদৰে মুখাধাৰণৰ কাৰণ ভিন ভিন হব পাৰে। ইয়াত সেই উৰহী গছৰ ওৰ বিচাৰিবলৈকো যত্ন কৰা হোৱা নাই।

আমাৰ এই মুখাৰ প্ৰদৰ্শনী অসম্পূৰ্ণ বুলিও গুৰিতে কৈ থৈছোঁ।

অসমীয়া ভাষা-সাহিত্যৰ ধৰণী ধৰোঁতা হেমচন্দ্ৰ বৰুৱা ডাঙৰীয়াই বিখ্যাত 'অৰুণোদয়' কাকতত 'শ্ৰীসোণাৰচাঁদ'ৰ

সোণাৰ চাঁদ (হেমচন্দ্ৰ) মুখা পিন্ধি 'অনেক বিয়া কৰা অযুগুত' নামৰ

ডেকাবৰুৱা এটা প্ৰবন্ধ লিখিছিল। এই মুখাৰ আঁৰ লৈ তেওঁ আৰু কি লিখিছিল নেজানো। বেজবৰুৱাৰ ৰচনাতো এই 'সোণাৰ চাঁদৰ' উল্লেখ আছে।

'আসাম বন্ধু' গুণাভিৰাম বৰুৱা ডাঙৰীয়ায়ো ১৮৯২ শকত

‘বিজুলী’ কাকতত ‘গুৰুদত্ত’ ছদ্মনামৰ মুখা পিন্ধি ‘আদ্যাশক্তি স্তোত্ৰ’, ‘ভাৰত বিলাপ’ আদি কবিতা ৰচিছিল। বৰুৱা ডাঙৰীয়াই ‘পাচনি’ৰ চাকলিপীৰাত বহি সঙ্গী-ভকতসকলক ভকতীয়া প্ৰণালীৰে‘ কঠিন শব্দৰ ৰহস্য ব্যাখ্যা’ কৰি শুনাইছিল।

গুৰুদত্ত

‘জোনাকী’ যুগৰ অন্যতম নামজ্বলা প্ৰবন্ধকাৰ ৰত্নেশ্বৰ মহন্ত-দেৱে নিজ নামত লিখাৰ উপৰিও ‘ৰামদাস গোস্বামী’ৰ মুখা আঁৰি লিখা নানা তৰহৰ প্ৰবন্ধ-কবিতা ‘জোনাকী,’ ‘আসামবন্ধু’ আদিত ছেদেলিভেদেলি হৈ পৰি আছে। মহন্তৰ ‘জয়মতীকুঁৱৰী’, ‘মোৱামৰীয়াৰ ‘বিদ্ৰোহ’, ‘গাঁৱলীয়া বোৱাৰী,’ আদি গদ্য-পদ্য উল্লেখযোগ্য।

ৰামদাস গোস্বামী

উত্তৰগুৱাহাটী ৰংমহলৰ সোণা (হেম) ৰাম (দাশৰথী) চৌধুৰী ডাঙৰীয়াই এই মুখাখন পিন্ধি ‘জোনাকী’ত ভেশচন কৰি ওলাইছিল। ‘জ্ঞানী ডাক’ৰ লিখক ‘হেমদাশৰথী’য়ে যে সোণাৰাম চৌধুৰী এই কথা তেতিয়া বহুতে নেজানিছিল, আজিও নেজানে। চৌধুৰীৰ বুৰঞ্জীমূলক প্ৰবন্ধৰাজি বৰ মূল্যবান।

হেমদাশৰথী চৌধুৰী

মুখা দাঙি মুখখন নেদেখুৱালেও এই গৰাকী মহাধনুৰ্দ্ধৰ কৃপাবৰ বৰবৰুৱাক সকলোৱে চিনি পায়। লক্ষ্মীনাথ আৰু কৃপাবৰ একেজন পুৰুষ বুলি কোনে নেজানে? দুয়ো দুইৰো পৰিপূৰক, একেটা মুদ্ৰাৰ ইপিঠি আৰু সিপিঠি।

কৃপাবৰ বৰবৰুৱা

অসমৰ সুপ্ৰসিদ্ধ আগৰৱালা পৰিয়ালৰ লোকসকলে প্ৰথমতে ‘গুপ্ত’ আৰু পিছতহে ‘আগৰৱালা’ উপাধি ব্যৱহাৰ কৰিছিল। পুৰণি আলোচনী কাকতত আনন্দচন্দ্ৰ গুপ্তকহে দেখা পোৱা যায়। ‘ভাওনিকোঁৱৰ’ বুলি খ্যাত এই আনন্দচন্দ্ৰই ‘জোনাকী’ কাকতত শ্ৰীহৰ্ষৰ মুখা পিন্ধি ভেশচন কৰি দেখা দিছিল। অসমীয়া উপন্যাসৰ পিতা ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াই

শ্ৰীহৰ্ষ

'বাঁহী'ৰ পাতত এখন মুখা পিন্ধি ভোলাই শৰ্মাৰ
ভোলাই শৰ্মা আত্মবিনোদক থিয়েটাৰৰ দল গঠন কৰিছিল।
পিছত ভোলাই শৰ্মাৰ এইলানি খুহুটীয়া প্ৰবন্ধ
পুথিৰ আকাৰতো প্ৰকাশ হৈছিল।

উমেশচন্দ্ৰ নামটো প্ৰকৃত নাম যেন লাগে। দৰাচলতে ইও ছদ্মনামৰ এখন মুখাহে। পুৰণিগুদামৰ প্ৰতিভাশালী ছাত্ৰ ভুবনচন্দ্ৰ বৰুৱাক বিশ্বনাথ বৰুৱা নাম দি বিখ্যাৎ অসমীয়া সাউদ ভোলানাথ বৰুৱা (বি-বৰুৱা) ডাঙৰীয়াই নিজৰ পুতেক কৰি তুলি লৈছিল। এইজন ভুবনচন্দ্ৰ বিশ্বনাথেই "উমেশচন্দ্ৰ বৰুৱা' ছদ্মনামৰ মুখা পিন্ধি

কেঁচুৱা আৰু চলবলীয়া 'বাঁহী'ত 'একণমানি ছোৱালীকণ
উমেশচন্দ্ৰ তই', 'মাভৈঃ', 'হা মোৰ কপাল' আদি বিশেষত্বপূৰ্ণ
বৰুৱা তেজাল কবিতা, গল্পৰে পাঠকৰ জিভাত লোভ
জন্মাইছিল। অকালতে কালৰ গৰাহত নপৰা হলে এওঁ

সময়ত লব্ধপ্ৰতিষ্ঠ সাহিত্যিক হোৱাৰ সম্ভাৱনা আছিল। 'কালি ৰাম ৰজা হব কত মনে আশ, কিন্তু কোনে জানিছিল হব বনবাস?'

পলায়নবাদী 'বনফুল'ৰ কবি যতীন্দ্ৰনাথ দুৱৰাদেৱে প্ৰথম
অৱস্থাত লিখা প্ৰায় সকলোবোৰ কবিতা 'যদু' ছদ্মনামৰ মুখা
যদু পিন্ধিহে 'বাঁহী'ৰ ৰাইজৰ আগলৈ উলিয়াই দিছিল।
এই লাজকুৰীয়া কবিজন 'যদু' নামেৰেও বিখ্যাত হৈ উঠিছিল।

প্ৰখ্যাত বুৰঞ্জীবিদ সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়াই পোনতে কবি হিচাপেহে সাহিত্যিক জীৱন আৰম্ভ কৰিছিল আৰু 'নিৰ্মালি'ৰ
কবি হিচাপে সুখ্যাতি আৰ্জিছিল। প্ৰাচীন কবিসকলৰ
ভানুনন্দন পদপুথিৰ ভাষা আৰু ঠাচঁত ভূঞা ডাঙৰীয়াই 'জয়মতী
উপাখ্যান' নামৰ কাব্য ৰচনা কৰি প্ৰকাশ কৰিছিল।

এই মুখাধাৰী জয়মতী কবিৰ নাম ভানুনন্দন। অৰ্থাৎ ৰবিলালৰ পুত্ৰ ভানুনন্দন আৰু সূৰ্য্যকুমাৰৰ বিকল্প নামো ভানুনন্দন। দুই কালৰপৰা মুখাৰ অৰ্থ বোধগম্য হয়।

অসমীয়া চুটিগল্পৰ অন্যতম বাটকটীয়া, শিক্ষাবিদ শৰৎচন্দ্ৰ গোস্বামীদেৱে এবাৰ মাথোন 'ৰূপচন্দ্ৰ ভাগৱতী'ৰ

ৰূপচন্দ্ৰ ভগৱতী মুখা পিন্ধি এখন নাট ১৯১০ চনতে উলিয়াইছিল। সেই ৰূপকৰ নাম 'পৰীক্ষা'।

ডিবুৰুৰ জৰ্জ স্কুলৰ শিক্ষক তুলসীপ্ৰসাদ দত্তই 'আলোচনী'ত 'মানুহৰ কুকুৰত্ব', 'গচকি যোৱা আৰু এফলীয়া হৈ যোৱা' আদিৰ দৰে চিন্তাগধুৰ প্ৰবন্ধ আৰু 'সাধুকথাৰ জোলোঙা'

জ্ঞানানন্দ 'পটেশ্বৰীৰ প্ৰথম চুমা' আদি বিভিন্ন ৰসৰ পুথি

জগতী লিখি প্ৰকাশ কৰিছিল, জ্ঞানানন্দ জগতী ছদ্মনামৰ মুখা পিন্ধি।

'অঞ্জলি'ৰ কবি দুৰ্গেশ্বৰ শৰ্মাৰ ভাতৃ, অসম সাহিত্য সভা আৰু চন্দ্ৰকান্ত ভৱনৰ বান্ধৱ, যোৰহাট তৰাজানৰ দেৱেশ্বৰ শৰ্মাদেৱে 'দেশ'ৰ মুখা পিন্ধি এসময়ত 'বাঁহী'ত কেইটামান মিঠা গল্প

দেশ উলিয়াইছিল। পিছত গল্পকেইটাই স্বকীয়া পুথিত অন্তৰ্ভুক্ত হৈ প্ৰকাশ হৈছে।

তাহানি 'বাঁহী'ত এটা মৰাশৰ আবিৰ্ভাৱ হৈছিল। সেই 'মৰাশ'ই কথা কৈছিল, প্ৰবন্ধ ৰচিছিল। মৰাশৰ মালিক মহাদেৱ। সেই কাৰণে তেজপুৰৰ সুসাহিত্যিক মহাদেৱ শৰ্মাই 'মৰাশ'ৰ ভেশচন কৰা বুলি বহুতে ভাবিছিল। পিছে নহয়, সেই 'মৰাশ'

মৰাশ আছিল আমগুৰিৰ এজন ডেকা। নআখৰীয়া নাম উপাধিৰ তিনিটা আখৰ ওলটপালট কৰি এখন 'মৰাশ'ৰ মুখা সাজি লৈ সাধকে মৰাশৰ ওপৰত আৰাধ্যা দেৱীক সাধনা কৰাৰ নিচিনাকৈ তেওঁ 'মৰাশ'ৰ মাধ্যমেৰে 'বাঁহী'ত সাহিত্য-সাধনা কৰি এসময়ত নাম কৰিছিল। পাঠকে 'মৰাশ'ৰ মুখৰ মাত আগ্ৰহেৰে শুনিছিল। বৰ্তমানে তেওঁ সাহিত্য-ক্ষেত্ৰৰ পৰা টুপাই বুৰ মাৰি 'মৰাশ' গুচি জীয়া মানুহ হৈ গুৱাহাটীতে আছে। মুখাধাৰী সাহিত্যিকে প্ৰকৃত চিনাকি দিবলৈ নাবাজ, সেইবাবে ভেদ ভাঙাৰি দিয়া নহ'ল।

দ্বিতীয় দশকত তিনিজন সহপাঠী কটনিয়ান-ছাত্ৰে 'মাণিক' নাম দি 'অসমবত্ন' মাণিকচন্দ্ৰ বৰুৱা ডাঙৰীয়াৰ প্ৰথম জীৱন-চৰিতখনি যুটীয়াভাৱে যুগুত কৰি উলিয়াইছিল।

কুসুম মুখাধাৰী লিখক তিনিজনৰ নাম 'কুসুম' অৰ্থাৎ

কু—কুমুদেশ্বৰ বৰঠাকুৰ (শিৱসাগৰ)

সু—সোণাপতি দেৱশৰ্মা (বৰপেটা)

ম—মহীচন্দ্ৰ বৰা (নগাঁও)

ৰহাৰ ৰহদৈ, টিপামৰ ভাদৈ, শকগুৰিৰ আঘোণী বাই, সমন্ধত কিন্তু একোটো নাই। এওঁলোকো আছিল সেই নিচিনাই।

বহুৰূপী লিখক শ্ৰীকমলেশ্বৰ চলিহাই তাহানিতে 'বাঁহী'ত 'কচ'ৰ মুখা পিন্ধি কবি হিচাপে সুখ্যাত হৈছিল। পিছত তেওঁ কিবা মন গ'ল, সেইখন মুখা আঁতৰাই থৈ 'ঘনশ্যাম চলিহাৰ' মুখা পিন্ধি 'গুণগুণ' নামৰ কবিতাপুথি এখন

কচ, ছপাই উলিয়ালে (১৯৩৬)। 'ঘনশ্যাম' হেনো তেওঁৰ

ঘনশ্যাম সোঁৱৰণীৰ গুপ্ত নাম আৰু তেওঁৰ মনটোও হেনো

চলিহা তেতিয়া আছিল নৱঘনশ্যাম। আজিলৈকে চলিহাই অব্যাহতভাৱে কাব্যসাগৰত ওপঙি আছে, কিন্তু আজিকালি তেওঁ কোনো মুখা পিন্ধি কবিৰ ভাও নিদিয়ে। সেয়ে হলেও এতিয়াও তেওঁৰ সকসুৰা দুখনমান মুখা নথকা নহয়, খোচ উঠিলে সেই মুখা পিন্ধি তেওঁ সক সক উপন্যাস আৰু গল্পৰ পুথি উলিয়ায়। এনে এখন উপন্যাসিকাৰ নাম 'সোণৰ মেখেলা'।

ভাষাবিদ কালিৰাম মেধি ডাঙৰীয়াৰ কনিষ্ঠ ভাতৃ প্ৰবীণ এডভোকেট দীননাথ মেধি ডাঙৰীয়াই স্বনামত লিখাৰ উপৰিও তাহানিৰ 'আসাম বান্ধৱ,' 'চেতনা' আৰু 'বাঁহী'ত 'দুখু'ৰ

দুখু (দীন) মুখা পিন্ধি ভালেমান কবিতা, চুটিগল্প আৰু আলোচনা লিখিছিল। শেষ বয়সত তেওঁ ভাবে গল্পবোৰ জুৰিয়াই এখন পুথি প্ৰকাশ কৰি থৈ গৈছে। নাম 'বিয়াল্লিছ'।

এসময়ত লক্ষ্মীনাথ বেজবৰুৱাৰ 'বাঁহী'ত আৰু ৰজনীকান্ত বৰদলৈৰ 'অসম-প্ৰদীপিকা'ত শঙ্কৰী ধৰ্মমত লৈ এখন গ্ৰাহ-গজেন্দ্ৰৰ যুদ্ধ লাগিছিল। বাঘে-ঘোঙে পালে কাকো কোনেও নেৰে— যুদ্ধখন এই নিচিনা হৈছিল। পিছত অৱশ্যে দুই পক্ষৰ বল পৰাত মধুৰ পৰিসমাপ্তি ঘটে। কৃপাবৰী ভাষাত প্ৰদীপিকাই 'চাকি-দেৱী' আখ্যা পাইছিল। বেজবৰুৱাক এই যুদ্ধত সমৰ্থন জনাইছিল 'ভবানন্দ পাঠক'ৰ মুখা পিন্ধি ডক্টৰ বাণীকান্ত কাকতিদেৱে, তেওঁৰ তীক্ষ্ণধাৰ লেখনীৰে।

ভবানন্দ পাঠক

ওপৰত উল্লেখ কৰা যুদ্ধখনত 'ৰজনী'-পক্ষৰ পালিসেনাপতি আছিল 'যশস্পতি শৰ্মা'ৰ মুখাধাৰী কীৰ্তিনাথ শৰ্মাবৰদলৈ। বৰসেনাপতি দুজন বেজবৰুৱা আৰু বৰদলৈৰ পালিসেনাপতি দুজনো পৰি মৰা বিধৰ নাছিল। বাণীকান্ততো বাণীকুমাৰেই, কীৰ্তিনাথো 'বাসন্তীৰ অভিষেক,' 'লুইতকোঁৱৰ', 'সুৰবিজয়' আদিৰে কীৰ্তিমন্ত।

যশস্পতি শৰ্মা

'আৱাহন'ত ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাদেৱে ধাদহী 'বীণা বৰুৱা' হৈ কেবাটাও আহলবহল দীঘ-পুতলৰ গল্প লিখিছিল। বীণা বৰুৱাই 'আঘোণী বাই' আদি গল্প আৰু 'জীৱনৰ বাটত' নামৰ এখন উপন্যাস উলিয়াই, পুনৰ ভেশ সলাই 'ৰাস্না বৰুৱা'ৰ মুখা পিন্ধি 'সেউজী পাতৰ কাহিনী' নামৰ আন এখন উপন্যাস উলিয়াই গৈছে। দুয়োখন পুথিয়েই অসমীয়া উপন্যাস সাহিত্যৰ-সম্পদ। নাট্যমঞ্চত মতা মানুহে মাইকী মানুহৰ ভাও লোৱাটো সেই সময়ত প্ৰচলিত নিয়ম আছিল, কিন্তু অসমীয়া সাহিত্যমঞ্চত বিৰিঞ্চি বৰুৱাই মাইকী মানুহৰ ভেশছন কৰাটো উপভোগ্য বিষয়।

বীণা বৰুৱা, ৰাস্না বৰুৱা

বৰ্তমানে গুৱাহাটীৰ ভৰলুপৰীয়া সাহিত্যিক অসম সাহিত্য-সভাৰ প্ৰাক্তন সভাপতি শ্ৰীতীৰ্থনাথ শৰ্মাদেৱৰ চিন্তাশীল, আলোচনা-

মূলক প্ৰবন্ধলিখক হিচাপে জনাজাত। কিন্তু তেওঁ যে এদিন কবিতা লিখিছিল, চুটিগল্প লিখিছিল, বহুতে এই কথাৰ ভূ নেপায়।

নিৰ্মলা দেৱী

তাহানিৰ 'আৱাহন'ত বিৰিঞ্চি বৰুৱাই বিহা-মেখেলা পিন্ধি বীণা বৰুৱাৰ ভাও দিয়াৰ নিচিনাকৈ শৰ্মায়ো একে সময়ত 'নিৰ্মলা দেৱী' হৈ মুৰত ওৰণিবাৰণি লৈ পাঠকৰ আগলৈ ওলাইছিল। শৰ্মাই গল্পকাৰ হিচাপে নাম কৰিব পৰা নাই যদিও তেওঁৰ নিৰ্মলা দেৱীয়ে ৮।১০ টামান চুটিগল্প উলিয়াই পাঠক-পাঠিকাৰ মনোৰঞ্জন কৰিবলৈ সমৰ্থ হৈছিল। 'তীৰ্থ-ফল' 'নিৰ্মলা' হোৱাটো স্বাভাৱিক।

প্ৰাক্তন মুখ্য ন্যায়াধীশ হলীৰাম ডেকা ডাঙৰীয়া অসমীয়া চুটিগল্প লিখক হিচাপে বিখ্যাত। ডেকাদেৱে 'চিত্ৰসেন যথবীয়া'ৰ

চিত্ৰসেন যথবীয়া

মুখা পিন্ধি 'আৱাহন'ত নাম কৰিছিল। যখৰীয়াৰ যথাৰ, 'আত্মবিবৃতি'বোৰ স্বকীয় বৈশিষ্ট্যৰে অনুৰঞ্জিত।

'আৱাহন'ৰ ধাইমাক কেইজনীৰ মাজৰ গুৱাহাটীৰ শ্ৰীঈশ্বৰ-প্ৰসাদ চৌধুৰীও (অৱসৰপ্ৰাপ্ত প্ৰচাৰ সঞ্চালক) অন্যতম। শ্ৰীচৌধুৰীয়ে তিনিখন মুখা পিন্ধি 'আৱাহন'ত 'ৰমাপতি', 'চিত্ৰভানু', 'নটৰাজ' হৈ

ৰমাপতি, চিত্ৰভানু, নটৰাজ

ভাও দিছিল। ৰমাপতি আৰু চিত্ৰভানু চৌধুৰীৰ ভেশছন ধৰি চুটিগল্প লিখিছিল। নটৰাজৰ মুখা পিন্ধি প্ৰলয়-নাচ নচা নাছিল। নাট্যজগতৰ বিবিধ বা-বাতৰিৰ আলোচনাবিলোচনা কৰিছিল। তেওঁ 'ৰমাপতি' (ঈশ্বৰ) হৈ গল্প লিখিছিল। 'চিত্ৰভানু চৌধুৰী হৈ 'পান' নামৰ ইংৰাজী উপন্যাস এখন ইংৰাজীৰ পৰা ভাঙি 'জীৱনৰ ৰূপ' নাম দি ছোৱাছোৱাকৈ 'আৱাহন'ত উলিয়াইছিল আৰু পুথিৰ আকাৰত নৱৰূপ ধাৰণ কৰি চেৰাশালিত প্ৰকাশৰ দিন গণিছে। নাম 'বনজ্যোৎস্না'।

বাণমঞ্চৰ যশস্বী ভাৱৰীয়া ডাক্তৰ ললিতমোহন চৌধুৰীদেৱে

সাহিত্য-মঞ্চত মাইকীৰ ভাও দি'দীপান্বিতা চৌধুৰী হৈ 'আৱাহন'ত গল্প লিখিছিল। ডাক্তৰ চৌধুৰী ৰচিত আৰু অভিনীত অপ্ৰকাশিত নাটখনৰ নাম 'শঙ্কলাদিব'।

**দীপান্বিতা চৌধুৰী**

ধ্বনিকবি শ্ৰীবিনন্দচন্দ্ৰ বৰুৱাদেৱে এসময়ত 'বাঁহীত' কেৰপাই শৰ্মাৰ মুখা পিন্ধি ৰুৱা কৃপাবৰৰ লগতো ফেৰ পাতিছিল। বুঢ়া কৃপাবৰে 'বৃদ্ধ-বিবাহ প্ৰচাৰিণী সভা' প্ৰতিষ্ঠা কৰি বুঢ়ীআইসকলৰ মূৰত ৰামটাঙোন মাৰিবলৈ ওলোৱাত নাতি কেৰপাইৰ গা বেজৱেজাই গৈছিল। এই কৃপাবৰ-কেৰপাইৰ যুদ্ধখন চাবলগীয়া হৈছিল। বুকুৱাই 'বৰদৈচিলাত বিশিষ্টানন্দ'ৰ বিশিষ্ট ৰূপ ধাৰণ কৰিছিল।

**কেৰপাই শৰ্মা**

বুঢ়া কৃপাবৰৰ পৃথিবীত ভোগদখল বাঢ়ি যোৱা দেখি শেৱালিৰ কবি ৰত্নকান্ত বৰকাকতীদেৱে 'কৃপাবৰ নতুন'ৰ মুখা পিন্ধি কৃপাবৰৰ নতুন গজালি এটি হৈ দেখা দিছিল। কিন্তু ৰৰকৈ গাজিলে মেঘে নবৰষে। নতুন কৃপাবৰেও সেইদৰে ফেল মাৰিলে।

**নতুন কৃপাবৰ**

সোণাৰিত সোণৰ সোলেং বিচাৰোঁতা গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱা আৰু শ্ৰীবিনন্দচন্দ্ৰ আছিল নলে-গলে লগা বন্ধু। দুয়ো কলিকতাৰ কলেজত পঢ়িছিল। কলিকতীয়া 'মিলন'ত একেলগে সাহিত্যচৰ্চা কৰিছিল। লগৰ বুঢ়ীয়ে পিণ্ড খায়, মইনো কিয় থাকোঁ চাই? বিনন্দ কেৰপাই বাপু হোৱাৰ নিচিনাকৈ পাৰ্বতিও 'মিলন'ত মুখা পিন্ধি হৈছিল 'হয়বৰ অভয়পুৰীয়া'। হয়বৰেও মিলনত মাৰ্জিত ৰুচিৰ ৰস-ৰচনাৰ পোহাৰ মেলিছিল।

**হয়বৰ অভয়পুৰীয়া**

অৱসৰপ্ৰাপ্ত ন্যায়াধীশ, যোৰহাটৰ শ্ৰীৰাধানাথ হাজৰিকাদেৱে তাহানি অসমীয়া কাকতৰ সহকাৰী সম্পাদক আৰু আৰ্ল ল কলেজৰ ছাত্ৰ হৈ থকা কালত 'পাচনি'ৰ মুখা পিন্ধিও ওলাইছিল। কাকতখনত প্ৰতি সপ্তাহে তেওঁৰ হাতত 'পাচনিৰ জোলোঙা' এটি দেখা পোৱা হৈছিল। উকিল হবলৈ তেওঁ পাচনিৰ জোলোঙা আৰু হাতৰ লেখনী নিউ-প্ৰেছতে এৰি থৈ গ'ল হবলা!

**পাচনি**

চতিয়াৰ যোগেন্দ্ৰনাথ বৰকাকতীয়ে সাংবাদিক আৰু হাস্যৰসিক হৈ গুৱাহাটীত গোন্ধেই গছ হৈছিল। প্ৰথমতে তেওঁ অসমীয়াত 'মেমেৰা মেথিৰ' আৰু পিছত 'অসম বাণী'ত 'কথাচহকী জলভলীয়া'ৰ

মুখা পিন্ধি পাঠকক বিবিধ ভাও দেখুৱাই আছিল। মেমেৰাৰ কেমেৰাত বহুতৰ ছবি উঠিছিল। ভলভলীয়ায়ো বহু দিন ভলভ-লাই কথাৰ মৰণা মাৰি আছিল। এই পুথিৰ

মেমেৰা মেধি,
ভলভলীয়া,
পখিলী

এটা পাপৰিত 'হৰিভকতৰ উপাখ্যান'ত এই মুখাধাৰীজনক ভালদৰে দেখা পোৱা যাব। বৰকাকতীয়ে জ্যোতিপ্ৰসাদ আগৰৱালা সম্পাদিত 'অসমীয়া'ৰ 'অকমাণিৰ চ'ৰা'ত ৰূপকোঁৱৰৰ পৰিচালনাত 'পখিলী বাইদেউ' হৈ বিহা-মেখেলা পিন্ধিও ওলাবলগীয়া হৈছিল।

কাছাৰ জিলাৰ লব্ধপ্ৰতিষ্ঠ অসমীয়া সাহিত্যিক ৰাজমোহন নাথ তত্ত্বভূষণ পণ্ডিৎ বুলি জনাজাত। নাথ ডাঙৰীয়ায়ো 'পীতাম্বৰ

পীতাম্বৰ
ৰাজমেধি

ৰাজমেধি'ৰ মুখা পিন্ধি 'জয়ন্তী'ত ৰস-ৰচনাৰ যোগান ধৰিছিল। পিছত সেইবোৰ 'কাহুঁদী', 'খাৰলি', 'পকামিঠৈ', 'তপত গাঁথীৰ' আদি পুথিৰ আকাৰত পাঠকৰ বাবে মানসিক ৰুচিকৰ খাদ্য হৈছিল।

অসম সাহিত্য সভাৰ প্ৰথমপৰ্বৰ শেৰৰঞ্জন সম্পাদক কেশৱনাৰায়ণ দত্তদেৱে 'কে-না-দ'ৰ মুখা পিন্ধি কেইটামান

- কেনাদ

প্ৰবন্ধ উলিয়াইছিল। 'জয়ন্তী'ত প্ৰকাশিত তেওঁৰ অসমীয়া লঘু সাহিত্যৰ চিন্তাগধুৰ হাস্যমধুৰ এলানি প্ৰবন্ধ বিশেষ-ভাৱে উল্লেখযোগ্য।

কুকুৰাৰ (পিছত গুৱাহাটী হেপিভিলাৰ) গুৰুেশ্বৰ বৰায়ো

চিকা
চোৰাংচোৰা

'জয়ন্তী'ত 'চিকা চোৰাংচোৱা' হৈ নানা কথাৰ ফেদেলীপুৰাণ মেলিছিল। পিছত 'চিকা চোৰাং-চোৱাৰ কাহিনী' কিতাপৰ আকাৰত ছপা হৈ ওলায়। বৰা 'দিহিংসত্ৰৰ বুৰঞ্জী' লিখক, 'সিংহাসন'ৰ নাট্যকাৰ, 'জয়ন্তী'ৰ অন্যতম প্ৰাক্তন সম্পাদক।

'জয়ন্তী'ৰ আন এজন ৰস-ৰচনাৰ যোগানিয়াৰ আছিল অম্বিকা-প্ৰসাদ গোস্বামী। 'অপগণ্ড-মকৰন্দ সংবাদ' কেবাটা সংখ্যাত প্ৰকাশ

হৈছিল। গোস্বামী 'তাৰা'ৰ নাট্যকাৰ, 'কলিৰ
অপগণ্ড কুম্ভকৰ্ণ' আদি আন কেবাখনো পুথিৰ
মকৰন্দৰ গ্ৰন্থকাৰ। গুৱাহাটীৰ উজানবজাৰৰ খ্যাতনামা
উকিল।

'নতুন অসমীয়া'ৰ সম্পাদক শ্ৰীহৰেন্দ্ৰনাথ বৰুৱাক আজিকালিৰ
মনুষ্যত্ব চামে খ্যাতনামা সাংবাদিক আৰু ৰাজনৈতিক প্ৰবন্ধ-
বৰুৱা কাৰ বুলিহে জানে। এই বৰুৱাজনেও 'অসমীয়া',
'জয়ন্তী' আৰু 'সুৰভি'ত নিজ নামৰ আন ৰচনাৰ
উপৰিও 'মনুষ্যত্ব বৰুৱা'ৰ মুখা পিন্ধি বহুত কবিতা আৰু চুটিগল্প
লিখিছিল।

প্ৰথিতযশা শিল্পী-সাহিত্যিক মহেন্দ্ৰনাথ ডেকাফুকনে লিখি-
মনাই ছিল বহুত। কিন্তু পুথিৰ আকাৰত ছপাৰ পোহৰ
বৰাগী দেখা পাইছিল দুখন মাথোন কবিতা পুথিয়ে। এখন
স্বনামত প্ৰকাশিত 'অস্থি-বজ্ৰ' আৰু আনখন 'মনাই
বৰাগী'ৰ মুখা পিন্ধি ববফুকনৰ গীতৰ লগত সুৰ মিলাই লিখা
'বেজবৰুৱাৰ গীত'।

বৰ্তমানে নগাঁও ছোৱালী-কলেজৰ অধ্যক্ষ শ্ৰীমহেশ্চন্দ্ৰ গোস্বামী-
দেৱে বহু দিন হাতত একোছা 'বিহলঙনি' লৈ সমাজৰ আধিব্যাধিবোৰ
জাৰিফুকি সমাজখন নিকা কৰিবলৈ যত্ন কৰিছিল।
কুমাৰ পাগুৰি এটা তেওঁৰ মুখত সদায় থাকে। কোনো
মধুসূদন কোনো সময়ত বিশেষকৈ ৰস-ৰচনা লিখিবৰ সময়ত
তেওঁ 'কুমাৰ মধুসূদন'ৰ মুখা আঁৰি লয়। মধুসূদনৰ 'কিমাশ্চৰ্য্যম'
আৰু পেৰ'ডিবোৰে কাষলতিৰ তলত কুটকুটাই হাঁহি তোলে।

জনপ্ৰিয় কবি শ্ৰীনৱকান্ত বৰুৱা অসমীয়া অকণ-অকণিহঁতৰ
দৰদী বন্ধু—'এখুদ ককাইদেউ'। ককাইদেউৰ মুখা
এখুদ পিন্ধি বৰুৱাদেৱে তেওঁলোকৰ 'ওমলাঘৰ'ত
ককাইদেউ সোমাই গীত-কবিতা আদি বিবিধ বিষয়ৰ

বেলুন উৰাই ভাল পায়। অকণিহঁতেও তেওঁৰ মিঠা কথাবোৰ মৌপিয়াদি শুনে।

সাহিত্য-সভাৰ প্ৰাক্তন সভাপতি শ্ৰীগিৰিধৰ শৰ্মাৰ ভাতৃ, অসম আৰু মেঘালয়ৰ প্ৰাক্তন শিক্ষাধিকাৰ শ্ৰীউমাকান্ত শৰ্মাদেৱে পিন্ধা মুখাৰ নাম 'পশুপতি (উমাকান্ত) ভৰদ্বাজ' (শৰ্মাৰ ভৰদ্বাজ গোত্ৰ)। নিজৰ নামত 'ঘূৰণীয়া পৃথিবীৰ বেঁকা পথ', 'কাব্যভূমি' প্ৰকাশ কৰাৰ উপৰিও তেওঁ 'উড়ন্ত মেঘৰ ছাঁ', 'ৰঙা ৰঙা তেজ' আৰু 'হিমচাঙৰ দুই পাৰ' পশুপতি ভৰদ্বাজৰ মুখা পিন্ধি প্ৰকাশ কৰা ভাল উপন্যাস।

পশুপতি ভৰদ্বাজ

'অঞ্জলি'ৰ কবি দুৰ্গেশ্বৰ শৰ্মাদেৱৰ ৰবপুত্ৰ নি:শেশ্বৰ শৰ্মাৰ মুখাখনৰ নাম 'সৌমাৰ'। শৰ্মা 'জনশিক্ষা'ৰ প্ৰাক্তন সম্পাদক আৰু সহজ জনসাহিত্যৰ সৰবৰহী লিখক 'সৌমাৰ' আছিল। এনে পুথি চাৰিখন লিখি তেওঁ ভাৰত-চৰ্কাৰৰ বঁটাও পাইছিল। 'সৌমাৰ'ৰ মুখা পিন্ধি তেওঁ ৰচনা কৰা উপন্যাস কেইখন হ'ল—'এটি জীৱন', 'মায়াচক্ৰ', 'কামিনী-কাঞ্চন' আৰু 'যৌতুক'।

সৌমাৰ

'অৰ্ঘা'ৰ যুটিয়া সম্পাদক সিংহদত্ত দেৱঅধিকাৰীৰ সুপুত্ৰ ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীদেৱেও তেওঁৰ নামৰ দুই মূৰৰ আখৰ দুটাৰে প্ৰ '(ফুল্লদত্ত গোস্বা) মী' মুখা সাজি লৈ বহু বছৰ আগতে 'শেষ প্ৰশ্ন' নামৰ চুটি উপন্যাস এখন উলিয়াইছিল। মাজে মাজে এতিয়াও তেওঁ এই মুখা পিন্ধি একোটা জুমুকি মাৰি আছে।

প্ৰেমী

সুপৰিচিত লিখক শ্ৰীমুনীন বৰকটকীয়ে অলপ দিন 'অনিৰুদ্ধ কটকী'ৰ মুখা পিন্ধি সাহিত্য-চ'ৰাত ভাও দিছিল, গল্পকাৰ হিচাপে।

অনিৰুদ্ধ,

আবিৰ

যোৰহাটৰ ব্ৰজেন বৰপূজাৰীয়ে 'অগ্নিদগ্ধা' উপন্যাস লিখি সাহিত্য সভালৈ দৃঢ় পদক্ষেপেৰে ওলাই আহিছিল। তেওঁৰ 'আবিৰ' নামৰ মুখা এখন আছিল।

কমলচন্দ্ৰই প্ৰতিষ্ঠা কৰা 'বৰদৈচিলা' কাকতৰ শেষৰজন সম্পাদক শ্ৰীশিৱপ্ৰসাদ বৰুৱাও বন্ধুমহলত 'বৰদৈচিলা' নামেৰে জনাজাত কিয়নো তেওঁৰ প্ৰৱেশ-প্ৰস্থান বৰদৈচিলাজনীৰ

শিপ্ৰা, সঞ্জয়

নিচিনাই। সাহিত্যক্ষেত্ৰতো শিৱপ্ৰসাদে 'শিপ্ৰা বৰুৱা'ৰ মুখাপিন্ধি বৰদৈচিলাৰ দৰে উৰি ফুৰে। সাম্প্ৰতিক কালৰ খ্যাতিমান চুটিগল্পলিখক ডক্টৰ শ্ৰীভবেন শইকীয়াৰো এখন মুখা আছে—নাম 'সঞ্জয়'। সঞ্জয়ৰ দৃষ্টিশক্তি প্ৰখৰ, তেওঁ আনে মন নকৰা বস্তুও দেখা পায়।

আজিকালি বনস্পতি ঘিউ খোৱা পেটত খাটি ঘিউৱে মুগুজে অৰ্থাৎ আচলক তল পেলাই নকল ওপৰলৈ উঠিছে। সাহিত্য-চ'ৰাতো এনে হোৱাটো কেতিয়াবা চকুত পৰে। আচল লিখকজন ক'ৰবাত পৰি থাকে, মুখা লিখকজনে মোক চা

কুমাৰ কিশোৰ

মোক চা কৰি ওলাই আছে। উদাহৰণ স্বৰূপে কিশোৰ-কিশোৰীৰ নামকে লব পাৰি। প্ৰকৃত লিখক শ্ৰীকিশোৰীমোহন শৰ্মাক চিনি নোপোৱা মানুহেও মুখাধাৰী 'কুমাৰ কিশোৰ'ক ভালদৰে চিনি পায়, ভালো পায়। শ্ৰীকিশোৰীমোহন শৰ্মাৰ ঘৰ বৰ্তমানে দক্ষিণ শৰণীয়াত। বহুত কিতাপৰ ভিতৰত তেওঁৰ শেহতীয়া উল্লেখযোগ্য প্ৰকাশ—'হিমানী হিল্লোল'।

উৎপল বৰা, জোকেন্দ্ৰ বৰুৱা

যশস্বী কথা-সাহিত্যিক অধ্যাপক শ্ৰীযোগেশ দাস গল্পকাৰ আৰু উপন্যাসকাৰ হিচাপে সুপৰিচিত। দাসেও তাহানি 'নতুন অসমীয়া'ত 'উৎপল বৰা'ৰ মুখা পিন্ধি অসম সাহিত্য-সভা সম্পৰ্কে এলানি প্ৰবন্ধ লিখি পাঠকৰ চিন্তাৰ খোৰাক যোগাইছিল। সম্প্ৰতি এওঁৰ নিবাস গুৱাহাটীৰ লাচিতনগৰত। 'অসম ট্ৰিবিউন'ৰ সম্পাদক শ্ৰীৰবীন্দ্ৰনাথ বৰুৱা (বহুমণি) 'নতুন অসমীয়া'ৰ আছিল জোগেন্দ্ৰ বৰুৱা। বেজবৰুৱাৰ জোকেন্দ্ৰ বৰুৱা অৱশ্যে নহয়।

সাম্প্ৰতিক কালৰ জনপ্ৰিয় চুটিগল্প লিখকসকলৰ ভিতৰত দুটি ধানপুৰীয়া কঠাল আছে—'শীলভদ্ৰ' আৰু শীলভদ্ৰ, 'সৌৰভকুমাৰ' চলিহা'। দুয়ো একেখন বিলৰে সৌৰভকুমাৰ মাছ অৰ্থাৎ একেখন বাণীমণ্ডলৰে জ্যোতিষ্ক। ঠোৰতে কবলৈ হলে, এটি দেৱৰাজ, আনটি নক্ষত্ৰ।

নিজৰ গাতে চিকুট মাৰি চাই পাপৰিৰ মোখনি মৰা যাওক। অমিয়কুমাৰ দাস সম্পাদিত 'ৰ'ামধেনু'ত আমিও এসময়ত 'চিত্ৰদাস'ৰ মুখা পিন্ধি এলানি গান্ধীবাদী কবিতা উলিয়াইছিলো। চিত্ৰদাস, তাৰে 'কৌমুদী' আৰু 'মীনাক্ষী'ক পাঠকে ৰ লাগি অসম চাইছিল। সেই কবিতাবোৰ পিছত 'গান্ধীমালিকা'ত গাঁথি 'মনমাধুৰী' নামৰ কবিতাপুথি এখন প্ৰকাশ কৰা হৈছে। 'অসম' নামেৰেও অ'ত ত'ত কিবাকিবি লিখিছিলো। এইবোৰ সাহিত্য-চ'ৰাত ল'ৰা-ধেমালি।

অন্যান্য বহুত মুখা এতিয়াও পাঠকৰ আগলৈ আনিব পৰা হোৱা নাই। যেনে:—জনমভূমিৰ 'ন্যায়সোধা ফুকন' দৈনিক অন্যান্য অসমৰ 'সময়ৰ শৰ'; আলোকৰ 'যড়াগন', 'মিত্ৰদেব' আদি আৰু ভালেমান। ভাওনা চলি আছে, ভাৱৰীয়াৰ নাম ছোঘৰৰ দেৱালত লিখা আছে।

———

# গুৱাহাটীৰ সাধু

গুৱাহাটীৰ কথা বুলিলে বুলিবৰ নাই। ইয়াৰ পুৰণি কথা, নতুন কথা লৈ এখন বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টি হব পাৰে। এই কথাবোৰৰ লগত সানপোতক হৈ থকা সাধুও অলেখ। মোৰ এই স্মৃতিৰ পাপৰি, ইতিমধ্যে ভাৰাক্ৰান্ত হৈ পৰিছে আৰু হয়তো কেৰেলাতকৈ গুটি দীঘল হোৱাৰ দৰে ইয়াত সাৰাংশতকৈ জাবৰৰ অংশই সৰহ হৈছে। সেই কাৰণে এইটো পাপৰিত বাছি বাছি কেইটামান সাধুহে কবলৈ লৈছোঁ।

## পঞ্চতীৰ্থ গুৱাহাটী

গুৱাহাটীক পঞ্চতীৰ্থ বোলা হয়। এই গুৱাহাটীমানে উত্তৰ-গুৱাহাটী আৰু দক্ষিণগুৱাহাটীক লৈ আগৰ দিনৰ বৰগুৱাহাটী। পঞ্চতীৰ্থৰ মাজত হাড় পেলাব পাৰিলে স্বৰ্গলাভ হয় বুলি ধৰ্মপ্ৰাণ হিন্দুসকলে বিশ্বাস কৰে। সেই কাৰণে পঞ্চতীৰ্থৰ মাজত মৰিবলৈ আমাৰ ককা-আইতাহঁতে হামৰাও কাঢ়ি আছিল। এতিয়া অৱশ্যে ঘাইকৈ বিজ্ঞানৰ ফৰিংফুটা পোহৰত মানুহৰ মনৰপৰা আগৰ ধৰ্ম-ভাৱ টুটি আহিছে।

পঞ্চতীৰ্থত কেৱল যে পাঁচখন তীৰ্থহে আছে এনে নহয়, ইয়াত কিমান তীৰ্থ আছে সঠিকভাবে কোৱাটো টান। কালিকাপুৰাণত কোৱা হৈছেঃ অন্যত্ৰ বিৰলা দেৱী, কামৰূপে গৃহে গৃহে। দেৱীৰ লগত অৱশ্যে দেৱতাও আছে পঞ্চতীৰ্থত থকা তীৰ্থবোৰ হৈছেঃ দক্ষিণপাৰৰ চিত্ৰাচল (নৱগ্ৰহ), উমাচল, ছত্ৰাকাৰ (মঙ্গলচণ্ডী), ভস্মাচল (উমানন্দ), উগ্ৰতাৰা, শুক্ৰেশ্বৰ, বাণেশ্বৰ, নীলাচল (কামাখ্যা), সন্ধ্যাচল (বশিষ্ঠাশ্ৰম), গণেশগুৰিৰ গণেশ আৰু পাণ্ডুনাথ আদি।

উত্তৰপাৰত অশ্বক্লান্ত, কদ্ৰেশ্বৰ, মণিকৰ্ণেশ্বৰ, দীৰ্ঘেশ্বৰী আদি।

মাজুলীৰ চাৰিখন সত্ৰক যেনেকৈ ৰাজসত্ৰ বোলা হয়, তেনেকৈ গুৱাহাটীৰ পাঁচখন বজাতীৰ্থক পঞ্চতীৰ্থ বোলা হয়। এই পাঁচখন ঘাই তীৰ্থ হৈছেঃ কামাখ্যা, উমানন্দ, শুক্ৰেশ্বৰ, বশিষ্ঠাশ্ৰম আৰু অশ্বক্লান্ত।

ওপৰত উল্লেখ কৰা প্ৰতিখন তীৰ্থৰে নিজা সাধু আছে। জন্মকাহিনীৰ মনোৰম আখ্যান, উপাখ্যান আছে। এই সাধুবোৰৰ কিছুমান সঁচা, কিছুমান মিছা আৰু কিছুমান আধাসঁচা। ইয়াত এই সাধুবোৰ প্ৰকৃত প্ৰত্নতাত্ত্বিকৰ দৃষ্টিৰে নিৰীক্ষণ কৰা হোৱা নাই। মই ইয়াত মাথোন পঞ্চতীৰ্থৰ দুই এটা সাধু কৈ তীৰ্থকেইখনৰ যৎকিঞ্চিৎ আভাষ দিবলৈ যত্ন কৰিম।

( ১ )

আমাৰ জন্মভূমি অসম দেশ কামৰূপ-কামাখ্যাৰ দেশ বুলিও জনাজাত। কামাখ্যা মহাপীঠ। এই পীঠৰ সৃষ্টি হৈছিল শিৰহীন দক্ষযজ্ঞৰ পিছত। পুৰাকালত প্ৰজাপতি দক্ষৰ সুমলীয়া জীয়েক সতীয়ে তেওঁৰ পতি মহাদেৱৰ নিন্দা শুনিবলৈ টান পাই বাপেকৰ যজ্ঞশালাতে দেহত্যাগ কৰিছিল। মহাদেৱে খঙতে জ্বলিপুৰি বীৰ-ভদ্ৰৰ হতুৱাই দক্ষযজ্ঞ লণ্ডভণ্ড কৰি পেলালে। তেওঁ শোকত অস্থিৰ হৈ সতীৰ মৰাশটো কান্ধত তুলি লৈ ত্ৰিভুবনৰ দিহিঙে-দিপাঙে ঘূৰি ফুৰিবলৈ ধৰিলে। কথা বিষম দেখি বিষ্ণুৱে সৃষ্টিৰক্ষা কৰিবলৈ মহাদেৱৰ কান্ধত থকা শটো তেওঁৰ সুদৰ্শনচক্ৰেৰে খণ্ডবিখণ্ড কৰি কাটি পেলাইছিল। সতীৰ পবিত্ৰ দেহৰ খণ্ডিত অঙ্গবোৰ একান্ন-ঠাইত চিটিকি পৰিছিল। তেনে প্ৰতিখন ঠাঁয়েই একোখন পীঠ বা তীৰ্থত পৰিণত হ'ল। কামাখ্যাত পৰিছিল সতীৰ গুপ্ত অঙ্গ, উগ্ৰতাৰাত পৰিছিল নাভি ( নাই ) আৰু দীৰ্ঘেশ্বৰীত পৰিছিল উৰু (কৰঙণ)। সতীৰ অঙ্গবিলাকে ধৰণীত পতিত হৈ শিলাৰূপ ধাৰণ

কৰে। কুব্জিকামণ্ডল নামৰ পৰ্বত এটাত সতীৰ গুপ্তঅঙ্গ পৰাত পৰ্বতটো নীলা বৰণৰ হৈ যায় আৰু ই নীলাচল নামেৰে জনাজাত হয়। এই তীৰ্থপীঠত মনৰ কামনা পূৰ্ণ হয় বুলি ভক্তসকলে বিশ্বাস কৰে। সেই কাৰণে কামাখ্যা নাম হ'ল। ড° বাণীকান্ত কাকতি প্ৰমুখ্যে ভাষাবিদ পণ্ডিতসকলৰ মতে এই কামাখ্যা নামত খাছি-জনজাতিৰ গোন্ধ আছে। কিন্তু সৰ্বসাধাৰণৰ এনেবোৰ মতবাদত সমৰ্থন নাই।

কামাখ্যা দেৱীয়ে বিৰাজ কৰা নীলাচল পৰ্বতৰ পূবত ব্ৰহ্মপৰ্বত, মধ্যত শিৱপৰ্বত আৰু পশ্চিমত বিষ্ণু বা বৰাহপৰ্বত। কামাখ্যা দেৱীৰ প্ৰথম মন্দিৰটো কামদেৱে বিশ্বকৰ্মাৰ হতুৱাই সজাইছিল বুলি কোৱা হয়। আকৌ কোনো কোনোৰ মতে ইয়াৰ প্ৰথম নিৰ্মাতা নৰকাসুৰ। পিছৰ ছোৱা জীৱনত নৰকাসুৰৰ অতপালি বাঢ়িবলৈ ধৰে। তেওঁক যমে চুলিত ধৰি টনাত দেৱ-দ্বীজ আৰু ৰমণীৰ উৎপীড়ক হয়। আনকি তেওঁ বোলে কামাখ্যা দেৱীকো বিয়া কৰাবলৈ মৰসাহ কৰি প্ৰস্তাৱ দিছিল। দেৱীয়ে তেওঁক একে ৰাতিতে তেওঁৰ পৰ্বতলৈ উঠা খটখটীটো বান্ধি দিব পাৰিলেহে নৰকৰ প্ৰস্তাৱত সন্মত হব পাৰে বুলি কলে। নৰক সন্মত হ'ল কিন্তু পাৰে ক'ত? খটখটী শেষ হওঁ হওঁ হওঁতেই কুকুৰাই ডাক দিলে। ৰাতি পুৱাল। নৰকে লাজত ভেচভেঁচীয়া হৈ কুকুৰাকটা চকীত বিমগুলীয়া কুকুৰাটো কাটি উল্টি গ'ল।

সি যি নহওক নৰকাসুৰে কামাখ্যা পৰ্বতত উঠিবলৈ চাৰিটা আলি নিৰ্মাণ কৰি দিছিল। এই চাৰিটা আলি পূবদুৱাৰ, পশ্চিমদুৱাৰ, উত্তৰদুৱাৰ আৰু দক্ষিণদুৱাৰ। উত্তৰদ্বাৰক স্বৰ্গদ্বাৰ আৰু পশ্চিমদ্বাৰক হনুমন্তদ্বাৰ বোলা হৈছিল। পশ্চিমৰ হনুমন্তদ্বাৰত আজিও এটা হনুমন্তৰ শিলামূৰ্তি দুৱৰী হৈ আছে। পূবদুৱাৰেদি উঠিলে ধন-সোণ-ঐশ্বৰ্য্য লাভ, উত্তৰদুৱাৰেদি উঠিলে মুক্তি, পশ্চিমদুৱাৰেদি উঠিলে ৰাজ্যলাভ আৰু দক্ষিণদুৱাৰেদি

উঠিলে মৃত্যু হয় বুলি শাস্ত্রত কোৱা হৈছে। বৰ্তমানে এই প্ৰাচীন দুৱাৰবোৰ বিলুপ্ত হৈছে আৰু মানুহৰ সুবিধা অনুসৰি নতুন পথৰ সৃষ্টি হৈছে।

পূৰ্বদুৱাৰৰ শিলৰ খটখটী থকা আলিটোক নৰকাসুৰে দেৱীৰ প্ৰস্তাবমতে সজোৱা হৈছিল বুলি বিশ্বাস কৰা হয়। ইয়াৰ নাম মেখেলা উজুৱা আলি। এই আলিটো ঠায়ে ঠায়ে ইমান ওখ যে তিৰোতা মানুহে আঁঠুলৈকে মেখেলা কোচাই লবলগীয়া হয়। সেই কাৰণে এই নাম হ'ল। উত্তৰফালে লুইতত নাৱেৰে গৈ পৰ্বতত উঠিবলৈ হনুমন্তদুৱাৰৰ কাষেৰে আন এটা আলি আছে। এই পথৰ নাম অম্ৰাজুলি আলি। ১৯৫৮ চনৰ প্ৰাগজ্যোতিষ-কংগ্ৰেছ উপলক্ষে পৰ্বতত মটৰেৰে উঠিবলৈ আন এটা সুগমপথ নিৰ্মাণ কৰা হয়। এই পথ নিৰ্মাণ কৰি ভাৰত-চৰকাৰ ওৰফে প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধিয়ে নৰকাসুৰকো চেৰ পেলালে।

বহু যুগ পাৰ হৈ গ'ল। কালক্ৰমত কামাখ্য মহাপীঠো লুপ্ত হৈ পৰে। কামাখ্যা গোসাঁনীৰ মন্দিৰ থকা ঠাইখন হাবি বনে ছাটি পেলায়। তাতে দেৱীৰ পীঠ পুনৰ আৱিষ্কাৰ কৰে কোচ ৰাজবংশৰ প্ৰতিষ্ঠাতা মহাৰাজ বিশ্বসিংহই। এই সম্পৰ্কেও মনোৰম আখ্যান আছে। সেইমতে তেতিয়া হেনো কোচ-ৰজা আৰু আহোম ৰজাৰ মাজত সকসুৱা সংঘৰ্ষ চলি আছিল। এবাৰ এনে এখন যুদ্ধত বিশ্বসিংহ আৰু তেওঁৰ ভায়েক শিৱসিংহ নীলাচল পৰ্বতলৈ আহি বিপদৰ মুখত পৰে। হাবিৰ মাজত পকৰাই পোৱাত তেওঁলোক নিজৰ সৈন্য-বাহিনীৰ লগত বিছিন্ন হৈ ভোক-পিয়াহত লালকাল হৈ অনাইবনাই ফুৰিবলৈ ধৰে। অৱশেষত কোঁৱৰ দুজনে এজনী বুঢ়ীক এটা হাফলুৰ আগত ধ্যানত বহি থকা দেখা পালে। ধ্যান ভগাত বুঢ়ীয়ে তেওঁলোকৰ দুৰ্গতিৰ কথা জানি নিৰ্ভয় দি কলে বোলে চিন্তাৰ কাৰণ নাই। তেওঁলোক ঠিক ঠাইতে উপস্থিত হৈছেহি। এই হাফলুত এজনা জাগ্ৰতা গোসাঁনী আছে।

তেওঁ ভক্তৰ মনোবাঞ্চা পূৰ্ণ কৰে। বুঢ়ীয়ে তেওঁলোকক মনে-চিতে দেৱীত শৰণ লবলৈ দিহা দিলে। সেইমতে দুয়োজন ৰাজপুৰুষে দেৱীৰ আগত গলবস্ত্ৰ হৈ পৰিল আৰু হেৰোৱা ৰাজ্য উদ্ধাৰ হলে দেৱীৰ মন্দিৰ নিৰ্মাণ কৰি দিম বুলি সঙ্কল্প ললে। আচৰিত কথা, তাৰ অলপ সময়ৰ পিছতে দিকভ্ৰষ্ট হোৱা সৈন্যবাহিনীও আহি তাতে লগ লাগিল।

ইয়াৰ পিছত বিশ্বসিংহৰ কপাল ফুলিল। কামাখ্যা দেৱী সুপ্ৰসন্ন হোৱাত তেওঁ কোচৰাজ্যৰ সিংহাসনত গজগজীয়া ৰজা হৈ বহিল। পিছত তেওঁ কামাখ্যা পীঠৰ ওপৰত ধুনীয়াকৈ মন্দিৰ সজাই দিলে।

বিশ্বসিংহৰ পুতেক নৰনাৰায়ণ ৰজাৰ দিনত মন্দিৰৰ আৰু এক অথন্তৰ মিলিছিল। ৰাজভ্ৰাতা মহাবীৰ চিলাৰায় দিগ্বিজয়ৰ বাবে ৰাজধানীৰপৰা আঁতৰি থকাত হিন্দুধৰ্মবিদ্বেষী কালাপাহাৰে দেৱীৰ মন্দিৰ ভাঙি চূৰ্ণবিচূৰ্ণ কৰি থৈ গ'লহি। ভায়েক সেনাপতি ৰাজ্যৰ পৰা আঁতৰি থকাত নৰনাৰায়ণে কালাপাহাৰক বাধা দিব নোৱাৰিলে। সি যি নহওক নৰণাৰায়ণ চিলাৰায়ে পুনৰ দেৱীৰ মন্দিৰ আগতকৈও ভালকৈ নিৰ্মাণ কৰাই দিয়ে। তাৰ ফলস্বৰূপে আজিও নৰনাৰায়ণ আৰু চিলাৰায়ৰ শিলামূৰ্তি মন্দিৰৰ ভিতৰত দেখা পোৱা যায়। আমাৰ আইসকলে আজিও গায় :

আই ঠাকুৰাণী আই।  
তোমাৰ নীলাচলে ৰতি,  
দুখনি চৰণত প্ৰাৰ্থনা কৰিছোঁ  
তুষ্ট হোৱা ভগৱতী।  
আই ঠাকুৰাণী আই! কেন্দুকে চাপৰি বায়  
কুদ্ৰাক্ষৰ জলাবে ৰজাই আছিল চাই  
নাচে দুৰ্গাদেৱী আই॥

ওপৰৰ নামফাঁকিত উল্লেখ কৰা কেন্দুক বা কেন্দুকলাই

পাণ্ডা আৰু নৰনাৰায়ণ ৰজাৰ সাধুটো সকলোৱে জানে। সেই-কাৰণে ইয়াত বিবৰি কোৱা নহ'ল। সেই দিনৰ পৰা কোচ-ৰাজবংশৰ কোনো মানুহ কামাখ্যা-দৰ্শন কৰিব নোযোৱা হ'ল। এই সাধুৰ পৰা এই কথা ঠাৱৰ কৰিব পাৰি যে এসময়ত কামাখ্যা-পীঠ অসমৰ নৃত্য-গীত-সংস্কৃতিৰো এক কলাকেন্দ্ৰ আছিল।

পুনৰ দক্ষযজ্ঞৰ সভালৈ উজাই যাওঁহক। দাক্ষায়ণী সতীয়ে বাপেকৰ যজ্ঞলৈ যোৱাৰ আগে আগে মহাদেৱক তেওঁৰ দশমহাবিদ্যা বা দহটা স্বৰূপ দেখুৱাই মোহভঙ্গ কৰিছিল। সেই দশমহাবিদ্যা হৈছে কালী, তাৰা, ষোড়শী, ভুবনেশ্বৰী, ভৈৰবী, ছিন্নমস্তা, ধূমাৱতী, বগলামুখী, মাতঙ্গী আৰু কমলা। এইসকলৰ ষোড়শী ( কামাখ্যা ), মাতঙ্গী ( সৰস্বতী ) আৰু কমলা ( লক্ষ্মী ) এই তিনিমহাবিদ্যা কামাখ্যাৰ মূলমন্দিৰৰ ভিতৰতে আছে। বাকী সাতমহাবিদ্যাৰ সুকীয়া সুকীয়া মন্দিৰ আছে। নীলাচল পৰ্বতৰ শিখৰত আছে ভুৱনেশ্বৰী মন্দিৰ। এই ঠাইখনৰ প্ৰাকৃতিক দৃশ্য অতি চমৎকাৰ। তাৰ পৰা তললৈ চাই পঠিয়ালে ইপাৰসিপাৰ গোটেই গুৱাহাটী মহানগৰীকে এখন ধুনীয়া ছবিৰ দৰে দেখা যায়।

কামাখ্যামন্দিৰৰ চোতালতে নৰকাসুৰৰ দিনৰ পৰা থকা গোসাঁনীৰ ৰৰপুখুৰী বা সৰোবৰটোৰ নাম সৌভাগ্যকুণ্ড। এই কুণ্ডত স্নান কৰিহে দেবীক দৰ্শন কৰা বিধি। এসময়ত এই পুখুৰীত কেবাটাও অজগজ বুঢ়া ৰৰকাছ আছিল। এটাৰ পিঠিত হেনো কচু-ঢেঁকীয়া গছ গজিছিল। স্বাভাৱিকভাবে তাৰ মৃত্যু হৈছিল। সমগ্ৰ নীলাচলবাসী সেই কাছৰ শোকত মৰ্মাহত হৈছিল। পাণ্ডা-সকলে বোলে মানুহৰ দৰে সেই মৰা কাছটো চিতাত তুলি থৰি দিছিল। তাৰ অলপ দিন পিছত এটা দুৰ্ঘটনা ঘটিল। কাছ আৰু ৰৰালীমাছ এই দুইটা জলচৰ প্ৰাণী ৰাক্ষস। সৌভাগ্যকুণ্ডৰ এটা কাছয়ো বোলে এদিন গা ধুই থকা এজনী সৰু ছোৱালী খাই পেলালে। কুণ্ডটো ছুৱা গ'ল। সেই কাৰণে পুখুৰীৰ পানী।সঁচি

পেলাই কুণ্ডৰ তলিত যাগ-যজ্ঞ কৰি তাৰ সংস্কাৰ কাৰ্য্য কৰা হ'ল। তাত থকা কাছবোৰো আন এটা পুখুৰীলৈ স্থানান্তৰিত কৰা হ'ল। ভগনীয়া কাছবিলাকক সংস্থাপিত কৰা বাবে তেতিয়াৰপৰা সেই পুখুৰীটোৱে কাছ-পুখুৰী নাম পালে। কামাখ্যা-পৰ্বতৰ নামনিত দুৰ্গাসৰোবৰ নামেৰে আন এটা পুৰণি স্মৃতিমণ্ডিত পুখুৰীৰ বৰ্তমানে হাড়ে-ছালে জেঁাকাটোহে অৱশেষ আছেগৈ।

(২)

কামাখ্যা দেৱীৰ লগত মুখামুখিকৈ আছে উমানন্দ মহাভৈৰৱ। ময়ূৰৰ দৰে ধুনীয়া হোৱাৰ বাবে চাহাববিলাকে উমানন্দক ময়ূৰদ্বীপ নাম দিছিল। উমানন্দৰ ওচৰতে থকা উৰ্বশী আৰু কৰ্মনাশায়ো প্ৰাগজ্যোতিষৰ সৌন্দৰ্য্য বৃদ্ধি কৰিছে। শাপগ্ৰস্তা এইজনী পাষাণী উৰ্বশী কেনেকৈ কেতিয়া ইয়ালৈ আহিল জানিবৰ উপায় নাই।

উমানন্দৰ বিষয়ে কেবাটাও সাধু শুনা যায়। এটা সাধুমতে ৰাৱণ ৰজাই হেনো তাহানি মহাদেৱক কৈলাসৰপৰা তেওঁৰ ৰাজধানী লঙ্কালৈ নিবলৈ নেৰোপানি হৈ লাগিছিল। ভক্তৰ ভোলানাথে ৰাৱণৰ পূজা-পাতল খাই সন্তুষ্ট হৈ তেওঁৰ কান্ধত উঠি লঙ্কালৈ যাবলৈ সন্মত হ'ল কিন্তু তেওঁ ইয়াকো কলে যে যদি আদবাটত নামিবলগীয়া হয় তেন্তে তেওঁ লঙ্কালৈ নগৈ সেই ঠাইতে ৰৈ যাব। সেইমতে ৰাৱণে মহাদেৱক মূৰত লৈ লঙ্কালৈ যাত্ৰা কৰিলে। তেওঁলোক আহিঁ আছে, আহি আছে। আহি আহি প্ৰাগজ্যোতিষপুৰ পোৱাত সৰুপানী এৰিবলগীয়া হোৱাত লঙ্কেশ্বৰৰ হুৎভৎ হেৰাল। অগত্যা এতিয়া য'ত উমানন্দমন্দিৰ আছে, সেই ঠাইতে ভোলানাথক কান্ধৰপৰা নেকেহ কৰি নমাই থৈ ৰাৱণ ৰজাই কামটো শেষ কৰি ললে। তাৰ পিছত তেওঁ পুনৰ শিৱক কান্ধত তুলি লবলৈ চেষ্টা কৰিলে। গাৰ সমগ্ৰ শক্তি প্ৰয়োগ কৰিও গজালখুটি মাৰি বহি থকা গোসাঁইজনাক সমূলি লৰচৰ কৰিব নোৱাৰিলে। হতাশ হৈ ৰাৱণ ৰজা লঙ্কালৈ ঠোটমুখ চেলেকি উলটি যাবলৈ বাধ্য হ'ল।

তাৰ পিছতে হেনো আন এটা উল্লেখযোগ্য ঘটনা ঘটিছিল। উজনিৰ ব্ৰহ্মকুণ্ডত স্নান কৰি পৰশুৰামে তেওঁৰ পৰশু বা হাতৰ কুঠাৰেৰে কুণ্ডৰ পাৰ কাটি ব্ৰহ্মপুত্ৰ বাবাক তললৈ ধাৰাৰে বোৱাই আনিছিল। আগে আগে পৰশুৰাম, পাছে পাছে ফেনেফোটোকাৰে মহাবাহু শান্তনুনন্দন ব্ৰহ্মপুত্ৰ। আহি আহি তেওঁলোকেও পঞ্চতীৰ্থ পালে। পৰশুৰামে উমানন্দক দৰ্শন কৰি তাতে ক্ষন্তেক সময় ব্ৰহ্মপুত্ৰক বৈ থাকিবলৈ কৈ কামাখ্যাদৰ্শন কৰিবলৈ গ'ল। কিন্তু কোবাল গতিৰে বৈ অহা ব্ৰহ্মপুত্ৰই ৰব পাৰে কেনেকৈ? তেওঁ উমানন্দক একো হানিবিঘিনি নকৰাকৈ চাৰিওফালে ঢাপলি মেলি তাটীৰ ফালে বৈ গ'ল। তাৰ ফলত বামত থকা উমানন্দ এটা পৰ্বতত পৰিণত হ'ল।

পৰশুৰামে কামাখ্যাদৰ্শন কৰি উলটি আহি দেখে যে ব্ৰহ্মপুত্ৰই তেওঁ অহালৈ বাট নেচাই নিজেই পশ্চিমলৈ গতি কৰিছে। তেওঁৰ আদেশ অমান্য কৰাৰ বাবে খণ্ডত টিকচিবিকচি উঠি তেওঁ ব্ৰহ্মপুত্ৰৰ লগত তেতিয়াৰপৰা সম্পৰ্ক ছেদ কৰিলে আৰু অভিশাপ দি কলে বোলে সেই দিনাৰ পৰা ব্ৰহ্মপুত্ৰ আগৰ দৰে তীৰ্থ হৈ নেথাকিব। অভিশাপৰ বজ্ৰ মূৰত পৰাত ব্ৰহ্মপুত্ৰৰ শীতল বুকুও পুৰিবলৈ ধৰিলে। তেওঁ উভতি আহি খণ্ডাল ৰামৰ ভৰিত দীঘল দি পৰি অভিশাপ তুলি লবলৈ খাটনি ধৰি কলে বোলে তীব্ৰ বেগেৰে বৈ অহা জলধাৰাৰ গতিবেগ চম্ভালিব নোৱাৰিহে তেওঁ একে ঠাইতে বৈ থাকিব পৰা নাছিল। পৰশুৰামৰ খংটো তাকে শুনি কিঞ্চিৎ জামৰিল। তেওঁ কলে: "মোৰ মুখেৰে ওলোৱা ব্ৰহ্ম-বাক্য অথলে যাব নোৱাৰে। এতিয়াৰ পৰা ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰ কাকবিষ্ঠাত পৰিণত হ'ল। অশোকাষ্টমীৰ দিনা আৰু ব্ৰহ্মপুৰাতে উত্তৰ পাৰেৰেহে এধাৰি পবিত্ৰসলিলা গঙ্গাজল বৈ যাব।"

ওপৰৰ সাধু দুটা মই সকতে আইতাহঁতে কোৱা শুনিছিলো। কোনোবা পুথিত আছে নে নাই খবৰ ৰখা নাই।

এতিয়া সাধুৰ কথা বাদ দি নামৰ কথালৈ আহোঁ। নামৰ অৰ্থ বিচাৰি বেছি দূৰলৈ হাকুটিয়াব নেলাগে, কিয়নো আগতে চিত্তল পিঠিতে কাঁইট অৰ্থাৎ নামটোৰ গাতে অৰ্থ লাগি আছে। কোৱা হয় হেনো নিৰলে কোনো জন-প্ৰাণীয়ে শুনাকৈ এই ঠাইতে মহাদেৱে যোগিনী-তন্ত্ৰৰ আখ্যান শুনাই উমাক আনন্দ দিছিল। সেই কাৰণে হ'ল উমানন্দ। আকৌ কোৱা হয় বোলে তপস্যা ভঙ্গ কৰাৰ অপৰাধত এই স্থানতে মহাদেৱে তেওঁৰ কপালত থকা তৃতীয় চকুটোৰে কামদেৱক পুৰি ভস্ম কৰিছিল। সেই কাৰণে উমানন্দৰ আন এটা নাম হ'ল ভস্মাচল। এই সাধু আৰু আখ্যানবোৰত আছে ধৰ্মৰ কথা, গভীৰ বিশ্বাসৰ কথা। সেই কাৰণে ইয়াৰ আগত যুক্তি-তৰ্ক আৰু পাণ্ডিত্যয়ো হাৰ মানে।

(৩)

গুৱাহাটী নগৰৰ মাজভাগতে আছে শুক্ৰেশ্বৰ দেৱালয়। এই মন্দিৰত এটা বিয়াগোম শিৱলিঙ্গ আছে। তেজপুৰৰ বাণৰজাই পূজা কৰা মহাভৈৰৱত থকা শিৱলিঙ্গটো সৰ্ববৃহৎ শিৱলিঙ্গ। তাৰ পিছতে এই শিৱলিঙ্গ! দুৰ্জয় লিঙ্গ বা দাৰ্জিলিঙত শিৱলিঙ্গ আছে নে নাই আৰু থাকিলে কিমান ডাঙৰ সেই কথা অৱশ্যে মই নেজানো। শুক্ৰে-শ্বৰৰ শিৱৰ কোনো ইতিবৃত্ত নাই। তথাপি এই কথা ঠাৱৰ কৰিব পাৰি যে এইজনা শিৱক দানৱগুৰু শুক্ৰাচাৰ্য্যই পূজা কৰাৰ বাবে তেওঁ ইয়াতে শুক্ৰেশ্বৰ হৈ গোজ মাৰি বহি থাকিল। সম্ভবতঃ দানবৰাজ বাণাসুৰে তেওঁৰ গুৰুৰ সুবিধাৰ্থে এই লিঙ্গ প্ৰতিষ্ঠা কৰি দিছিল। মহাদেউৰ বৰণ শুধ ব'গা। সেই কাৰণে কোনো কোনোৱে আকৌ শুক্ৰেশ্বৰক শুক্লেশ্বৰ বুলিও কয়। এই মন্দিৰৰ উত্তৰ-ফালে লুইতৰ দাঁতিত থকা আন এটা মন্দিৰত বৃহৎ জনাৰ্দনৰ মূৰ্তি আছে। এই মূৰ্তিক হিন্দুবিলাকে বিষ্ণুৰ মূৰ্তি আৰু বৌদ্ধ-বিলাকে বুদ্ধৰ মূৰ্তি বুলি ভাবে।

গুৱাহাটী মহানগৰীৰ দক্ষিণফালে মনোৰম বশিষ্ঠ আশ্ৰম। বিহগী কবিয়ে এদিন গাইছিল:

'হে পথিক, জুৰোৱাহি তাপিত পৰাণ
খন্তেক বহিলে হিয়া পৰিব শীতল,
ভাগকৰা পথিকৰ শান্তিনিকেতন,
অময়া প্ৰেমৰ পুৰী গিৰি সন্ধ্যাচল।'

দুখৰ বিষয় আশ্ৰমৰ পূৰ্বৰ প্ৰাকৃতিক সৌন্দৰ্য্য আজি সমূলি নাই।

কালিকাপুৰাণৰ মতে ব্ৰহ্মাৰ মানসপুত্ৰ বশিষ্ঠ এসময়ত নিমি ৰজাৰ অভিশাপত দেহহীন হৈছিল আৰু বশিষ্ঠৰ অভিশাপত নিমিৰো একে দশাই হৈছিল। ব্ৰহ্মাৰ পৰামৰ্শমতে বশিষ্ঠই এই আশ্ৰমতে কঠোৰ তপস্যা কৰি পুনৰ নিজৰ দেহ লাভ কৰে। মহৰ্ষিয়ে তপোবলেৰে সন্ধ্যা-ললিতা-কান্তা এই ত্ৰিধাৰা সৃষ্টি কৰি গঙ্গা দেৱীক নমাই আনে। তিনি জলধাৰা লগ লাগি বশিষ্ঠ-গঙ্গাত পৰিণত হয় আৰু পিছত ভৰলু হৈ ব্ৰহ্মপুত্ৰত পৰেগৈ। বশিষ্ঠ মুনিয়ে নিতৌ এই আশ্ৰমত ত্ৰিসন্ধ্যা কৰিছিল। সেই কাৰণে আশ্ৰমৰ নাম সন্ধ্যাচল হ'ল।

বশিষ্ঠ মুনি ৰঘুবংশৰ ৰাজগুৰু। শ্ৰীৰামচন্দ্ৰৰ কুলপুৰোহিত। আন এটা সাধুমতে তেওঁ হেনো নৰকাসুৰৰ দিনত এবাৰ কামাখ্যা-দৰ্শন কৰিবলৈ আহিছিল। সেই সময়তে নৰকাসুৰ ৰজা বৰ অত্যাচাৰী হৈ উঠিছিল। তেওঁ গুৰু-গোসাঁই কাকো নমনা হৈ ঘূৰে-ভৰি কাঢ়িছিল। তেওঁ নীলাচল পৰ্বতলৈ গৈ বশিষ্ঠ মুনিক কামাখ্যা-দৰ্শন কৰিবলৈ অনুমতি নিদিলে। মুনিয়ে মনত বৰ বেজাৰ পালে। তেওঁ ভাবিলে, অহঙ্কাৰী নৰকাসুৰৰ পতন হবলৈ বেছি দিন নাই। সেই কাৰণে কামাখ্যাদৰ্শন নকৰাকৈ উলটি নাযাওঁ বুলি তেওঁ সন্ধ্যাচলত আশ্ৰম পাতি নৰকৰ মৃত্যুৰ দিনলৈ বাট চাই আছিল। এই বশিষ্ঠাশ্ৰমত মুনিৰ পত্নী অৰুন্ধতী দেৱীয়েও শিলা ৰূপত বিৰাজ কৰিছে।

ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰত অশ্বাক্ৰান্ত বা অশ্বক্লান্ত। শ্ৰীকৃষ্ণৰ ৰথৰ অশ্ব আক্ৰান্ত হোৱাৰ বাবে নাইবা ক্লান্ত হোৱাৰ বাবে এই নাম হব পাৰে। ইয়াত শ্ৰীকৃষ্ণই নৰকক বধ কৰিছিল আৰু নৰকৰ মৃত্যু উপলক্ষে পৃথিৱীৰ প্ৰথম দীপাৱলী পাতি দি মহাবীৰ নৰকক অমৰত্ব দান কৰিছিল।

অশ্বক্লান্তত দুখন দেৱালয়। পৰ্বতৰ ওপৰত থকা মন্দিৰত অনন্তশয্যাৰ ওপৰত লক্ষ্মী–নাৰায়ণৰ অতি সুন্দৰ মূৰ্তি আছে। এই মূৰ্তি হেনো ভোটৰ পৰ্বতৰ পৰা লুইতৰ পানীৰ তলে তলে উটি আহিছিল। পৰ্বতৰ তলৰ নাম-দেৱালয়ত আছে কূৰ্মৰূপী ভগৱান বিষ্ণু। বিষ্ণুৰ দ্বিতীয় অৱতাৰ এনে কূৰ্ম-তীৰ্থ বৰ বিৰল। অশ্বক্লান্তত তিনিৰাতি খপিলে এৰাতি কাশীবাস কৰাৰ সমান পুণ্যফল পোৱা যায় বুলি ভবা হয়।

অশ্বক্লান্তৰ পাদদেশত থকা বিষ্ণুপদত মৃতকৰ পিণ্ডদান গয়াত পিণ্ডদানৰ সমতুল্য বুলি ধৰ্মপ্ৰাণ হিন্দুসকলে বিশ্বাস কৰে। অশ্বক্লান্তৰ ব্ৰহ্মপুত্ৰত স্নান কৰা যাত্ৰীয়ে গা ধুই উঠি কৰ্মনাশাক দেখা পোৱাত তীৰ্থফল নাশ হৈছিল। সেই কাৰণে কৰ্মনাশাক আঁৰ কৰি ৰাখিবলৈ অশ্বক্লান্তৰ দাঁতিতে আঁৰপৰ্বত বা ইন্দ্ৰপৰ্বত সৃষ্টি কৰা হৈছিল। ৰুক্মিণী দেৱীক স্নানৰ সময়ত আবুৰত ৰাখিবলৈ আঁৰপৰ্বতৰ বেৰ দিয়া হৈছিল বুলিও কোনো কোনোৱে কয়।

অশ্বক্লান্তৰ উজনিৰ ফালে আৰু দুজন জাগ্ৰত দেৱতা আছে। এজন শিলসাঁকোৰ গোপীনাথ। আনজন ৰজাদুৱাৰৰ দোলগোবিন্দ। অপ্ৰাসঙ্গিক হলেও দোলগোবিন্দৰ সাধুৰেই এই আলচত মোখনি মৰা যাওক। দোলগোবিন্দ প্ৰথমতে গোবিন্দহে আছিল। তেওঁ আছিল দন্দুৱাদ্ৰোহৰ নায়ক হৰদত্ত-বীৰদত্তৰ উপাস্য বিগ্ৰহ। হৰদত্তৰ ভাগ্যবিপৰ্য্যয় ঘটাত তেওঁ সন্ধ্যাবৰ্ত্তাৰ হাবিত

অজ্ঞাতাবাসত আছিল। তাবে পৰা সপোন দেখুৱাই উত্তৰগুৱাহাটীলৈ আহি ৰজাদুৱাৰৰ নামঘৰত থিতাপি লাগিল। সেই নামঘৰত আগৰে পৰা শ্যামৰায় নামৰ আন এজনা বিগ্ৰহ আছিল। দুয়ো ওচৰা-উচৰিকৈ ভালভাবেই আছিল, কিন্তু ফাকুৱাৰ ওচৰ চাপি অহাত এটা সমস্যাৰ উদ্ভৱ হ'ল। দুয়োজনা সমানৰ দেৱতা। কোন-জনাক দৌলত তোলা হয়? সমস্যাৰ সহজ সমাধান বিচাৰি এদিন সন্ধিয়া পূজাৰীয়ে গোসাঁই দুজনাক কাতৰ প্ৰাৰ্থনা জনাই মন্দিৰৰ দুৱাৰ বন্ধ কৰি থৈ আহিল। পিছ দিনা পুৱাই গোসাঁই ধুৱাবলৈ গৈ তেওঁ মন্দিৰ খুলি দেখা পালে যে গোৱিন্দ থম থম মদনগোপাল হৈ আগফালে বিৰাজমান হৈ আছে আৰু হাত-ভৰি কোঙা হৈ পাছফালে শ্যামৰায় বহি আছে। সম্ভৱতঃ ৰাতি দুইজনাৰ মাজত মৰামৰি হৈছিল আৰু তাৰ ফলত শ্যামৰায় আহত হৈ পৃষ্ঠভঙ্গ দিছিল। কথাটো ৰাইজক জনোৱা হ'ল। তেওঁলোকে গোৱিন্দক দৌলত তুলি মহাসমাৰোহেৰে ফাকুৱা পাতিলে। তেতিয়াৰ পৰাই হেনো হৰদত্তৰ গোৱিন্দ ৰজাদুৱাৰৰ দৌলগোৱিন্দ হ'ল।

## গুৱাহাটীৰ ভূগোল

গুৱাহাটীৰ পূৰণি নাম প্ৰাগজ্যোতিষপুৰ। বৰ্তমানে জিলিকি উঠা দিছপুৰ (দিষপুৰ) নামটো প্ৰাগজ্যোতিষপুৰ নামৰ কলপ সলনি হৈ হৈছে। কালক্ৰমত প্ৰাগজ্যোতিষ নাম গুচি গুৱাহাটী নাম হ'ল। গুহাৰ হাটী বা গুৱাৰ হাটী হোৱাৰ বাবে এই নাম হ'ল বুলি কোৱা হয়। গুৱাহাটীত বহুত পৰ্বত থাকিলেও উল্লেখযোগ্য গুহা নাই। সেইকাৰণে গুহাহাটীৰ পৰা গুৱাহাটী

হ'ল বুলি কব নোৱাৰি কিন্তু—অসমীয়া মানুহৰ আগত তামোলৰ গুন বিবৰি কব নেলাগে। গুৱাহাটীত ধপাতৰ বাহিৰে তামোল-খনৰ উপাদান গুৱা বা তামোল, চুণচালিত চুণ, পাণবাৰীত পাণ আছে। এতেকে গুৱাৰ পাছত হাটী প্ৰত্যয় জোৰা লাগি গুৱাহাটী নামটো সিদ্ধ হৈছে বুলি সহজে বিশ্বাস কৰিব পাৰি। এই গুৱাহাটীৰ চাৰিসীমা সদায় একে ঠাইতে থকা নাই। মই ল'ৰাকালত যিখন গুৱাহাটী দেখা পাইছিলোঁ, সেই গুৱাহাটী আজিৰ গুৱাহাটী মহানগৰীৰ এটা সৰু অংশহে মাথোন। প্ৰকৃত গুৱাহাটীৰ চাৰিসীমা কি? এই বিষয়ে পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱে তেওঁৰ 'ডায়েৰী'ত লিখি থৈ যোৱা টোকাৰ পৰা আভাস এটা পাব পাৰি এনেদৰে:

"অনুমান কৰিব পাৰি যে এই নগৰৰ গুৱাহাটী নাম সম্ভৱতঃ সপ্তম শতিকাৰ পিছৰ। কিন্তু এই বিষয়ে সঠিককৈ এতিয়াও ক'ব নোৱাৰি। হোৱেনছাঙৰ বিবৰণীত মন কৰিব পৰা যায় যে নগৰখনৰ সৰহভাগ মাটি দ আৰু খেতি কৰিব পৰা মাটি বুলি কোৱা হৈছে, আৰু নদীৰপৰা বা ডাঙৰ পুখুৰীৰপৰা পানী নি নগৰৰ চাৰিওকাষে সোঁত বোৱাই দিয়া হৈছিল বুলি কোৱা হৈছে। দীঘলীপুখুৰীৰ নিচিনা ডাঙৰ জলাশয়হে (Banked up lake) বুলি ধৰিব পাৰি।"

আমি আজিকালি যাক গুৱাহাটী নগৰ বুলি ভাবোঁ অৰ্থাৎ লতাশিলৰপৰা ফটাশিললৈকে, তাৰ লগত এই বিৱৰণ অলপো নিমিলে। ইয়াৰ কাৰণ কি? আচল কথা হৈছে, আজিকালিৰ গুৱাহাটী আগৰ গুৱাহাটী নহয়। ভাস্কৰবৰ্মাৰ দিনৰ কথাকে নকওঁ, আহোমৰ দিনৰো গুৱাহাটীৰ সীমা দক্ষিণপাৰে লতাশিলত আৰম্ভ কৰি পৰ্বতে পৰ্বতে জয়দুৱাৰৰ চকী। এই চকীৰ ওচৰতে দীঘলীপুখুৰীৰ নিচিনা আৰু এটা পুখুৰী আছে। এই পুখুৰীটোকে হোৱেনছাঙৰ Banked up lake বুলি ধৰিব পাৰি। জয়দুৱাৰ চকীৰপৰা তাৰ পূৱফালে থকা পৰ্বতশাৰী দ। এই পৰ্বত গণেশৰ পৰ্বতত লাগিছে। গণেশৰ পৰ্বত গৈ ফটাশিলৰ পৰ্বতৰ মূৰত লাগি দুৰ্গাসৰোবৰৰ পৰ্বতত লাগিছে

আৰু কামাখ্যাপৰ্বতৰ দক্ষিণ সীমাৰে গৈ পাণ্ডু পাইছে। উত্তৰ পাৰে শৰাইঘাটৰপৰা আৰম্ভ কৰি আগিয়াঠুৰী পৰ্বতৰ ওপৰে গৈ চিলাৰ পৰ্বতত ওলাই, ৰংমহলৰ পশ্চিমে গৈ দীৰ্ঘেশ্বৰীৰ পৰ্বতত লাগিছে আৰু দীৰ্ঘেশ্বৰী পৰ্বতৰ পৰা আহি মণিকৰ্ণেশ্বৰৰ ওচৰত, ৰৰনদীৰ মুখত কানাই বৰশী বোৱা শিলত ওৰ পৰিছে। এই সীমাৰ ভিতৰত যি গুৱাহাটী নগৰ আছিল তাৰ লগত হোৱেনছাঙৰ বিৱৰণ হুবহু মিলে। আমি গুৱাহাটীৰ এই সীমা আহোমৰ দিনৰ বুলিহে ওপৰত কৈছোঁ, কিন্তু আচলতে ভাস্কৰবৰ্মাৰ দিনতো গুৱাহাটীৰ এই সীমাই আছিল।

আমি ওপৰত যি গুৱাহাটী নগৰৰ কথা ক'লোঁ, সেইখন এখন বিশেষভাৱে গড়মৰা নগৰ (fortified town)। এই নগৰৰ চাৰিওফালে য'ত পৰ্বত আছে, ত'ত পৰ্বতেই গড় স্বৰূপ হৈছে আৰু য'ত পৰ্বত নাই ত'ত প্ৰকাণ্ড গড় আৰু খাৱৈৰে দিয়া হৈছে। এই দেশত কিমান বৰষুণ হয় সকলোৱে জানে। এনে বৰষুণৰ প্ৰকোপতো ইয়াৰ চাৰিও মূৰে থকা গড়কেইটা আজিকালিও কিমান ওখ হৈ আছে, অতীজতে এই গড়বোৰ যে কিমান ওখকৈ বান্ধিছিল তাক ভাবিলে আচৰিত নহৈ নোৱাৰি। আজিকালিও গড়বিলাক ঠায়ে ঠায়ে আশীহাত মানতকৈয়ো ওখ হৈ আছে। এনেকি অনেক সময়ত গড়বিলাক পৰ্বত বুলি ভ্ৰম হয়। বাস্তৱিক পক্ষে পুৰণি গুৱাহাটী যেনেভাৱে গড়মৰা নগৰ আছিল, তেনেকুৱা গড়মৰা নগৰৰ সংখ্যা পৃথিৱীৰ ভিতৰতে ৰৰ তাকৰ।

একোখন নগৰ বা ৰাজধানী একোখন দেশৰ কলিজাৰ নিচিনা। কলিজাত আঘাত কৰিলে যেনেকৈ এটা জীৱ ততালিকে মৰিব, তেনেকৈ এখন দেশৰ নগৰখন শত্ৰুৰ হাতত পৰিলেই গোটেই-খন দেশ দখল কৰাৰ নিচিনা হ'ব! গুৱাহাটী নগৰখন যে অকল ৰাজধানী আছিল তেনে নহয়, ই গোটেইখন অসম দেশৰ জপনাৰ নিচিনা আছিল। গুৱাহাটী নগৰ শত্ৰুৰ হাতত থাকিলে যে অসম

দেশ ৰক্ষা কৰা মিছা তাক আমাৰ বুৰঞ্জীয়ে ৰিঙিয়াই ৰিঙিয়াই কব লাগিছে। যেতিয়ালৈকে গুৱাহাটী মুছলমানৰ হাতত আছিল, তেতিয়ালৈকে আহোম ৰাজ্য ৰক্ষা কৰিবৰ নিমিত্তে উত্তৰপাৰে চামধৰা গড় আৰু দক্ষিণে শিলঘাটৰ পৰ্বত আৰু মিকিৰ পৰ্বত থকাতো মুছলমানৰ নিমিত্তে সদায় ভয়ত কঁপি থাকিব লগা আছিল। আৰু সেই সময়তহে মিৰজুমলাই এবাৰ গড়গাঁও পৰ্য্যন্ত আগবাঢ়ি যাব পাৰিছিল। কিন্তু যেতিয়াৰপৰা আহোমবিলাকৰ হাতলৈ গুৱাহাটী আহিল, তেতিয়াৰপৰা আৰু বাহিৰা শত্ৰুৱে আক্ৰমণ কৰি আমাৰ দেশক একো কৰিব পৰা নাই। শৰাইঘাটত ইমান তুমুল যুদ্ধ লগাতো গুৱাহাটী আমাৰ হাতত থকাৰ বাবেই অসম দেশ মুছলমানৰ হাতৰ পৰা ৰক্ষা পৰিল।

এই গুৱাহাটী নগৰৰ বল প্ৰধানকৈ ইয়াৰ চাৰিওকাষে থকা গড়বিলাকত। মেপ আঁকি দেখুৱাব পাৰিলে দেখিলেহেঁতেন যে চকী কেইখনত বাজে গুৱাহাটী নগৰত সোমাবৰ আন কোনো বাট নাছিল। জয়দুৱাৰৰ চকী, দুৱাৰগড়িলা চকী, সেন্দুৰীঘোপাৰ চকী আদি কেইবাখনো চকী আছিল। তাত বাজে যি যি ঠাইত পৰ্বত আছিল তাত পৰ্বতেই গড়ৰ নিচিনা হৈছিল। যি ঠাইত পৰ্বত নাছিল তাত ঠাই লৈ বোৰগড় আৰু ঠাই লৈ এটীয়া গড় আছিল। গড়ৰ বাহিৰে বৰ দ খাৱৈ আছিল আৰু সেই খাৱৈ হোৱেনচাঙে কোৱাৰ দৰে নদীৰ বা ডাঙৰ পুখুৰীৰ পানী বোৱাই সদায় নদীৰ নিচিনাকৈ ৰাখিছিল। সেই কাৰণে অতি পৰাক্ৰমী শত্ৰুৰ নিমিত্তেও গুৱাহাটী নগৰ অলঙ্ঘনীয় বাধাৰ নিচিনা আছিল।

এই গুৱাহাটী নগৰৰ গড় কিমান দিনৰ পুৰণি তাক কোনেও সঠিককৈ কব নোৱাৰে। দুৱাৰগড়িলাৰপৰা দুৰ্গাসৰোবৰৰ ওপৰে যিটো গড় আহি ফটাশিল পৰ্বতৰ মূৰেদি গৈ একেবাৰে জয়ন্তীয়া পৰ্বতত সোমাইছেগৈ, সেই গড়টোক আজিলৈকে মানুহে

অসুৰৰ গড় বোলে আৰু কিম্বদন্তীমতে সেইটো ধবক[illegible] বন্ধোৱা গড়। গড়টো যিমান ওখ, তাক চাই আক্ষৰিক অৰ্থতও তাক আজিকালিৰ মানুহে কৰা বুলি পতিয়াবও নোৱাৰি। কি যি নহওক, গুৱাহাটীৰ চাৰিওকাষে থকা গড় যে অতি পুৰণি তাত অলপো ভুল নাই আৰু যেয়ে যেতিয়া এই দেশৰ ৰক্ষা হৈছিল, সেয়ে গুৱাহাটীৰ সীমাৰ গড় ভালকৈ মেৰামত কৰাই ৰাখিবলৈ বাধ্য হৈছিল। আহোম ৰজাসকলৰ দিনত এই গড় কেইবাবাৰো মেৰামত কৰা হৈছিল আৰু এই মেৰামত কৰোৱা সম্বন্ধে মই জনাতে তিনি ঠাইত শিলত কটা ফলি আছে।

চক্ৰধ্বজসিংহ ৰজাৰ দিনত যেতিয়া শৰাইঘাটৰ যুদ্ধ হয় তেতিয়া এই গড় এবাৰ ভালকৈ মেৰামত কৰা হৈছিল। এই গড়ৰ বেলেগ বেলেগ অংশৰ বেলেগ বেলেগ নাম। এক অংশৰ নাম কেকুৰী গড়, এক অংশৰ নাম কেৰিমেৰি গড়, এক অংশৰ নাম লঠিয়া গড়, এক অংশৰ নাম ফুলুঙৰ গড়, আৰু এক অংশৰ নাম মোমাইকটা গড়।

চিলা পৰ্বতৰ পৰা ৰংমহলৰ ফাললৈ যোৱা এমাইলমান গড়কে মোমাইকটা গড় বোলে। গড়টো বৰ ওখ বাবে সেইখিনিতে গড়টো কাটি তলেদি বেল আৰু ওপৰে মানুহ যোৱাৰ নিমিত্তে দলং সাজি দিছে। আমিনগাৱঁৰ পৰা চাৰিমাইলমান গৈ যি ঠাইত ৰেলখন এখন দলঙৰ তলেদি যায় সেয়ে মোমাইকটা গড়ৰ দলং।"

(মাধৱ বেজবৰুৱা সম্পাদিত 'বাঁহী'ত প্ৰকাশিত 'হেম গোস্বামীৰ ডায়েৰী'ৰ একাংশ।)

× × ×

গোস্বামীদেৱে লিপিবদ্ধ কৰি থৈ যোৱা ওপৰৰ টোকাটোৰ পৰা জনা যায় যে ছিয়েনচাঙৰ দিনৰ পৰাই আহোম ৰজাৰ দিনলৈকে গুৱাহাটী নগৰখন অলেখ সৰু-বৰ জলাশয়েৰে পৰিপূৰ্ণ

আছিল। এই নগৰত কিমান বিল-খাল পুখুৰী-জান আছিল তাৰ লেখ নাই—অলেখ। এইবোৰে মাছ-পুঠিৰ যোগান ধৰাৰ উপৰিও নগৰখনৰ সৌন্দৰ্য্যবৃদ্ধিতো সহায় কৰিছিল। বিশুদ্ধ বায়ুৰ মুকলি বাতাবৰণো সৃষ্টি কৰিছিল। কেবাটাও ভূঁইকঁপৰ ফলত তলৰ মাটি ওপৰ হ'ল। খাল বাম হ'ল। বহুত বিল-পুখুৰীৰ চিনচাৰো নাইকিয়া হ'ল। এই বিল-খালবোৰৰ লগতে ভালেখিনি বুৰঞ্জীৰ সমল লিপিট খাই আছিল। সেইবোৰতো নষ্ট হলেই, কোনেও কতো একো লিখি নৰখাৰ বাবে আজি পুৰণি বিল-পুখুৰীবোৰৰ আঁতিগুৰি পাবলৈকে টান হৈছে।

মই বুজ পোৱা আৰু নিজ চকুৰে দেখা পোৱা এই সম্পৰ্কে সামান্য পুৰণি স্মৃতি ৰোমন্থন কৰিবলৈ লৈছোঁ। মই সৰুতে গুৱাহাটীৰ পল্টনবজাৰত আৰু ছিলং আলিৰ দুয়ো দাঁতিত দুখন চলাবিল দেখা পাইছিলো। এখন বৰচলা আৰু আনখন সৰুচলা। বিল দুখনৰ মাজত পানীদুৱাৰ আছিল। এখনৰ পানী আনখনলৈ দুৱাৰ খুলি বোৱাই দিব পৰা গৈছিল। মনত পৰে, মোৰ ল'ৰাকালত বাইহঁতে খালৈ ভৰাই মাৰি অনা চলাবিলৰ নানা জাতৰ মাছলৈ। সেই মাছবোৰ খাবলৈ যিমান ভাল লাগিছিল, চাবলৈ ভাল লাগি-ছিল তাতকৈ বহুগুণে বেছি। আজিকালিৰ ল'ৰা-ছোৱালীয়ে ভাটীৰ পৰা অহা চালানী মাছ দেখিছে, নাম নজনা সাগৰৰ মাছো দেখিছে কিন্তু নিজৰ দেশৰ হৰেক ৰকমৰ মাছৰ নামকে নজনা হ'ল, খাব পোৱাতো দূৰৰ কথা। তাহানি বাৰিষা কালত আমাৰ বিল খাল-বোৰৰ মাছৰ বিয়া হৈছিল, মাছৰ উজান উঠিছিল। আহিন-কাতি মাহত মাছৰ ওৰাহোৱা হৈছিল। বজাৰলৈ পোনতে এটা-দুটা গেঠু মাছ আহি মাছৰ আগমনৰ আগলি বতৰা দিছিল। তাৰ অলপ দিন পিছতে বজাৰলৈ অপৰ্য্যাপ্ত মাছ আহিছিল। ইমান মাছ আহিছিল যে সেই মাছ মানুহে টেঁওা আৰু নাৰিকল গছৰ গুৰিত পুতিছিল। চৰ্কাৰী সাৰৰ নাম-গোন্ধ নোহোৱা সেই দিনত গোবৰ

আৰু পোতা মাছো আছিল উত্তম সাৰ। এই চলাবিল তুখন অকৃত অৱস্থাত ৰাখি সজাইপৰাই তুলিব পৰা হলে মেঘালয়ৰ ৱার্ড লেক, বৰপানী লেক, নগাৱৰ জোঙালবলহু মীনপামৰ দৰে ইও আজি দর্শক-পর্য্যটকক বিনামূলীয়াকৈ মনোৰঞ্জন কৰিব পাৰিলেহেঁতেন। মাটিখকুৱা মানুহে এই চলাবিলৰ অপমৃত্যু ঘটালে। মেঘদূত চিনেমাৰ পাছফালে এতিয়া ইয়াৰ নিচেই সৰু অংশ এটাই চলাবিল নামটো লৈ কান্দি আছে।

চহৰৰ মাজমজিয়াতে থাকি আজিও দীঘলীপুখুৰীটোৱে ভাবুকৰ মনত নানা চিন্তাৰ বুৰবুৰণি তুলি আছে। এই পুখুৰীৰ নির্ভুল ইতিবৃত্ত কওঁতা আজি আমাৰ মাজত নাই। এটা চলিত জনবিশ্বাস মতে ভগদত্ত ৰজাৰ দিনতে হেনো এই পুখুৰীৰ জন্ম হৈছিল আৰু এই পুখুৰীৰ পাৰত হেনো দলদোপহেন্দোলদোপকৈ ৰাজকুঁৱৰী ভানুমতীৰ সয়ম্বৰ অনুষ্ঠিত হৈছিল। এই দীঘলীপুখুৰী এসময়ত আৰু বেছি দীঘল আছিল বুলি ধাৰণা কৰিব পাৰি। দক্ষিণফালে ই ৰেলষ্টেছনলৈ আৰু উত্তৰফালে ব্রহ্মপুত্রৰ কাষ চাপিছিল হবপায়। আমবাৰীত পোত গৈ থকা মূর্তিবোৰ ওপৰলৈ উঠি অহাত এই পুখুৰীৰ পাৰত এসময়ত এখন দেৱালয় থকা বুলিও ইঙ্গিত পোৱা গৈছে। অসম সংগ্রহালয়ৰ পাছফালে ৰেলৰ মাটিত কেইটামান খাল আছিল। এই খালবোৰো এসময়ত দীঘলীপুখুৰীৰে দক্ষিণ অংশ আছিল বুলি ভাবিব পাৰি।

দীঘলীপুখুৰীৰ পশ্চিমে পাণবজাৰত সৰু সৰু দুটা পুখুৰী আজিও আছে। এটা ডনবস্ক স্কুলৰ উত্তৰ ফালে থকা নাগকটা পুখুৰী। কোনে কেতিয়া এই পুখুৰী খনাইছিল আৰু নাগকটা নাম কিয় হ'ল জনা নেযায়। বর্তমানে ইয়াৰ চাৰিওপাৰ চেপি আনি ডাঙৰ খাল এটাত পৰিণত কৰা হৈছে। আনটো পুখুৰী পুলিচ চাহাবৰ চৌহদত থকা হাতীখাল পুখুৰী। এই পুখুৰী আহোম ৰজাই উমানন্দ মন্দিৰক উছৰ্গা কৰি দিছিল। এই পুখুৰীত বৰফুকনৰ হাতীশালৰ

হাতীক গা ধুউৱা হৈছিল হব পায়। সেই কাৰণেই হাতীখাল হ'ল। কালক্ৰমত বৰফুকন গ'ল। বৰফুকনৰ হাতীও গ'ল। হাতীখাল নামটোও তল পৰিল। পদুম ফুলেৰে উপচি থকাৰ কাৰণে ইয়াক আমি পদুমপুখুৰী বুলিহে জানিছিলো।

নগৰৰ পূবপ্ৰান্তত আৰু দুটা ৰজাদিনীয়া পুখুৰী আছে— নবগ্ৰহ পুখুৰী আৰু উগ্ৰতাৰা পুখুৰী। শিলপুখুৰী নামেৰে জনা-জাত পুখুৰীটোৱেই নবগ্ৰহৰ পুখুৰী। নজন গ্ৰহদেৱতাৰ প্ৰতীক স্বৰূপ শিলেৰে পাৰ বন্ধোৱা শিলপুখুৰী নচুকীয়া বা নকোণীয়া।

পূৰ্বৰ উগ্ৰতাৰাৰ পুখুৰী আজিকালি যোৰপুখুৰী নামেৰেহে জনাজাত হৈ পৰিছে। বুটিছ আমোলতহে এটা বৰপুখুৰীৰ মাজেৰে আলি কৰি দুটা পুখুৰী বা যোৰপুখুৰী কৰা হৈছিল। কিন্তু কাৰ দিনত কেতিয়া এই বিভক্তিকৰণ কৰা হৈছিল তাৰ তথ্যাপাতি কতো সংৰক্ষিত হৈ থকা নাই। এসময়ত এই পুখুৰী লুইতৰ নাওজান আৰু লুইতপৰীয়া ৰজাঘৰৰ পুখুৰীটোৰ লগত সংলগ্ন আছিল বুলি প্ৰাচীনসকলৰপৰা জানিব পাৰিছিলো। ৰজাঘৰৰ পুৰণি পুখুৰীটোৰ সম্প্ৰতি মৃতপ্ৰায় ·কলচপ কলচপ অৱস্থা। এই পুখুৰী আৰু যোৰ-পুখুৰীত শনিবাৰ-মঙলবাৰে আৰু মৰআঁউসীৰ নিশা সোণৰ নাও ওলোৱা সাধুও শুনিছিলো।

পল্টনবজাৰৰ ৰেলৰ দাঁতিত (৺জগদানন্দ চৌধুৰীৰ ঘৰৰ সন্মুখত) সৌ সিদিনালৈকে এটা সৰু পুখুৰীয়ে হাঁহি আছিল। এতিয়া তাৰ মৃত্যু ঘটাই সেই মাটিত অগ্নিনিৰ্বাপক বাহিনীক ভোগদখল দিয়া হৈছে। এইদৰে গুৱাহাটীৰ বহু খাল-বিল, হোলা পুতি পানীক মাটি কৰা হৈছে। মাছ-কাছ থকা ঠাইত মানুহ থকা পকীঘৰ উঠিছে। এইদৰে বয়ন·বিদ্যালয়ৰ পূবে থকা আমবাৰীত, শ্ৰীবেণুধৰ শৰ্মা থকা বিহাবাৰীত, দৈব তালুকদাৰ থকা শান্তিপুৰত, প্ৰেমনাৰায়ণ-লক্ষ্য চৌধুৰী থকা পোতাবিলত, নাৰ্ছিংহোমৰ পূবত থকা আৰ্য্যবিদ্যাপীঠ আৰু পুলিচ-নিবাস আদি থকা ঠাইত এসময়ত

অঠাই সাগৰ আছিল।

এই বিল-পুখুৰীবোৰৰ উপৰিও গুৱাহাটী মহানগৰী পৰ্বতেৰে পৰিবেষ্টিত হৈ আছে। ইয়াৰ আশেপাশে মাজবুকতে সৰু-বৰ যিমান পৰ্বত আছে, তাৰো হিচাপ নাই। বহুতৰ নাম আছে, বহুতৰ নাম নাই। তাহানি বৃহৎ বঙলা মাহেকীয়া কাকত 'মাসিক বসুমতী'ত এজন বঙালী লিখকে তেওঁৰ ভ্ৰমণবৃত্তান্তৰ এঠাইত গুৱাহাটীৰ উত্তৰপাৰৰ পৰ্বতসমূহৰ চিনাকি দি লিখিছিল 'ব্ৰহ্মপুত্ৰৰ উত্তৰপ্ৰান্তে সুনীল 'কবা নক' পৰ্বতশ্ৰেণী'। প্ৰত্নতাত্ত্বিক লিখকজনক সেই পৰ্বতৰ নাম সোধাত নিশ্চয় কোনো কামৰূপৰ মানুহে 'কবা নক' অৰ্থাৎ কব নোৱাৰোঁ বুলি কৈছিল আৰু বপুৰা লিখকে সেই কথাৰ পৰাই এটা নিনাও পৰ্বতৰ নাম সংগ্ৰহ কৰিলে। যোগিনীতন্ত্ৰ, কালিকাপুৰাণ আদিত এই পৰ্বতৰ ভালেকেইখনৰ নাম উল্লেখ আছে। মযো ইয়াত পাপৰি দীঘল হোৱাত কেইখনমান দক্ষিণপৰীয়া পৰ্বতৰ নাম উল্লেখ কৰিলোঁ মাথোন। যেনে নীলাচল (কামাখ্যা), উমাচল, ভস্মাচল (উমানন্দ), গড়ুৰাচল, চিত্ৰাচল (নৱগ্ৰহ), কম্বাচল, নৰকাচল (নৰকাসুৰ, পৰ্বত), শৰণীয়া পৰ্বত, খাৰঘুলি পৰ্বত, কইনাধৰা পৰ্বত আদি। চমুকৈ গুৱাহাটীৰ নাম, সীমা, পৰ্বত, বিল-পুখুৰী আদিৰ এয়ে এক আংশিক বিবৰণ বা চমু ভূগোল।

## বাবুনগৰ গুৱাহাটী

বৰ্তমানে গুৱাহাটীৰ মানুহৰ সীমা-সংখ্যা নাই। ঘৰ-দুৱাৰৰ সীমা-সংখ্যা নাই। যান-বাহনৰ সীমা-সংখ্যা নাই। মোৰ ল'ৰা-কালত কিন্তু সকলো সীমাৰ ভিতৰতে আছিল। ইজনে সিজনক চিনি পাইছিল, ইঘৰে সিঘৰৰ দুখ-সুখৰ ভাগ লৈছিল। ডাঙৰ

মানুহ বা সমাজৰ মুখিয়াল মানুহ সেইদিনত তাকৰ আছিল আৰু তেওঁলোকৰ সংখ্যা আঙুলিৰ পাবত গণি শেষ কৰিব পৰা আছিল। সেইসকল 'বাবু' বুলিহে জনাজাত হৈছিল। যেনে, মাণিক বাবু, (৺মাণিকচন্দ্ৰ বৰুৱা), ভুবন বাবু (৺ভুবনৰাম দাস), দুলাল বাবু (৺দুলাল চৌধাৰী), নবীন বাবু (৺নবীনচন্দ্ৰ বৰুৱা)। এয়া হৈছে বঙলা ভাষাই গ্ৰাস কৰা প্ৰভাৱৰ ফল।

আন ঠাইত প্ৰচলিত এফাকি একে ধৰণৰ পদ মই সৰুতে গুৱাহাটীতো শুনিছিলোঁ, যেনে ঃ

মহেশ্বৰ গোসাঁইৰ খত,<br>
দুলাল বাবুৰ মত।<br>
কেশী বাবুৰ বড়ী,<br>
সূৰ্য্যকান্তৰ ঘড়ী।

মহেশ্বৰ গোস্বামী হৈছে দেশনেতা ৺হৰেশ্বৰ গোস্বামীৰ ককাদেউতাক। দুলাল বাবু হৈছে দুলাল চৌধাৰী। কেশী বাবু হৈছে হেম গোসাঁইৰ শহুৰেক কেশৱ বৰুৱা। এওঁৰ নামেৰেই প্ৰতিষ্ঠিত হৈছে ভৰলুৰ পশ্চিমে কামাখ্যা শ্মশানৰ ওচৰত 'কেশৱ আশ্ৰম'। সূৰ্য্যকান্ত বৰুৱা উত্তৰ গুৱাহাটী শিলসাকোৰ। তেওঁ কাছাৰীত কাম কৰিছিল আৰু আজৰি সময়ত মানুহক ঘড়ী ভাল কৰি দিছিল। তেওঁ পিঠি দিয়াৰ পিছতে হেনো তেওঁ ভাল কৰা ঘড়ীৰ দম বন্ধ হৈ গৈছিল। অৱশ্যে এইসকল এজনকো মই দেখা নাছিলোঁ। ওপৰৰ কবিতাফাঁকিকে অনুকৰণ কৰি ময়ো ল'ৰা মনেৰে এফাঁকি কবিতা ৰচনা কৰি বন্ধুমহলত মেলি দি আমোদ কৰিছিলো ঃ

ৰামস্বৰূপৰ কচুৰি,<br>
কুঞ্জ ঠাকুৰৰ মিছিৰি।<br>
চুণীবাবুৰ গোসাঁনী,<br>
অগ্নি শৰ্মাৰ টিকনি।

ৰামস্বৰূপ উজানবজাৰৰ সেই দিনৰ এজন বিখ্যাত দেহোৱালী মিঠাইৱালা। তেওঁৰ কচুৰিৰ জুতি পোৱা মানুহে আজিও সেই সোৱাদ

পাহৰিব পৰা নাই। আজিকালি তেনে কচুৰি পোৱা নযায়। কুঞ্জ ঠাকুৰ নহলেও ফাঁচীবজাৰত আজিও তেওঁৰ নামৰ দোকান পূৰ্ববৎ চলি আছে। গেলামালৰ উপৰিও পূজাৰ বস্তু, শ্মশানৰ বস্তু, কবিৰাজী অনু-পান আদি আন দোকানত নোপোৱা হৰেক ৰকম বস্তু তাত পোৱা যায়। চূণী বাবুৰ পূজাৰ কথা আন ঠাইত কোৱা হৈছে। 'অগ্নি শৰ্মা' এসময়ৰ এজন খঙাল হেডমাষ্টৰৰ উপনাম। কৃতী শিক্ষাবিদ হোৱাৰ উপৰিও তেওঁ নৈষ্ঠিক ব্ৰাহ্মণ আছিল। কোট-পটলুং পৰিধান কৰিলেও মূৰৰ পাছফালে জিলিকি থকা টিকনীডালে তাৰ সাক্ষ্য দিছিল।

---

## গুৱাহাটীৰ পূজা

মোৰ ঘৰৰ দুৱাৰমুখতে পতা মই ল'ৰাকালিতে দেখা পূৰ্বতীয়া গোসাঁইৰ দুৰ্গা পূজাই এসময়ত আৰ্কষণীয় পূজা আছিল। এইখনেই গুৱাহাটীৰ প্ৰথম দুৰ্গা পূজা। উজানবজাৰ ৰজাঘৰতো পূজা হৈছিল। ভৰলুমুখ অঞ্চলত পূজা তেতিয়া নাছিলেই। কিছুদিন পিছত পাণবজাৰত এখন ডাঙৰ পূজা দেখা পোৱা চকামকাকৈ মোৰ মনত পৰে। আন সকলো কথা পাহৰিলেও টেলটেলকৈ চকু চেলাই দাঁত কামুৰি থকা ভয়ঙ্কৰ অসুৰটোলৈ হুবহু মনত আছে—ঠিক আজিকালি ফাঁচীবজাৰৰ বালিত পতা পূজাৰ দুৰ্জয় অসুৰটোৰ দৰেই। এইখন পূজা আছিল কোনোবা ৰাজেন বাবুৰ—আজিকালিৰ পাণবজাৰৰ ৰাণীবাৰীত। সেই পূজালৈ কলিকতীয়া নামজ্বলা বঙলা যাত্ৰাভিনয় অনা হৈছিল। সেই যাত্ৰা চাবলৈ চাৰিওফালৰ বাইজ

হিলদল ভাগি গৈছিল। তাতেই হেনো কোনোবা এবাৰ অসমীয়া আৰু বঙালীৰ কাজিয়া এখন লাগে আৰু সেই পূজাৰপৰা অসমীয়াবিলাক ফালৰি কাটি ওলাই আহি নিজাকৈ পূজা পাতিবলৈ লয়।

কামৰূপ কামাখ্যাৰ দেশ। অসমতেই শক্তিপূজাৰ আৰম্ভণি হৈছিল। কিন্তু মাটিৰ প্ৰতিমা সাজি দুৰ্গাপূজা কৰা প্ৰথা হলে বঙ্গদেশৰ পৰা আমদানি হৈ আহিছিল। তাৰ চিন স্বৰূপে আমি ৰাজহুৱা দুৰ্গাপূজা নুবুলি বাৰোৱাৰী দুৰ্গাপূজা বোলা হলোঁ হবলা? উজান বজাৰৰ ৰাজহুৱা দুৰ্গাপূজাখন ফটিকৰোডৰ ৰেলৰ আলিৰ কাষত নিজৰ মাটি-ঘৰত নিগাজী হৈ বহিবৰ ডেৰকুৰি-দুকুৰি বছৰমানহে হৈছে। তাৰ আগতে এই পূজা ঠায়ে ঠায়ে পতা হৈছিল। ৺সিদ্ধি শৰ্মাৰ ঘৰৰ পূবে এতিয়া শ্ৰীবলিৰাম মেধি থকা ঠাইত, যোৰপুখুৰীৰ পাৰৰ ৺নবীনচন্দ্ৰ বৰদলৈৰ মাটিত, নৈৰ দাঁতি ৰজাঘৰত আৰু কুমাৰ ভাস্কৰ নাট্যমন্দিৰৰ পশ্চিমে এতিয়া পীতাম্বৰ হাজৰিকাৰ পৰিয়ালৰ মাটিত দেৱীয়ে সুবিধামতে বছেৰেকীয়া পূজাভাগ লৈছিল। পাণবজাৰৰ সনাতন ধৰ্মসভাতো এখন বাৰোৱাৰী পূজা হৈ আহিছে। আজি অলপ দিন আগলৈকে তাৰ চাবিকাঠি সম্পূৰ্ণভাৱে বঙালীসকলৰ হাতৰ মুঠিতে আছিল। এতিয়া অৱশ্যে সেইজনা দশভূজাই শাৰী সোলোকাই মেখেলা পিন্ধিবলৈ শিকিছে। সেই সময়ত পাণবজাৰেই পূজা-কেন্দ্ৰ আছিল।

পাণবজাৰৰ ৺কালিচৰণ সেনৰ দুৰ্গাপূজাৰ এটা বিশেষত্ব তাহানিৰ পৰা আজিলৈকে অব্যাহতভাৱে চলি আহিছে। আন সকলোবিলাক প্ৰতিমাত গণেশ আৰু লক্ষ্মী থাকে দেৱীৰ বাওঁহাতে, কাৰ্তিক আৰু সৰস্বতী থাকে দেৱীৰ সোঁহাতে। কিন্তু ৺কালিবাবুৰ প্ৰতিমাত ওলোটাটো অৰ্থাৎ গণেশ আৰু লক্ষ্মীক স্থান দিয়া হয় দেৱীৰ সোঁহাতে আৰু কাৰ্তিক—সৰস্বতী থাকে বাঁওফালে। তদুপৰি ৺কালিবাবুৰ অসুৰটোৰো তলৰ অংশ কটা ম'হটোৰ পেটতে থাকে। অসুৰৰ আধাভোখৰে ম'হৰপৰা ওলায়েই যুদ্ধ

কৰি থকা দেখা যায়। আন এটা উল্লেখযোগ্য কথা যে যি সময়ত গুৱাহাটীৰ বেছিভাগ পূজাত অসমীয়া ঢোলৰ মাত শুনিবলৈ টান হৈছিল, সেই সময়তে প্ৰতি বছৰে আমি চুনীবাবু আৰু কালিবাবুৰ পূজাত অসমীয়া বৰঢোলৰ গুমগুমনি শুনিবলৈ পাইছিলো।

মই স্কুল আৰু কলেজত পঢ়া দিনত আৰু এখন পূজাই সদৌ গুৱাহাটীবাসীকে আকৰ্ষণ কৰিছিল, মতলীয়া কৰিছিল। সেইখন আছিল অধ্যাপক চুনীলাল দেব পূজা—শ্ৰীলক্ষ্মীধৰ বৰা দেৱৰ ঘৰৰ উত্তৰে, নাগকটা পুখুৰীৰ বিপৰীতে থকা দুমহলীয়া হাউলিত। অধ্যাপক চুনীলাল দেই অতি আস্তিকতা আৰু আন্তৰিকতাৰে বছৰি দুৰ্গাপূজা আৰু অন্নপূৰ্ণা পূজা পাতিছিল। কলিকতাৰপৰা সুদক্ষ বঙালী খনিকৰ আনি তেওঁ মনোৰমা প্ৰতিমা গঢ়াইছিল। সঁচাসঁচি বহুমূলীয়া, কানি-কাপোৰ, সোণৰ আ-অলঙ্কাৰ পিন্ধাইছিল। মাটিৰ প্ৰতিমাখনে জীৱন্ত সোণৰ প্ৰতিমা হৈ দৰ্শকৰ চকু চাঁট মাৰি ধৰিছিল। চুনীবাবু দিনে-ৰাতি ভক্তিভাৱত তন্ময় হৈ পৰিছিল। অন্নপূৰ্ণা পূজাৰ বিদায় দৃশ্য এটি মই নিজ চকুৰে দেখা পাইছিলোঁ। বিসৰ্জন দিবলৈ নিয়াৰ আগতে চুনীবাবুৱে 'মা' 'মা' বুলি ভক্তিৰ গীত গাই প্ৰতিমাৰ মুখতে মিষ্টান্ন কটিয়াই দি হুক্ হুক্ কৰি কান্দিছিল। সেই সময়ত মাটিৰ প্ৰতিমা যে দেৱীৰ আচল প্ৰতিমা নহয় সেই কথা সমূলি পাহঁৰি গৈছিল। আৰু এটা উল্লেখযোগ্য কথা যে চুনীবাবুৰ দুৰ্গাপূজা মহালয়াৰ দিনাৰপৰাই আৰম্ভ হৈছিল আৰু সেই দিন ধৰি নৱমী পূজাৰ ৰাতিলৈকে নানা তৰহৰ গীত-বাদ্য, যাত্ৰা-অভিনয় আদি হৈছিল। আন্তৰিকতাপূৰ্ণ কাঙালী ভোজনৰ দৃশ্যয়ো চুনীবাবুলৈ আমাৰ ভক্তি ওপজাইছিল।

চুনীবাবুৰ পূজাৰ কথাৰ লগতে একেভাৱ-ভাৱভিতৰে পতা আৰু এখন দুৰ্গাপূজাৰ কথা উল্লেখ কৰিব পাৰি। সেই পূজা একেবাৰে কেইবছৰমান পাতিছিল কবি শ্ৰীজীৱদাকান্ত বিষয়াৰ পিতৃ ভৱদাকান্ত

বিষয়াই। তেতিয়া পূজাৰ স্থলী আছিল হেমচন্দ্ৰবোডৰ উত্তৰে শ্ৰীসত্যপ্ৰসাদ বৰুৱাৰ হাউলিৰ সন্মুখত। সেই ঠাইতে এসময়ত কাব্যভাৰতী ধৰ্মেশ্বৰী দেৱীবৰুৱানীৰ শহুৰ ৰাধাকান্ত তহবিলদাৰেও বছৰি বৰ ধুমধামেৰে পূজা পতা বুলি মোৰ আইৰ মুখত শুনিছিলোঁ। বৰদা বিষয়াৰ দুৰ্গাপূজাতকৈও সৰস্বতী পূজাইহে গোটেই গুৱাহাটী নগৰৰ দৃষ্টি আকৰ্ষণ কৰিছিল—আতচবাজী আৰু জাকজমকতাৰ কাৰণে। ধৰ্মপ্ৰাণ বৰদা বিষয়াই ওৰেজীৱনে দুৰ্গাপূজা, সৰস্বতী পূজা, গণেশপূজা আদি বাৰটা মাহত তেৰটা পূজা-পাৰ্বণ অনুষ্ঠিত কৰি ধৰ্মভাৱত মজি মছগুল হৈ আছিল। আতচবাজীৰ উপৰিও তেওঁৰ পূজাৰ আকৰ্ষণীয় বিষয় আছিল কলিকতীয়া প্ৰতিমা আৰু কামৰূপীয়া ৰবঢোল। বৰ বৰ নৈবেদ্যৰ শৰাই, অলেখ ফুলৰ মালা, চকু চাঁট মাৰি ধৰা গোসাঁনীৰ সাজপাৰ, আ-অলঙ্কাৰ আৰু ধূপ-ধুনাৰ গোন্ধেৰে বিষয়াৰ পূজামণ্ডপ আমোলমোল হৈ আছিল। তেওঁ ডেকা কালত 'বিজয়লক্ষ্মী অপেৰা পাৰ্টি' নামৰ থলুৱা ডেকাৰে এটা যাত্ৰাৰ দল গঠন কৰি কলিকতাৰ নামজ্বলা যাত্ৰাৰ দলবোৰৰ নিচিনাকৈ ঠায়ে ঠায়ে নাট অভিনয় দেখুৱাই তৃপ্তি লভিছিল। বিষয়াই 'চাৰ্টাৰ বিমানেৰে' সৰস্বতী প্ৰতিমা পূজাৰ দিনা কলিকতাৰপৰা আনিয়েই ৰবঢোলৰ গুমগুমনিৰে গুৱাহাটীৰ আলিবাট বজনজনাই দিছিল। সেয়েহে মই "আধুনিকা সৰস্বতী" নামৰ এটা কবিতাত এদিন লিখিছিলোঁ ঃ

আনক এৰি থৈ বীণাপাণি আই
বিষয়াৰ ঘৰলৈ যায়,
মটৰত উঠি জলপথাৰত
আতচবাজী চায়।

গুৱাহাটী উজানবজাৰত আৰু এখন দৃষ্টি আকৰ্ষণমূলক পূজা হৈছিল নৈৰ পাৰত ৺হেম গোসাঁইৰ শহুৰ কেশৱ বৰুৱা বা কেশী বৰুৱাৰ চৌহদত। কেশী বৰুৱাৰ মৃত্যুত সেই পূজা নোহোৱা হৈছিল

যদিও এতিয়া তেওঁৰ ভায়েক 'এডভোকেট অৱ্ আসাম'ৰ সম্পাদক মথুৰামোহন বৰুৱাৰ পুত্ৰদ্বয় শ্ৰীশুভ বৰুৱা আৰু ডাঃ শ্ৰীতাৰিণী বৰুৱাই সেই পূজা পাতিবলৈ লৈছে। তাৰ অলপ পূৰে আন এখন পূজা হৈছিল ৺প্ৰাণেশ্বৰ বাবুৰ ঘৰত। প্ৰাণেশ্বৰ শৰ্মা ( বৰুৱা ) নাট্যকাৰ শ্ৰীসত্যপ্ৰসাদ বৰুৱাৰ আজোককাক। সেই পূজা এতিয়াও চলি আছে। পূজা এৰিলে ঘৰ পৰে বুলি এটা জনবিশ্বাস আছে ৰাধানাথ তহচিলদাৰৰ পূজাৰ বস্তি মুমাল আৰু পুতেক দুৰ্গানাথৰ পিছত তেওঁৰ বংশৰ এটা ঠালৰো বস্তি মুমাল। ভৰলুমুখত আৰু এখন বাৰোৱাৰী পূজা চুৰ্চুৰীয়াকৈ হৈছিল হব পায়। তাত সেই সময়ত কোনো উল্লেখযোগ্য পূজা নাছিল।

পূজাৰ সময়ত গুৱাহাটীত থিয়েটাৰৰ সলনি যাত্ৰাগানহে বেছি প্ৰচলন আছিল। কেতিয়াবা অৱশ্যে দুই এখন থিয়েটাৰ দেখাও মোৰ মনত পৰে। নৈপাৰৰ বজাঘৰৰ পূজাত মই 'পাৰ্থ-পৰাজয়' অভিনয় দেখা পাইছিলোঁ। পূজাঘৰৰ দুয়োকাষত শাৰী শাৰী দোকান বহিছিল যদিও সকলোবোৰ দোকান বিজয়াৰ দিনা কাছাৰীঘাটত থুপ খাইছিল আৰু গধূলিলৈকে তাত এখন ডাঙৰ পূজাৰ মেলা বহিছিল। নগৰৰ সকলোবোৰ প্ৰতিমা নাওৰে ব্ৰহ্মপুত্ৰত ফুৰুৱা হৈছিল আৰু নিশা আঠ-নমান বজাত দ পানীলৈ নি ভহাই দিয়াৰ লগে লগে বিজয়াপৰ্ব শেষ হৈছিল। সন্ধিয়া নৈৰ বুকুত দেৱীৰ বিসৰ্জন চাবলৈ বহু দৰ্শকৰ সমাবেশ হৈছিল। কিছুমানে আকৌ নিজাকৈ নাও কেৰেয়া কৰি জলভ্ৰমণ কৰাৰ উপৰিও পানীৰ মাজৰপৰাই পাৰৰ দৃশ্যও চাইছিল। পানীৰ মাজৰ দৃশ্যও চাইছিল। বিজুলীবস্তিৰ কাৰুকাৰ্য্য তেতিয়া নাছিল। পানীৰ মাজতে আতচবাজীও কৰা হৈছিল। নৈৰ দাঁতিত আইসকল বহিবলৈ কাপোৰৰ ঘেৰ দি একোডোখৰ ঠাই আছুতীয়া কৰি ৰখা হৈছিল। ৰাতি বেছি হৈ অহাৰ লগে লগে ল'ৰা-ছোৱালীয়ে পুতলা, পেপাঁ আৰু ডাঙৰে একোটোপোলা মিঠাই লৈ ঘৰলৈ উলটি আহিছিল। উছৰমুখৰ নগৰখন বৰ উকণ্ডা হৈ পৰিছিল, যেন ছোৱালী ওলাই যোৱাৰ পিছৰ কইনাঘৰীয়া বত্তাভৰীখনহে।

---

# গুৱাহাটীত প্ৰথম কংগ্ৰেছ

অসমৰ গুৱাহাটীত ভাৰতৰ সৰ্ববৃহৎ জতীয় অনুষ্ঠান কংগ্ৰেছ মহাসভাৰ বছৰেকীয়া অধিবেশন দুবাৰ অনুষ্ঠিত হৈছিল—এবাৰ ১৯২৬ চনৰ ডিচেম্বৰ মাহত, দেশে স্বাধীনতা লাভ কৰাৰ পূৰ্বে আৰু এবাৰ ১৯৫৮ চনত দেশে স্বাধীনতা লাভ কৰাৰ পিছত। দ্বিতীয় বাৰতকৈ প্ৰথম বাৰৰ অধিবেশন আছিল অধিক তাৎপৰ্য্যপূৰ্ণ আৰু বিশেষভাৱে স্মৰণযোগ্য কিয়নো বিদেশী শাসকৰ তলত তেতিয়া দেশত, বিশেষকৈ অসমত কংগ্ৰেছ পতাৰ অনুকূল বাতাবৰণ সমূলি নাছিল। তথাপি সেই সময়ত মহাত্মা মোহনদাস কৰমচাঁদ গান্ধী মস্তকমণি হৈ থকাৰ বাবে কংগ্ৰেছ আছিল এক অসাধাৰণ দীপ্তিৰে মহিমামণ্ডিত। মই এতিয়া প্ৰথমখন কংগ্ৰেছৰ স্মৃতিহে ৰোমন্থন কৰিবলৈ লৈছোঁ।

তাৰ আগৰ বছৰত কংগ্ৰেছৰ বছৰেকীয়া অধিবেশন বহিছিল কাণপুৰত—ৰাজকীয় পয়োভৰ আৰু জাকজমকতাৰে। সেই অধিবেশনতে ৰোহিণীকান্ত হাতীবৰুৱাই অসমৰ হৈ নিমন্ত্ৰণৰ শৰাই আগবঢ়াই আহিছিল,—একপ্ৰকাৰ মৰসাহ কৰি বুলিয়েই কব লাগিব। কিয়নো ইতিপূৰ্বে কংগ্ৰেছ সভা অনুষ্ঠিত হোৱা বোম্বাই, মাদ্ৰাজ, পুণা, কলিকতা আদি মহানগৰীবোৰৰ তুলনাত সেই দিনত সদৌ ভাৰতীয় ৰাইজৰ জাতীয় অনুষ্ঠান এনে এখন ডাঙৰ মহাসভাৰ ভেটমৰা ভাৰ কান্ধত তুলি লবলৈ অসমৰ 'একোৰে একোটো নাছিল বুলিয়েই কব লাগিব। তথাপি সাহসেই সিদ্ধি বুলি এষাৰ কথা আছে। সেই সাহস আৰু ঐকান্তিক নিষ্ঠাই আছিল অসমৰ দৰিদ্ৰনাৰায়ণৰ মূলধন। ৰাজবল আৰু জনবল নেথাকিলেও শৰাইঘটীয়া-দলৰ দেহত আছিল দুৰ্জয় বাহুবল। লাচিতৰ দৰে দুজন অপ-

ৰাজ্যৰ বীৰ সেনাপতি আছিল দেশভক্ত ফুকন আৰু কৰ্মবীৰ বৰদলৈ। এই দুজন দেশনেতাৰ লগতে সমগ্ৰ অসমৰ আৰু কেইজনো নেতা, পালিনেতা আৰু সমগ্ৰ অসমীয়া বাইজে (বৃটিছৰ অনুৰক্তসকলৰ বাহিৰে) এই জাতীয় যজ্ঞ সাফল্যমণ্ডিত কৰি তুলিবলৈ দেহেকেহে চেষ্টা কৰিছিল আৰু কৃতকাৰ্য্যও হৈছিল।

অধিবেশনৰ স্থান নিৰ্ণয় কৰোতে আজিকালিৰ দৰে আঞ্চলিক মনোভাৱে গা কৰিবলৈ চেলু পোৱা নাছিল। কংগ্ৰেছী দলত সৰ্ব-সম্মতিক্ৰমে গুৱাহাটীতে মহাসভা পতাৰ সিদ্ধান্ত লোৱা হৈছিল। আন ঠাইৰ নামেই উঠা নাছিল। এতিয়াৰ বেল-নগৰ মালিগাঁৱতে কামাখ্যাৰ পাণ্ডাসকলৰ উদং হৈ পৰি থকা পথৰুৱা মাটিতেই গিৰি-বন পৰিবেষ্টিত নতুন নগৰ এখন গঢ়ি তোলা হয়। এইখিনিতে উল্লেখ কৰিব পাৰি যে তেতিয়াৰ গুৱাহাটী আৰু আজিৰ গুৱাহাটী একে নহয়। জনকোলাহলপূৰ্ণ আৰু যান্ত্ৰিক সভ্যতাৰ দপদপনিত মূৰ্ছ-চ্যুৎ হৰ নলগীয়া তেতিয়াৰ গুৱাহাটী আছিল সঁচাকৈয়ে এখন শান্তিপুৰ জনসংখ্যাও আছিল তাকৰীয়া। মটৰ, ৰিক্সা, চিটীবাছ আদি যান-বাহনো প্ৰায় নাছিল বুলিলেই হয়। তেনে এখন সৰু চহৰৰ গাতে আউজি কংগ্ৰেছ মহাসভাৰ বাবে এখন স্বয়ংসম্পূৰ্ণ নগৰ গঢ়ি তোলাটো মুখৰ কথা নাছিল। য'তে ইচ্ছা ত'তে বাট। মানুহে কৰো বুলিলে কৰিব নোৱাৰে কি?

কংগ্ৰেছৰ অধিবেশন পতা নগৰখনৰ নতুনকৈ নামকৰণ কৰা হৈছিল 'পাণ্ডু নগৰ' বুলি আৰু এই নগৰৰ পৰা ভাটীত দুইতৰ দাঁতিত মহাত্মা প্ৰমুখ্যে নেতাসকলৰ থাকিব থকা ঠাইখনৰ নাম-কৰণ কৰা হৈছিল 'চিত্তৰঞ্জনপুৰী'। নগাঁও জিলাৰ ৰহমপুৰত তৈয়াৰী খাদৰ কাপোৰৰ দ্বাৰা বিৰাট কংগ্ৰেছমণ্ডপৰ চালি তৈয়াৰ কৰা হৈছিল। সুসজ্জিত দোকান-পোহাৰ, অস্থায়ীভাৱে সজা বিভিন্ন ঘৰ-দুৱাৰ, পানীযোগান, আলি-পদূলি, চাকি-বন্তি, খোৱা পানী আদিৰ পৰিপাটীকৈ দিহা কৰা হৈছিল মন্নদানৰ নিৰ্মিত ঘৰৰ এখনৰ

নিচিনাকৈ। ঢেকিয়াল ফুকনৰ ভাষাৰে নগৰখন 'হাবি গুচি ফুলবাৰী' হৈছিল। প্ৰতি দহ মিনিট অন্তৰে অন্তৰে পাণ্ডু-গুৱাহাটী ৰেলগাড়ী অহা-যোৱা কৰিছিল। সেই যান-বাহনেই আছিল কংগ্ৰেছযাত্ৰী-সকলৰ পক্ষে অগতিৰ গতি। কলিকতীয়া আৰু ভাটীৰ কাকতবোৰত এই কংগ্ৰেছ উপলক্ষে বিশেষ সংখ্যা প্ৰকাশ কৰা হৈছিল। সেই-বোৰত অসমৰ বিশেষকৈ গুৱাহাটী নগৰৰ প্ৰাচীন ইতিবৃত্তই আৰু সেই কালৰ বিৱৰণে মুখ্য স্থান পাইছিল। এই সম্পৰ্কত এখন মাদ্ৰাজী কাকতত সত্যমূৰ্তিয়ে লিখা অসম আৰু অসমীয়া সম্বন্ধীয় দীঘল প্ৰবন্ধ এটা পঢ়ি আমি বৰ গৌৰৱ অনুভৱ কৰিছিলোঁ। কিয়নো সেই সময়ত অসমৰ বাহিৰৰ কাকত-আলোচনীবোৰত অসমৰ ভিতৰৰ কথা প্ৰায়েই পঢ়িবলৈ পোৱা নগৈছিল। অসমৰ বা-বাতৰিও সেইবোৰ কাকতত নোলাইছিলেই। ওলালেও বিকৃত হৈ ওলাইছিল। উদাহৰণ স্বৰূপে অগ্নিঋষি কমলাকান্তৰ মৃত্যু বাতৰি 'আনন্দবজাৰ'ত প্ৰকাশ হৈছিল এনেদৰে—'বাংলাৰ সুসন্তান কমলাকান্ত ভট্টাচাৰ্য্য মহাশয়েৰ গৌহাটীস্থ বাসভবনে মৃত্যু।" 'ৰৰদলৈ' হৈছিল 'ৰৰছুলি,' 'চলিহা' হৈছিল 'চালিহা, আৰু 'বৰা' হৈছিল 'বোৰা'। গুৱাহাটী কংগ্ৰেছৰ কেইদিন চন্দ্ৰকুমাৰৰ 'সাদিনীয়া অসমীয়া'খনেই 'দৈনিক অসমীয়া' হৈ ওলাইছিল। সম্পাদক অমিয় কুমাৰ দাস। 'সাদিনীয়া অসমীয়া'ই পিছত ক্ৰমে 'তিনিদিনীয়া অসমীয়া' আৰু 'দৈনিক অসমীয়া'লৈ ৰূপান্তৰিত হৈছিল। 'দৈনিক অসমীয়া'ৰ মৃত্যুৰ পিছতেই জন্ম হৈছিল 'নতুন অসমীয়া'ৰ। আমি কংগ্ৰেছৰ ভিতৰ-চ'ৰালৈ সোমোৱা নাছিলোঁ। নিতৌ পুৱাতে সেই 'দৈনিক অসমীয়া'তে কংগ্ৰেছৰ তপত বাতৰিবোৰ পঢ়িবলৈ পাই বৰ ভাল পাইছিলোঁ। অস্থায়ী হলেও সেয়েই প্ৰথম 'দৈনিক' বাতৰিকাকত। তাৰ পিছতহে দৈনিক বাতৰি ওলাইছিল। কংগ্ৰেছীয়ে হওক বা অনাকংগ্ৰেছীয়ে হওক প্ৰতিঘৰ গুৱাহটীয়া মাইজ সেই কংগ্ৰেছৰ লগত কম-বেছি পৰিমাণে জড়িত হৈ পৰিছিল। তেওঁলোকে চা-চিনাকি বন্ধু-

বান্ধৱ, লগাভগা মিত্ৰ-কুটুম্বক অতিথি হিচাপে ৰাখি নিজৰ ঘৰত আলহী সুখিবলগীয়া হৈছিল। বিয়া-বাৰুৰ সময়ৰ দৰে ঘৰে ঘৰে সেই আলহীসকলক 'ঢলা বিছনা' পাৰি শুবলৈ দিছিল। হাস্পতালৰ অতিৰিক্ত ৰোগীৰ দৰে ঘৰৰ বাৰাণ্ডাতো 'বাছিৰ অতিথি সাক্ষাৎ দামোদৰ'সকলে আশ্ৰয় গ্ৰহণ কৰিছিল। মুঠতে কেৱল কংগ্ৰেছ বহা পাণ্ডু নগৰতে নহয়, খাচ গুৱাহাটীতো এক আনন্দ-মুখৰ উছৱৰ পৰিবেশ সৃষ্টি হৈছিল। সেই কেইদিন তুই থকা বৃটিছ সিংহকো যেন কোনেও কেৰেপ কৰা নাছিল, এনে অনুমান হৈছিল।

মূল অধিবেশনৰ পৌৰোহিত্য কৰিবলৈ আহিছিল মাদ্ৰাজৰ পৰা শ্ৰীনিবাস আয়েঙ্গাৰ। কংগ্ৰেছত যোগ দিবলৈ অহা আন আন ভাৰতৰ বিখ্যাত নেতাসকল আছিল—পণ্ডিত মতিলাল নেহৰু, পণ্ডিত মদনমোহন মালব্য, মহম্মদ আলি, চৌকৎ আলি, সৰোজিনী নাইডু, যতীন্দ্ৰমোহন সেনগুপ্ত প্ৰভৃতি। প্ৰথমতে মহাত্মা গান্ধী অহাৰ কথা নাছিল যদিও শেষ মুহূৰ্ত্তত আহিল। সেয়ে আছিল মহাত্মাৰ দ্বিতীয়বাৰ অসমত পদাৰ্পণ। কংগ্ৰেছ-যাত্ৰীৰ বাবে মহাত্মা দৰ্শনেই আছিল সৰ্বাধিক আকৰ্ষণ। সভাৰ আগে আগে এটা অমঙ্গলীয়া ঘটনা ঘটিছিল, বিনামেঘে বজ্ৰপাত হোৱাৰ নিচিনাকৈ। স্বামী শ্ৰদ্ধানন্দৰ অপ্ৰত্যাশিত হত্যাৰ বাতৰিত কংগ্ৰেছ নগৰ জঁয় পৰি গৈছিল। তাৰ ফলত সভাপতিৰ সমদল আদি আড়ম্বৰীয় অনুষ্ঠানবোৰ কাৰ্য্যসূচীৰপৰা বাদ পৰিছিল। অৱশ্যে মূল সভাৰ কাম নিয়মিতভাৱেই নিয়াৰিকৈ চলিছিল। স্বামীজীৰ মৃত্যুত শোক প্ৰস্তাৱটো স্বয়ং মহাত্মাই উত্থাপন কৰি যোখনি ৰাখি কৈছিল :

"চকুলো টুকি শোক কৰাৰ এইটো সময় নহয়। আমাৰ অন্তৰত সাহসৰ শিক্ষাই বন্তিৰ দৰে জ্বলি থাকক। সাহ তেওঁটো অকল কত্ৰিয়ৰ নহয়। এইটো ভেওঁলোকৰ আধ্যাত্মিক সুবিধা

হব পাৰে, কিন্তু আমাৰ স্বৰাজৰ যুঁজত ক্ষত্ৰিয়ৰ দৰে ব্ৰাহ্মণ, বৈশ্য, শূদ্ৰ সকলোকে এই গুণ লগা হৈছে। আহক, আমি যেন শোকৰ চকুলো নেপেলাওঁ। শ্ৰদ্ধানন্দজীৰ হিয়াত যি বিশ্বাস আছিল, আৰু তেওঁৰ অন্তৰত যিকুৰা জুই জ্বলি আছিল, তাবে যেন আমাৰ হিয়া পবিত্ৰ কৰোঁ, তাবে যেন তীথাৰ দৰে আমাৰ হিয়া টান কৰোঁ।'

সেই অধিবেশনত আন এটা আকৰ্ষণ আছিল মাদকতাপূৰ্ণ চাৰিটা অসমীয়া জাতীয় গীতৰ পৰিবেশন। উৎসৱৰ লগত ৰজিতা খুৱাই সেই গীত কেইটা ৰচনা কৰিছিল অম্বিকাগিৰী ৰায়চৌধুৰী আৰু উমেশচন্দ্ৰ চৌধাৰীয়ে।সভামণ্ডপৰ বাহিৰে-ভিতৰে সেই জাতীয় গীত কেইটাই অপূৰ্ব আলোড়নৰ সৃষ্টি কৰিছিল। সভা শেষ হোৱাৰ বহু দিন পিছলৈকে অম্বিকাগিৰীৰ "আজি ৰন্দো কি ছন্দেৰে সমাগত বিৰাট নৰ নাৰায়ণ ৰূপ" আৰু উমেশচন্দ্ৰৰ 'স্বাগত স্বাগত ভক্ত সমাগত সেৱকবৃন্দ সুধী' গীতৰ মূৰ্চ্ছনা মাৰ যোৱা নাছিল। তাৰ পিছৰ বছৰ কৰাচীত বহা কংগ্ৰেছলৈ যোৱা অসমৰ কংগ্ৰেছী প্ৰতিনিধিসকলৰ আগত হেনো মোহনদাস গান্ধীয়ে মন্তব্য কৰিছিল,—I love your country, I love you national songs."

মই সভামণ্ডপৰ ভিতৰলৈ সোমাবলৈ অধিকাৰ পোৱা নাছিলোঁ যদিও অভিভাষণ, গীত আৰু কাৰ্য্যসূচীৰ বিবৰণ আদি সংগ্ৰহ কৰি লৈ মনোযোগেৰে পঢ়িছিলো। আদৰণি সমিতিৰ সভাপতি দেশ-ভক্ত ফুকনৰ অসমীয়াত লিখা ভাষণখন আছিল চমু, সজীৱ, শুৱলা। আয়েঙ্গাৰৰ অভিভাষণখন কৈনে ইংৰাজীত লিখা হৈছিল বাবে বুজিব-লৈকো টান পাইছিলোঁ। খেলিয়াই খেলিয়াই পঢ়ি ৰস পোৱাও নাছিলোঁ বাবেই তাৰ মৰ্ম উদঘাটন কৰিবলৈকো বিশেষ চেষ্টা কৰা নাছিলোঁ।

অধিবেশনৰ শেষৰ দিনা দপদপীয়া বৰষুণ হোৱাত পয়মাল

ঘটিছিল। সভাৰ কাম-কাজৰ তেতিয়া প্ৰায় সামৰণি পৰিলেই। বেয়া বতৰত সকলোৰে মনবোৰ সেমেকি গৈছিল। অসমৰ বাহিৰৰ দূৰণিবটীয়া দৰ্শক, প্ৰতিনিধিবোৰ টালিটোপোলা বান্ধি প্ৰস্থান কৰিছিল। এনেয়ে তেওঁলোকৰ "যাদুৰ দেশ কামৰূপত ভেৰা হোৱাৰ ভয়।" তাতে আকৌ জাৰকালিত অকাল বৃষ্টি হৈছিল, সেই সকলৰ বাবে ভূতৰ ওপৰতে দানহ। দোকান-পোহাৰ আদি বাহ্যিক সাজ-সজ্জাবোৰো বাৰ বাজিছিল। বাৰবুৰি কাৰণত অভ্যৰ্থনা সমিতিও ধাৰত টেটুলৈকে পোত গৈছিল। তথাপি সেই কংগ্ৰেছ অধিবেশন কৃতকাৰ্য্য হৈছিল বুলি স্বীকাৰ কৰিবই লাগিব। সেই সম্পৰ্কত মহাত্মা গান্ধীয়ে লিখা মন্তব্য বিশেষভাৱে প্ৰণিধানযোগ্য। টোকাটোৰ অসমীয়া ভাঙনি :

"কানপুৰত অসমৰ প্ৰতিনিধিসকলে যেতিয়া গুৱাহাটীত ১৯২৬ চনত কংগ্ৰেছ পাতিবলৈ নিমন্ত্ৰণ কৰিলে আৰু কংগ্ৰেছেও যেতিয়া সেই নিমন্ত্ৰণ গ্ৰহণ কৰিলে, মোৰ মনলৈ তেতিয়া সংশয় নহাকৈ থকা নাছিল। অসম বহুতো আঁতৰত, দুখীয়া আৰু প্ৰয়োজনৰ জোখাই সংগঠিত নোহোৱাত কংগ্ৰেছৰ গধুৰ বোজা ব'বলৈ অসমৰ্থ, এনেবিলাক ভাব মোৰ মনলৈ আহিছিল। গুৱাহাটীৰ লোকসংখ্যা ১৬ হেজাৰ। গুৱাহাটীৰ আগতে ইমান কমসংখ্যক লোকসংখ্যা থকা কোনো নগৰ এখনে কংগ্ৰেছ মাতিবলৈ কেতিয়াও দুঃসাহস কৰা নাছিল। কিন্তু গুৱাহাটীয়ে আগৰ অধিবেশনবিলাকক চেৰ পেলালে আৰু অভাৱনীয়ভাৱে কম সময়ৰ ভিতৰতে বিশাল ব্ৰহ্মপুত্ৰৰ পাৰত প্ৰাকৃতিক সৌন্দৰ্য্যেৰে পূৰ্ণ পৰিবেশৰ মাজত খাদী কাপোৰেৰে এখন নগৰ গঢ়ি তুলিলে। বিৰাট সভামণ্ডপটো অসমৰ নিজা খাদীৰে সজা হৈছিল। অভ্যৰ্থনা সমিতিয়ে বেলেগ বেলেগ প্ৰদেশৰ প্ৰতিনিধিৰ ৰুচিৰ জোখাই খাদ্য আৰু মানুহ বাহিৰৰপৰা আনিবলগীয়া হৈছিল। নেতাসকলৰ থকা ঠাই প্ৰতিনিধিসকলৰ থকা ঠাইৰ পৰা অলপ আঁতৰত ঠিক

কৰা হৈছিল। তেওঁলোকৰ বাবে এইদৰে স্বকীয়া ব্যৱস্থা কৰা বিষয়ত মই আপত্তি জনোৱাত তেওঁলোকে ইচ্ছা কৰি এনে কাম কৰা নাছিল বুলি মোক জনালে। এডোখৰ ঠাইত সকলোকে আঁটাকৈ ঠাই নাছিল। পঁজাঘৰবিলাক ভাবিব নোৱাৰাকৈ সহজ-সৰলভাৱে সজা হৈছিল। অসমৰ বাঁহ, অসমৰ বোকা-মাটি, অসমৰ খেৰ, অসমৰ খাদী, অসমৰ বমুৱা এইবিলাকেৰে ব্ৰহ্মপুত্ৰৰ পাৰত আড়ম্বৰ নোহোৱাকৈ অথচ দেখাত ধুনীয়া আৰু স্বৰুচিপূৰ্ণ পঁজাঘৰবিলাক সজা হৈছিল। মোক শ্ৰীফুকনে বাট দেখুৱাই নি ইয়াৰ এটা ধুনীয়া পঁজাত সুমুৱাই কলে, কাবেংঘৰক মিছাকৈ পঁজা বুলি থাকিবলৈ দিয়াত আপুনি বেলগাঁৱত বেজাৰ কৰিছিল। এতিয়া আমি সচাঁকৈয়ে এটা জুপুৰীঘৰ দিবলগীয়া হোৱাত আপুনি আনন্দ পাব। কিন্তু আমি আপোনাৰ পৰা শলাগ পাবৰ যোগ্য নহওঁ, কাৰণ আমি ঠেকত পৰি ঈশ্বৰৰ নাম লবলগীয়া হৈছে।" তেওঁলোকে যে ঠেকত পৰি এনে এটা কাম কৰিবলগীয়া হ'ল, তাৰ বাবে মই ভাল পালোঁ। বেলগাঁৱত আমাক দিয়া প্ৰাসাদবিলাকতকৈ এই অনাড়ম্বৰ কিন্তু স্বৰুচিপূৰ্ণ সুন্দৰ পঁজাবিলাক স্বাচ্ছন্দ্যৰ ফালৰপৰা কিবা যে তলখাপৰ আছিল এনে কথা পাঠকসকলে যেন এক মুহূৰ্ত্তৰ বাবেও কল্পনা নকৰে। আনবিলাক ব্যৱস্থা মই জনামতে এই স্বৰুচিপূৰ্ণ সৰলতাৰ জোখাই আছিল।"

এতিয়া মোৰ নিজৰ নিষ্ক্ৰীয় ভূমিকাৰ বিষয়ে আধাবচেৰেক লিখি এই প্ৰসঙ্গৰ সামৰণি মাৰোঁ। মই কোনো দলীয় ৰাজনীতিত শৰণ লোৱা নাই তথাপি সকলো দলৰে আৰু দেশৰ খা-খবৰ পৰাখিনি ৰাখিবলৈ যত্ন কৰি আহিছোঁ; তাৰ পৰা মোৰ উপকাৰো হৈছে। দেউতা আছিল আগৰ দিনীয়া মানুহ। সেইসকলে কোৱৰৰ লোণ খাই পাওৰৰ গুণ গাবলৈ ভাল নেপাইছিল। তথাপি ব্যক্তিগতভাৱে বহুতৰে মহাত্মা গান্ধীলৈ ভিতৰুৱাভাৱে শ্ৰদ্ধা-ভক্তি আছিল, মোৰ দেউতাৰো আছিল। মই দেউতাৰ

'একান্তবাধ্য' আছিলোঁ। তেওঁ মোক কংগ্ৰেছ চাবলৈ বাধা দিয়া নাছিল। সেই কাৰণে আটাই কেউদিনে লগৰীয়াবিলাকৰ লগত মই পাণ্ডৱ নগৰলৈ গৈ ৰাজনৈতিক আৰু সাংস্কৃতিক কাৰ্য্য-কলাপবোৰ দূৰৰ পৰাই হেঁপাহ পলুৱাই চাইছিলো। মহাত্মা প্ৰমুখ্যে দেশবৰেণ্য নেতাসকলক আলেঙে আলেঙে দৰ্শন কৰি কৃতাৰ্থ হৈছিলোঁ। মনত হেন্দোলনি তোলা ভাববোৰক ঘৰলৈ আহি কবিতাৰ ৰূপ দিছিলোঁ। তাৰ ফলতেই সেই কংগ্ৰেছ সভা উপলক্ষে লিখা 'মহামিলন' আৰু 'জাগৰণ' নামৰ কবিতা দুটা লিখিছিলো। কংগ্ৰেছ শেষ হোৱাত কবিতা দুটা প্ৰকাশ হৈছিল অম্বিকাগিৰী সম্পাদিত তেতিয়াৰ 'চেতনা' আলোচনাত।

ইয়াৰ পিছতো দুবাৰ গুৱাহাটীত কংগ্ৰেছৰ অধিবেশন অনুষ্ঠিত হৈছে—১৯৫৮ চনত মালীগাঁৱত 'প্ৰাগজ্যোতিষপুৰ কংগ্ৰেছ' আৰু আৰু ১৯৭৬ চনত কইনাধৰাৰ জয়হৰনগৰত। পিছৰ দুখন কংগ্ৰেছ আছিল ৰাজসূয় সদৃশ, ৰজাঘৰৰৰ পূৰ্ণসহযোগ আৰু পৃষ্ঠপোষকতাত এই দুখন কংগ্ৰেছ সমাৰোহেৰে সম্পন্ন হৈছিল। কিয়নো ৰজাই ভালপায় যাক, দোলা-ঘোঁৰাও নেলাগে তাক। কিন্তু প্ৰথমখন কংগ্ৰেছ (১৯২৬) আছিল 'প্ৰজাসূয়'—সেই সময়ৰ ৰজাঘৰৰ প্ৰবল প্ৰতিবন্ধকতাৰ বিৰুদ্ধেও যেৰ পাতি মহাত্মা গান্ধীৰ পদধূলিৰে পূত সেই কংগ্ৰেছৰ তুলনা নাছিল। তাত ধনৰ বল নাছিল, ভোগ-প্ৰাচুৰ্য্য নাছিল—আছিল মনৰ বল, সাত্বিকতা, নিঃস্বাৰ্থ ত্যাগ। সেই কংগ্ৰেছে কৰ্মবীৰ বৰদলৈ আৰু দেশভক্ত ফুকনক ত্যাগৰ মুকুট পিন্ধাই দিগম্বৰ কৰিছিল আৰু তাৰ ফলত অসমী আইৰ সন্মান বাঢ়িছিল, গৌৰৱ বাঢ়িছিল।

# সাহিত্য তীৰ্থ গুৱাহাটী

পুৰাণপ্ৰসিদ্ধ প্ৰাচীন প্ৰাগজ্যোতিষপুৰ নগৰ বা বৰ্তমান অসমৰ অস্থায়ী ৰাজধানী গুৱাহাটী মহানগৰী। 'পঞ্চতীৰ্থ' নামেৰে জনাজাত অলেখ মঠ-মন্দিৰ, পীঠ-মহাপীঠ, তীৰ্থস্থানেৰে ভৰপূৰ এই নগৰখনি। সেয়েহে 'ফুলনি'ৰ মালী চলিহাদেৱে এদিন গাইছিল ঃ

"উমানন্দ সন্ধ্যাচলে,
অশ্বক্লান্ত নীলাচলে,
ধ্যানমগ্ন যোগীবেশে কিৰণ ভস্ম সানে,
( নিতে ) গিৰি-গুহা জিনি আছে
গহীন গম্ভীৰ টানে।"

বুঢ়িছ অহাৰ পূৰ্বে বুৰঞ্জীৰ ভিন্ ভিন্ সময়ত এই নগৰৰ কোন ঠাইত কোন প্ৰসিদ্ধ লোক আছিল এই কথা জানিবৰ বাবে সকলোৰে মন যায়। কিন্তু কোনে কব ? ভাস্কৰবৰ্মা ৰজাৰ ৰাজ-চ'ৰা কোন ঠাইত আছিল ? মহাবীৰ ভগদত্তৰ-জীয়াৰী ভানুমতী আইদেউৰ কুঁৱৰীটোল ক'ত আছিল ? মোগলবিজয়ী লাচিত বৰ-ফুকনৰ ৰাজহাউলি কোনখিনিত আছিল ? ৰজন বৰফুকনৰ দুজন আধাকটা পুতেক জন্মি-পিয়লীয়ে কোন ঠাইত বহিয়া দ'ভাল মেলি-ছিল ? এইবোৰ নানা কথা জানিবলৈ সকলোৰে মন যায়। প্ৰশ্ন আছে কিন্তু সঠিক উত্তৰ নাই। উত্তৰ দিব পৰা লোকৰ সংখ্যা সময়ৰ লগে লগে টুটি আহিছে। উত্তৰ জনাৰ প্ৰতি কাৰো বিশেষ আগ্ৰহো দেখা নেযায়। তুমুল জীৱন-সংগ্ৰামত ব্যস্ত হৈ আজিৰ মানুহে আগলৈ খোজ দিবলৈহে যত্ন কৰিছে। পাছফালে উভতি চাবৰ বাবে কাৰো সময় নাই, ইচ্ছাও নাই।

বৰ ফুকনৰ আমোলত গুৱাহাটীৰ লোকসংখ্যা কিমান আছিল কব নোৱাৰোঁ। কিন্তু মান-মৰাণৰ আক্ৰমণত আৰু আন প্ৰাকৃতিক দুৰ্যোগত যে এই লোকসংখ্যা বহুপৰিমাণে টুটি গৈছিল তাত সন্দেহ নাই। বৃটিছ আহি দেশত বহাৰ পিছত আন এটা দুৰ্য্যোগ ঘটিছিল, সেইটো হৈছে বগাৰভালে জাত মৰাৰ ভয়। সেই ভয়তে বা আশঙ্কাতে গুৱাহাটীৰ দক্ষিণপাৰৰ সম্ভ্ৰান্ত পৰিয়ালৰ অনেক লোক সপৰিয়ালে উঠি গৈ উত্তৰপাৰৰ শিলসাঁকো, বজাদুৱাৰ, ৰংমহল আদি ঠাইত বহিছিলগৈ। গুৱাহাটীৰ মাটিবোৰ ভেওঁ-লোকে এনেয়ে এৰি গৈছিল নাইবা নামমাত্ৰ মূল্যত বেচি থৈ গৈছিল। উদাহৰণস্বৰূপে আনন্দৰাম বৰুৱাৰ মজিন্দাৰ বৰুৱাৰ বংশ প্ৰথমতে দক্ষিণ গুৱাহাটীতহে আছিল। কাছাৰীঘাটৰ ওচৰৰ মজিন্দাৰ বৰুৱাৰ শিলেই তাৰ সাক্ষ্য দিয়ে। এই 'মজিন্দাৰ শিল' আজিও কবিৰ কাণে কাণে কয়:

দেখিছিলো সেই গুৱাহাটী,
দেখিছিলো বৰুৱা-ফুকন,
দেখিছিলো কুঁৱৰী-গিৰিৰী
স্বাধীনতা সুখত মগন।
দেখিছিলো বীৰ-বীৰাঙ্গনা
দেখিছিলো মোগল-পাঠান,
দেখিছিলো আহোমৰ তেজ
দেখিছিলো শিখৰ কৃপাণ।
কোন আছা নৱজীশিখক
বুকু ফালি চোৱা যদি মোৰ,
দেখা পাবা লুপ্ত ইতিহাস
বন্ধা তাত আছে কত সুৰ।

মজিন্দাৰ বৰুৱাৰ বংশ দক্ষিণ গুৱাহাটী এৰি সিপৰীয়া হৈ বজা-দুৱাৰত থিতাপি লাগিছিলগৈ। সিদিনাথনলৈ সিপাৰৰ অনেক পৰি-

য়ালৰ বুঢ়াভগীয়া মানুহে কব পাৰিছিল, তেওঁলোকৰ পূৰ্বৰ ঘৰ-বাৰী গুৱাহাটীৰ কোনখিনি ঠাইত আছিল। আজি তেনে মানুহো নোহোৱা হ'ল। এইটো উল্লেখযোগ্য কথা যে অসমৰ আন আন নগৰৰদৰে বৰ্তমানে গুৱাহাটীত পুৰণি ৰজাদিনীয়া পৰিয়ালৰ লোক থাকিলেও কমেইহে আছে। ৰংপুৰীয়া, নগঞা, যোৰহটীয়া আদি মানুহৰ দৰে গুৱাহাটীয়া মানুহ একে পৰ্য্যায়ত নপৰে। অসমৰ সকলো ঠাইৰ মানুহ আহি আজি এখন বৰ গুৱাহাটী সৃষ্টি কৰিছে। সেয়েহে গুৱাহাটীৰ ভিতৰত ৰংপুৰীয়াও আছে, যোৰহটীয়াও আছে, নগঞাও আছে, তেজপুৰীয়াও আছে, নলবৰীয়াও আছে, গোৱাল-পৰীয়াও আছে আৰু অনেক আছে। সেয়েহে আজিৰ গুৱাহাটীয়েই সদৌ অসমীয়া জাতিৰ প্ৰতিনিধিত্ব কৰিব পাৰে; নিজকে সমগ্ৰ অসমৰ মুখপাত বুলি চিনাকি দিব পাৰে।

এই আলচত মই গুৱাহাটীৰ এসময়ৰ সাহিত্যিকসকলৰ কথাহে কবলৈ ওলাইছোঁ। যিসকলৰ নাম মনত পৰে অৱশ্যে সেইসকলৰ কথাহে কম। মোৰ ছাত্ৰ-জীৱনৰ সময়ত গুৱাহাটীৰ লোকসংখ্যা কুৰি হেজাৰমান আছিল কিজানি। এতিয়া পিছে দুই-তিনি লাখ হ'লগৈ। তেতিয়া মোৰ প্ৰতিটো আলি-বাটেই চিনাকি চিনাকি লাগিছিল। প্ৰতিঘৰ মানুহকে আপোন আপোন যেন লাগিছিল। আলিবাটত বৰ্তমানে দেখা পোৱা নানাবিধ যানবাহন নাছিল বুলিলেই হয়। হাতবাগীত উঠি যোৱা মানুহ এজনক বৰ সম্ভ্ৰান্ত যেন বোধ হৈছিল। আজি সেই ৰামো নাই, সেই অযোধ্যাও নাই। গুৱাহাটীৰ আলিবাটবোৰ জোখত নোবঢ়িলেও লেখত বাঢ়িল অৰ্থাৎ ঠেক আলিবাটবোৰ আগৰ নিচিনা ঠেক হৈয়ে থাকিল। আলিৰ সংখ্যা বৃদ্ধি হ'ল। ঘৰৰ ওপৰত ঘৰ উঠিল। খেৰীঘৰ, টিনপাতৰ ঘৰৰ সলনি পকী দালান ঘৰৰ সংখ্যা বেছি হ'ল। কচু-ঢেকীয়া গজিবলৈ নাইবা হুজোপা বেঙেনা-জলকীয়াৰ গছ গুজিবলৈ এচমকা মুকলি ঠাইৰ অভাৱ

হ'ল। নগৰখনৰ কোনো কোনো ঠাইৰ ৰূপ দ্ৰুতভাৱে এনেধৰণে সলনি হৈ গৈছে যে তাক আগৰ গুৱাহাটীৰ অংশবিশেষ বুলি আনে কৈ নিদিলে কব নোৱাৰি। মই কব খোজা সাহিত্যিক-সকলৰ বহুতকে চিনি নেপাওঁ, কোন ক'ত আছিল তাকো ভাল দৰে নেজানো। বহুতে আকৌ ভেৰোণীয়া ঘৰত আছি অ'ত, কালি ত'ত ভলাৰ বগৰী হৈ বাগৰি ফুৰিছে। সেইবিলাকৰ কথাও মই কব খোজা নাই। এয়া আজি প্ৰায় কুৰি আঠৈকুৰি বছৰ আগৰ বিবৰণ।

প্ৰথমতে উজানবজাৰৰ উজনিত থকা পানীকলৰ ওচৰত থিয় হৈছোঁ। এইখিনিতে থিয় হৈ দেখা পাইছো সৌটো ছত্ৰাকাৰ পৰ্বত। সেই সক পৰ্বতটোত মঙ্গলচণ্ডীদেৱীৰ মন্দিৰ জিলিকি আছে। সেই দেৱালয়লৈ উঠিবলৈ আৰম্ভ কৰিলেই নামনিতে দেখা পোৱা যায় মোৰ শিক্ষক ৺সৰ্বেশ্বৰ শৰ্মাকটকীৰ ঘৰটি। সেই ঘৰত থাকিয়েই কটকীদেৱে "মুৰলী" বজাইছিল, 'সাহিত্যকোষ' উলিয়াইছিল, বুৰঞ্জী-সাহিত্যৰ 'তত্ত্ব আৰু তথ্য' বিচাৰি পুৰণি পুথিৰ পাত, শিলৰ ফলি আদি চলাথ কৰিছিল। তাৰ অলপ ওপৰতে এটি প্ৰবন্ধুৱা খেৰীঘৰত আছিল 'জোনাকীযুগ'ৰ বিখ্যাত 'হেমদাশৰথী চৌধুৰী' বা অসমৰ এগৰাকী খ্যাতনামা প্ৰত্নতত্ত্ববিদ বংমহলৰ ৺সোণাৰাম চৌধুৰী ডাঙৰীয়া। তেওঁ বুৰঞ্জী আৰু পুৰাতত্ত্বত মনপুতি লাগি জীৱনপাত কৰিছিল।

এই জাহাজঘাটৰ পৰা পোনে পোনে অলপ ভটীয়াই আহিলে পোৱা যায় এখন ৰাজবাৰী বা ৰজাঘৰ। আজি ইয়াত ৰজা নাই, আহোম ৰজাৰ অস্তিম পৰোজবো নাই। তেওঁলোকৰ স্মৃতিকেই মানুহে পাহৰিলে। সি যি নহওক এই ৰজাবাৰীৰে আলিৰ দাঁতিৰ এটা টিনৰ ঘৰত আছিল 'আৱাহন' কাকতৰ প্ৰতিষ্ঠাতা অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি নগেন্দ্ৰনাৰায়ণ চৌধুৰী ডাঙৰীয়া। এই ঘৰত থাকিয়েই তেওঁ অসমীয়া আলোচনীবোৰলৈ

গল্প লিখিছিল, বিখ্যাত ওস্তাদবিলাক গোটাই সঙ্গীত বৈঠক পাতিছিল, ল'ৰা-ছোৱালীক পালোৱানী শিক্ষা দিছিল, গান-বাজনা শিকাইছিল। এই ৰাজহাউলিৰে এটি ঘৰত জন্ম লৈছিল 'মণিৰাম দেৱান'ৰ নাট্যকাৰ শ্ৰীপ্ৰবীণ ফুকনে। ফুকনে আজি নিজৰ জন্মভেটি এৰি গুৱাহাটীৰ অ'ত ত'ত ভটাগুটি খেলি ফুৰিছে। অলপ ভটীয়াই আহিয়েই অকালতে মৰহি যোৱা ডেকা নাট্যকাৰ বদন শৰ্মা আৰু তেওঁৰ ককায়েক খ্যাতনামা অভিনেতা বৰদা শৰ্মাৰ ঘৰ পোৱা যায়। বদন শৰ্মা গ'ল। তেওঁৰ 'কুমাৰ সম্ভৱ' নাট আছে, 'কবিতাৰ সয়ম্বৰ' আছে। বাকীবোৰ নষ্ট হ'ল।

একেবাটেৰে আহি আহি এয়া নাওজান পুল। ইয়াৰেপৰা দেখা পোৱা যায় নাট্যশিল্পী সৰ্বেশ্বৰ চক্ৰবৰ্ত্তী আৰু কাব্যভাৰতী ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ বাহৰ। তাত থাকিয়েই এইজনা চিৰকগ্না কবিয়ে অসমীয়া সাহিত্যলৈ 'ফুলৰ শৰাই' আগবঢ়াইছিল, পৰম পিতাৰ চৰণত 'প্ৰাণৰ পৰশ' নিবেদন কৰিছিল। তেওঁৰ স্বামী দুৰ্গা বৰুৱা বা দুৰ্গানাথ বৰুৱাই 'দাস তালুকদাৰ' কোম্পানী প্ৰতিষ্ঠা কৰি তাহানিয়ে উদ্যোগ-জগতত আত্মপ্ৰতিষ্ঠা কৰিবলৈ অসমীয়াক বাট দেখুৱাইছিল। সেই ঘৰত বৰ্ত্তমানে শিশিৰ বৰুৱাৰ পৰিয়াল আছে। দক্ষিণৰ ফালে এটা ৰিভিৰ বাটত সঙ্গীতকবি, পূজাপ্ৰসিদ্ধ শ্ৰীক্ষীৰদাকান্ত বিষয়াৰ সৰু দালান ঘৰ।

পোনে পোনে নৈৰ পাৰৰ আলিৰে আহি থাকিলে উজান বজাৰৰ পকা-ঘাট পোৱা যায়। বাটতে হেমচন্দ্ৰ ৰোডৰ উত্তৰ মূৰত ৺গুৰুপ্ৰসাদ বৰুৱা বা জন চাহাবৰ পুতেক, 'জ্যোতিৰেখা', 'শিখা' আদিৰ নাট্যকাৰ শ্ৰীসত্যপ্ৰসাদ বৰুৱাৰ ঘৰ। পকাঘাটৰ বিপৰীতে আলিকেকুৰীত বিটো আহলবহল হাউলি দেখা যায় তাতেই আছিল অসমীয়া সাহিত্যৰ অন্যতম গুৰিয়াল পণ্ডিত হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়া। তাত থাকি গোসাঁই প্ৰভুৱে নানা প্ৰকাৰে অসমীয়া সাহিত্যৰ সেৱা কৰি গ'ল। তেওঁ 'ফুলৰ চাকি'

গুথিলে, ভমকাফুলীয়া 'অসমীয়া সাহিত্যৰ চানেকী' বাছিলে, ভট্ট-দেৱৰ 'কথা-গীতা' আৰু 'কথা-ভাগৱত'ৰ আগত বন্তি জ্বলালে, আৰু যে কত কি! গোসাঁই-হাউলিৰ পুবফালে আছিল 'এডভোকেট অব আছাম'ৰ সম্পাদক মথুৰামোহন বৰুৱা ডাঙৰীয়াৰ বাসস্থান, বৰ্তমানে 'মথুৰ ভৱন'। হেম গোসাঁইৰ দক্ষিণৰ বাটেৰে আহিলে পোৱা যায় ভুবনৰাম দাসৰ নাতি 'পাৰঘাটৰ' প্ৰযোজক তিলক ( প্ৰমথৰাম দাস ) দাসৰ ঘৰ। তিলক দাসে লোৱাৰ আগতে এই ঘৰটো সজাইছিল খ্যাতনামা উকিল শিশিৰকুমাৰ বৰুৱাই। এই ঘৰতে তেওঁৰ লগত আছিল 'বছা ফুল'ৰ মালী কৰ্মপ্ৰাণ চন্দ্ৰনাথ শৰ্মা। শৰ্মাদেৱৰ কৰ্মজীৱনৰ শেষছোৱা এই ঘৰতে অতিবাহিত হৈছিল।

নৈৰ পাৰৰ আলি এৰি ভুবনৰাম ৰোডেদি খোজ লোৱা যাওক। ৰায়বাহাদুৰ ভুবন দাসৰ পুৰণি ঘৰৰ মুখতে আজি কেই-বছৰমান আগতে স্বৰ্গী হোৱা ডাঃ হেমচন্দ্ৰ বৰুৱাৰ বঙলা। 'নৱগ্ৰহ,' 'চপনীয়া' আৰু 'আমাৰ ঘৰখন'—এই তিনিখন কিতাপ পঢ়িলে ডাক্তৰ বৰুৱাই কেনেকৈ সাহিত্যৰ ক্ষেত্ৰতো ডাক্তৰি কৰিছিল বুজি পোৱা যায়। অলপ উজাই আহিলেই আলিৰ উত্তৰদাঁতিত এটা দুমহলীয়া দালান চকুত পৰে। এই দালানৰ এটা কোঠা আছিল সুপ্ৰসিদ্ধ বিহগী কবি ৰঘুনাথ চৌধাৰী ডাঙৰীয়াৰ। এই দুৰ্জয় বঙলাটো দেখি মনত প্ৰশ্ন উঠিব পাৰে—'ভিক্ষা' কবিতাৰ ভিক্ষাৰী কবি ৰঘুনাথৰ এই দালান কেনেকৈ বাসস্থান হব পাৰে আৰু ইয়াৰ ভিতৰত 'ভিক্ষা' কবিতাৰ সৃষ্টি হৈছিল কেনেকৈ? আচল কথা হৈছে, এই বঙলাটো সৃষ্টি হোৱাৰ বহু বছৰ পূৰ্বতে কবিয়ে এই ঠাইতে থকা আন এটা ঘৰত 'ভিক্ষা' আদি 'সাদৰী'ৰ কবিতাবোৰ ৰচনা কৰিছিল। এই দুমহলীয়া বঙলাটো সজাইছিল কবিৰ ভতিজাক 'প্ৰতিধ্বনি'ৰ কবি উমেশচন্দ্ৰ চৌধাৰীদেৱে। এই বঙলাত বাস কৰাৰ সময়ত 'ভিক্ষাৰী' কবিৰ আগৰ

ৰূপ সলনি হৈছিল। তেওঁৰ আনক ভিক্ষা দিব পৰা অৱস্থাই হৈছিল অপ্ৰত্যাশিতভাৱে—খেতিৰ মাটিৰ পৰা প্ৰচুৰ অৰ্থ উপাৰ্জন কৰি। ডেকা-কবি উমেশচন্দ্ৰ চৌধাৰী অকালতে স্বৰ্গী হ'ল যদিও এই ঘৰৰপৰা 'মন্দাকিনী'ৰ সুৰধাৰা জিৰ্. জিৰ্. কৰি বাগৰিব লাগিছে। 'প্ৰতিধ্বনি'ৰো যেন প্ৰতিধ্বনি উঠিছে :

"অসমা নিৰুপমা জননী
অয়ী অলঙ্ঘ্য গিৰি-দুৰ্গ-ৰাণী।"

চৌধাৰীৰ ঘৰৰ পশ্চিমফালে ডাঙৰ হাউলি এটাত আছিল এসময়ৰ বিখ্যাত বৰা ভাই-ককাইসকল। সেই বৰা-পৰিয়ালৰ অন্যতম আছিল 'মৌ' কাকত উলিয়াওঁতা বলিনাৰায়ণ বৰা আৰু হৰনাৰায়ণ বৰা। এতিয়া এই হাউলিৰ একাংশ কিনি লৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য্য ড° শ্ৰীমথুৰানাথ গোস্বামীয়ে ঘৰ সজাই লৈছে। একে আলিৰে উজাই আহি চাৰিআলিৰ মূৰতে আন এটা বিৰাট হাউলি পোৱা যায়। এই হাউলিতে আছিল অভিনেতা মাণিকচন্দ্ৰ চৌধাৰী। ইয়াতে এদিন তেওঁৰ দেউতাক ৰায়বাহাদুৰ কৃষ্ণচন্দ্ৰ চৌধাৰী আৰু ককাক দুলালচন্দ্ৰ চৌধাৰীও আছিল। 'অভিমন্যু-বধ' কাব্যৰ ৰমাকান্ত চৌধাৰীদেৱেও ইয়াতে জীৱনপাত কৰিছিল। এই চৌধাৰী-হাউলিতে এদিন মোৰ' মাতৃদেৱীৰ বিয়া সম্পন্ন হৈছিল। এইখনেই আছিল এসময়ৰ মোৰ ককাদেউতা-আইতাৰ ঘৰ।

উজাই গৈ আৰু এটা চাৰিআলি পাৰ হৈ উজানবজাৰ খণ্ডৰ উত্তৰ-পুব কোণত এটা বিৰাট দালানঘৰ চকুত পৰে। সেই ঘৰটো সজাই লৈছিল, গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া-বিভাগৰ কৰ্ণধাৰ ড° বিৰিঞ্চিকুমাৰ বৰুৱাই। তাৰ পূৰ্বে সেই মাটি মাণিকচন্দ্ৰ বৰুৱাৰ ববজোঁৱায়েক কালিৰাম বৰুৱাৰ সম্পত্তি আছিল। বৰুৱাৰ দুৱাৰমুখতে আলিৰ সিপাৰে 'মল্লিকা দাস'ৰ দেউতাক শ্ৰীধনচন্দ্ৰ দাসৰ এটা দুমহলীয়া ঘৰ। শ্ৰীদাস মোৰ পাঠশালাৰ সহপাঠী, বাল্যকালৰ

বন্ধু—গীতিকাৰ, নাট্যকাৰ। এতিয়া একে বাটেৰে ৰেলৰ আলি পাৰ হৈ উজাই আহি ধ্কুৰবলিয়া গাঁও পালোঁ। এই গাঁৱতে বনগীত-সুৰীয়া কবি আনন্দিৰাম দাসে এদিন গাইছিল ঃ

"আই তোৰ কিনো যে শুৱলা মাত,
শিকালি মাতত্ ঢালি দি অমিয়া
হিয়া মোৰ কৰিলি শাঁত,
কিনো যে শুৱলা মাত!"

দাসৰ ঘৰ পাৰ হৈ দুই পৰ্বতৰ মাজেদি সোমাই গলে এখন হাবিতলীয়া ৰাজ্য পোৱা যায়। আগেয়ে ইয়াত কেৱল হাবিহে আছিল। আহোম ৰজাৰ খাৰঘৰ থকাৰ বাবে হেনো এই অঞ্চলৰ নাম খাৰঘুলি হৈছিল। এই ঠাইৰপৰা ভালেমান শিলৰ গুলী আৱিষ্কাৰ. কৰি কামৰূপ অনুসন্ধান-সমিতিত ৰখা হৈছে। মই স্কুলত পঢ়া দিনত লগৰীয়াবিলাকৰ লগত এই খাৰঘুলিলৈ বগৰী আৰু মধুৰিআম খাবলৈ আহিছিলো। তেতিয়া এদিন সেই ঠাইতে এটা ঢেকীয়াপতীয়া বাঘৰ লগত মোৰ আচৰিতভাৱে মুখা-মুখি হৈছিল। তেওঁক দেখি মই যিমান ভয় খাইছিলো, মোক দেখিও তেওঁ সমানে ভয় খাই জাঁপ মাৰি হাবিত সোমাইছিলগৈ। পলকতে আমাৰ চাৰিচকুৰ মিলন সমাপ্ত হোৱাৰ বাহিৰে ঈশ্বৰৰ ইচ্ছাত আন একো অঘটন ঘটিবলৈ নেপালে। ঘটা হলে এই আখ্যান লিখাৰে মুদা মৰিলহেঁতেন।

কিছু দূৰ আগবাঢ়ি গলে এটা সৰু জান বা নিজৰা পোৱা যায়। ইয়াৰো এটা খুহুটীয়া ইতিবৃত্ত আছে। জানৰ পাৰত 'ইন্দ্ৰধনু'ৰ কবি ডিম্বেশ্বৰ নেওগ এদিন হাতৰাগীৰপৰা পৰিছিল। সেই কাৰণে তেতিয়া সেই ঠাইৰ উপনাম হৈছিল 'নেওগ কলংক'। জানটো পাৰ হৈ অলপ গলে এটা চামৰাৰ ফেক্টৰী দেখা পোৱা যায়। এসময়ত ইয়াত এই ঘৰটো আছিল যদিও তাত চামৰাৰ ফেক্টৰী নাছিল। তাতে আছিল কৰ্মযোগী চন্দ্ৰকুমাৰৰ

নিউপ্ৰেছ। পিছত সেই নিউপ্ৰেছ শিলপুখুৰীলৈ উঠি যায়। চন্দ্ৰকুমাৰে নিউপ্ৰেছ পাতি লৈ ডিব্ৰুগড়ৰপৰা পুৰণি 'অসমীয়া' কাকতখন তুলি আনি ইয়াৰেপৰাই উলিয়াইছিল। নিউপ্ৰেছ আৰু 'অসমীয়া' কাকত থকা কালত সেই ঠাইত প্ৰেছৰ কৰ্মচাৰী আৰু আন লোকৰ বাসস্থান আছিল। চহৰৰপৰা সুধী সাহিত্যিকসকল সঘনে তালৈ অহা-যোৱা কৰিছিল। প্ৰেছৰ গাতে লাগি থকা পৰ্বতৰ টিঙৰ বঙলা এটাত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা ভালেমান দিন আছিল। তাৰে পৰাই তেওঁ গাইছিল ঃ

"জননী পূজাৰ মন্দিৰ শুদা,
নজ্বলোৱা কিয় বন্তি,
আপোন পাহৰি হ'লা তন্দ্ৰা-মগন,
অ' মোৰ দেশৰে পূজাৰী।"

সেই নিউপ্ৰেছৰ উজানিত লুইতৰ দাঁতিত সজোৱা এটা ঘৰত 'ইন্দ্ৰধনু'ৰ নেওগ কৰিও আছিল। তেওঁ কলেজীয়া জীৱনত অধ্যয়ন কৰাৰ উপৰিও কিছু দিনলৈ সেই ঘৰতে গুৱাহাটীৰপৰা ওলোৱা বেজবৰুৱাৰ 'বাঁহী'ৰ নামৰ নহলেও কামৰ সম্পাদক হৈছিল। এই নিউপ্ৰেছৰে বিভিন্ন ঘৰত, বিভিন্ন সময়ত আছিল অমিয়কুমাৰ দাস, নিত্যানন্দ বৰদলৈ, সোণাৰাম বেজ, দক্ষৰাম বৰুৱা, শুক্লেশ্বৰ বৰা, ভিম্বেশ্বৰ ভূঞা প্ৰভৃতি।

নিউপ্ৰেছৰপৰা পুনৰ উভতি অহা হওক। এই ঠাইখনৰ আৰু বক্তব্য আছে। এই খাৰঘুলিৰ হাবিয়নিৰ মাজতে এদিন জ্যোতিপ্ৰসাদে তেওঁৰ বিখ্যাত 'জয়মতী' বোলছবিৰ চিত্ৰগ্ৰহণ কৰিছিল। ইয়াতে তেওঁ নগাৰাজ্য পাতিছিল। ডালিমীক নচুৱাইছিল। দেশভক্ত তৰুণৰাম ফুকনেও ডালিমীক (স্বৰ্গজ্যোতি) নাচৰ দুই এটা ছেও নিজে নাচি শিকাই দিছিলহি। এই খাৰ-ঘুলিৰে এজোপা চেগুন গছৰ তলত অসমৰত্ন মাণিকচন্দ্ৰ বৰুৱাক

খৰি দিয়া হৈছিল। তেতিয়াৰ হাবিতলীয়া খাৰঘুলি আজি অৰণ্যো নাই। তেতিয়াৰ পৰ্বতবেষ্টিত লখিমী-পথাৰত আজি নগৰ-উন্নয়ন বিভাগৰ প্ৰযত্নত মানুহৰ বাসস্থানত পৰিণত হৈছে। ইয়াৰ কেবাঘৰো মানুহ ঘৰ সাজি বহি গৈছে। তাৰ মাজত আছে, অসম প্ৰকাশন-সচিব শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া আৰু সুসাহিত্যিক শ্ৰীবীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য।

খাৰঘুলিৰপৰা ওলাই আহি পুনৰ ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ ঘৰৰ আগত থিয় হৈ মাণিকচন্দ্ৰ বোডেদি খোজ লওঁ। ইয়াৰ-পৰা দেখা পোৱা উজানবজাৰৰ ৰাজহুৱা পূজা-মণ্ডপৰ উত্তৰে সৰু টিলাটোৰ ওপৰত এটা বঙলা ঘৰ আছিল। তাৰ বাটচ'ৰাত 'ফটিককুটীৰ' বুলি আজিও লিখা আছে। এই টিলাৰ ওপৰতে এদিন মাণিকচন্দ্ৰ বৰুৱা ডাঙৰীয়াৰ বাসস্থান আছিল। ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ বাসভৱনৰ মাটিও বৰুৱাৰ হাউলি থকা চুবুৰীটোৰ সকলোখিনি মাটি এসময়ত বৰুৱাৰ দখলত আছিল। এতিয়া উজানবজাৰ বহা বিস্তৃত মাটিখিনিও তেওঁৰেই দান। কেৱল সিমানেই নহয়, গুৱাহাটী খাৰঘুলি অঞ্চলৰ বিশাল ভূখণ্ড আৰু লুইতৰ দাঁতিৰ গুৱাহাটী মেডিকেল কলেজৰ মাটিৰ গৰাকীও এসময়ত তেৱেঁই আছিল। তেতিয়াৰ গুৱাহাটী চিভিল-হাস্পাতালত মাণিক বৰুৱা আৰু ভুবনৰাম দাসৰ দানেৰে দুটা 'পেয়িং ৱাৰ্ড' বা ভেৰোণীয়া ৰোগী থকা খোঁটালি সজা হৈছিল। অসম মেডিকেল কলেজে মহানুভৱ বেৰিহোৱাইট চাহাবৰ স্মৃতি বিলুপ্ত কৰাৰ নিচিনাকৈ গুৱাহাটী মেডিকেল কলেজৰ বুকুতো মাণিক বৰুৱা আৰু ভুবনৰাম দাস দুই গৰাকী দাতাৰ নামো জাহ গৈ নাইকিয়া হ'ল। বৰুৱাৰ দুইজোঁৱায়েক কালিৰাম বৰুৱা আৰু জোঁৱায়েক ৰাধিকানন্দ চৌধুৰীয়ে (প্ৰশান্তমূৰ্তি) গুৱাহাটীত তেওঁৰ বিস্তৃত ভূ-সম্পত্তি লাভ কৰিলে। বৰুৱা থকা বাসভৱনৰ টিলাটোৰ অধিকাৰী হ'ল উত্তৰ-গুৱাহাটীৰ সদাগৰ তৰুণচন্দ্ৰ বৰুৱা। এতিয়া এই মূল্যবান সম্পত্তি খানবান হৈ কাৰ হাতলৈ গৈছে কব নোৱাৰোঁ। ফটিক বৰুৱা

মাণিক বৰুৱাৰ ভায়েক। সেই ফটিক বৰুৱাৰ নামেৰে পূজা-ঘৰৰ আগৰ আলিটোৰ নামকৰণ হৈছে, ফটিক ৰোড বুলি।

উজানবজাৰৰ ৰাজহুৱা পূজাঘৰৰ কাষৰ ৰেলৰ আলি পাৰ হলে পূবফালে আৰু এটা টিলা চকুত পৰে। সেই টিলাৰ ওপৰৰ ঘৰত এসময়ত কৰ্ণেল শিৱৰাম বৰা আৰু পিছত ডাক্তৰ বিপিনবিহাৰী বৰা আছিল। বিপিনবিহাৰী বৰাক মই দেখা পাইছিলো। বৰাই 'এলডা গোৰৰ'ৰ বিষয়ে 'আলোচনীত' কবিতা লিখিছিল। মৃগাপলু, এৰীপলু পুহি 'পলুৰহস্য' উদ্ঘাটন কৰিছিল আৰু নিজে এৰী চোলা, এৰী বৰকাপোৰৰ সাজপাৰ পিন্ধি কোনো কোনো প্ৰদৰ্শনীত এৰীপলুৰ বিষয়ে ৰসাল বক্তৃতা দিছিল। নিজে উদ্ভাৱন কৰা যঁতৰত এৰীসূতা কাটি দেখুৱাইছিল। এই বৰা-পৰিয়ালেই তেওঁৰ ঘৰৰ কাষতে খৰিৰ বাঁহ-কাঠৰ কাৰণে যিখন হাবি আছুতীয়াকৈ পট্টা কৰি ৰাখিছিল, সেই হাবি গুচি আজি তাত হৈছে—'হেপী ভিল্লা'। এই হেপী ভিল্লাতে 'নতুন অসমীয়া'ৰ সম্পাদক শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা থাকে। তেওঁ কেৱল সাংবাদিকেই নহয়, ভাল সাহিত্যিকো। তেওঁৰ লগালগিকৈ আছিল শিক্ষাবিদ সমাজসেৱী গোলাপচন্দ্ৰ চৌধুৰী, তদুপৰি এই হেপী ভিল্লাতে 'মায়ঙৰ মন্ত্ৰ'ৰ বেজ শ্ৰীনাৰায়ণচন্দ্ৰ বৰুৱা, 'কথা-গুৰুচৰিত'ৰ সম্পাদক বৃন্দাবন-বিহাৰী শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু, দাৰ্শনিক লিখক অধ্যক্ষ শ্ৰীশৰৎচন্দ্ৰ গোস্বামী আৰু দিহিংসত্ৰৰ বুৰঞ্জী-লিখক শুক্লেশ্বৰ বৰাৰ ঘৰ।

হেপী ভিল্লালৈ সোমোৱা বাটৰ কাষতে এটা টিনৰ বঙলাত আছিল দাৰ্শনিক পণ্ডিত ৰাধানাথ ফুকন ডাঙৰীয়া। পিছত তেওঁ যোৰহাটৰ তৰাজানলৈ উঠি গৈছিল। এই ঘৰত মই তেওঁক দেখা পাইছিলো, গুৱাহাটীৰ ছাত্ৰজন হিচাপে। চুচি কটা মুখেৰে, একোছা মধ্যমীয়া দাড়িৰে, পাতল গা-গাবিৰে এজন ব্যক্তিত্বসম্পন্ন দীঘল মানুহ। এই ঘৰতে ফুকন ডাঙৰীয়াই মাতৃমন্ত্ৰ জপি এদিন গাইছিল ঃ

"কিয়নো পাহৰা অসমীয়া হেৰা
চিৰকাল তুমি আছিলা স্বাধীন।

ফুকনৰ ঘৰৰপৰা পশ্চিমলৈ চাই পঠিয়ালে ৰেলৰ আলিৰ ইপাৰে দেখা পোৱা যায়, অভিনেতা শ্ৰীকামাখ্যানাথ ঠাকুৰৰ 'মণিকাইৰ-চোতাল'খন। এওঁ অসম-স্কাউটৰ অন্যতম সেনাপতি।

ইয়াৰপৰাই পশু-চিকিৎসালয়ৰ কাষেদি যোৱা আলিটোৰে সোমাই গলে প্ৰথমতে পোৱা যাব 'অসমবাণী'ৰ সম্পাদক শ্ৰীসতীশচন্দ্ৰ কাকতীৰ বঙলা। তাৰ পিছত সঙ্গীতজ্ঞ শশীকান্ত গোস্বামী এডভোকেটৰ ঘৰ। গোস্বামী মোৰ হিতাকাঙ্ক্ষী বন্ধু। কামৰূপ নাট্যসমিতি, সন্ধিয়া-সন্মিলনী আদিত আমি একেলগে আগবাঢ়িছিলো। গোস্বামীৰ ঘৰ পাৰ হৈয়েই কবৰখানা। পৰ্বতীয়া বাট এটাৰে অলপ উঠি যাব লাগিব—যেন এটা ছিলঙীয়া আলিহে। উপায়ুক্ত শ্ৰীঅনিল চৌধুৰীৰ বঙলা পাব হৈ গৈ গৈ পোৱা যাব এটা টিলাৰ ওপৰত ড° শ্ৰীপ্ৰফুল্লদত্ত গোস্বামীৰ বঙলা। গোস্বামী 'অৰ্ঘ্য' কাকতৰ সম্পাদক উদ্যোগী সাহিত্যিক সিংহদত্ত দেৱ অধিকাৰীৰ পুতেক। অধিকাৰী আৰু পদ্মধৰ চলিহাৰ যুটীয়া সম্পাদনাত পৰেকীয়া আলোচনী 'অৰ্ঘ্য' প্ৰকাশ হৈছিল। তেওঁ ছিলঙৰপৰা চৰকাৰী চাকৰি এৰি আহি গুৱাহাটী উজানবজাৰত পাতি লোৱা 'অৰ্ঘ্য প্ৰেছ'ৰপৰা 'অৰ্ঘ্য' কাকত উলিয়াইছিল। ভৰ ডেকা বয়সতে স্বৰ্গী হোৱাত তেওঁৰ ভালেমান সাহিত্যিক-পৰিকল্পনা থানবান হৈ গ'ল। অৰ্ঘ্য প্ৰেছেই বৰ্তমানে অভিনেতা সৰ্বেশ্বৰ চক্ৰবৰ্ত্তীৰ 'ভবানী প্ৰেছ'লৈ ৰূপান্তৰিত হৈছে কিন্তু প্ৰেছটোৰ বিশেষ শ্ৰীবৃদ্ধি হোৱা নাই।

ফটিকবোৰ আৰু নৱগ্ৰহ-শ্মশানৰ পশ্চিম অংশক চেনিকুঠি বোলা হয়। এই ঠাইডোখৰক আমি সৰুতে কুকুৰমুতা বুলিহে জানিছিলো। নৰকাসুৰে কাটিবলৈ পাহু লোৱা কুকুৰাই হেনো ইয়াতে সৰুপানী এৰিছিল আৰু সেই বাবেই কুকুৰমুতা নাম হৈছিল। ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াই আত্মজীৱনীত তেওঁৰ জন্মগ্ৰাম কুকুৰমুতাৰ বিষয়ে এইদৰে লিখি গৈছে: "কুকুৰমুতা গাঁওখন গুৱাহাটী চহৰৰ উত্তৰ-পূব কোণত অৰ্থাৎ চহৰৰ গাতে লগা। মোৰ ল'ৰাকালত এই গাঁওখনৰ দুয়োকাষে দুখন বিল আছিল। সমুখত পথাৰ। উত্তৰৰ কালৰ বিলখনৰ আৰু পথাৰৰ এক

অংশৰ উত্তৰে সেই সময়ত নগাঁৱলৈ যোৱা চৰ্কাৰী আলি বা ট্ৰাঙ্কৰোড্ আছিল। আলিৰ সিকাযে এশাৰী বস্তি। সেই বস্তিৰ মাজতে ভাল মানুহৰ ভিতৰত বাপুৰাম দেৱশৰ্মা উকিলৰ ঘৰ আছিল। বস্তিৰ সিপাৰে ঠায়ে ঠায়ে এখনি বকৰানি আৰু পূৱৰ ফাললৈ ঠায়ে ঠায়ে শালিধানৰ পথাৰ। এই বকৰানি আৰু পথাৰৰপৰা প্ৰায় পোৱামাইলমান দূৰত নবগ্ৰহৰ পৰ্বতশ্ৰেণী আৰম্ভ হৈ একেবাৰে ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে গৈ পানীখাইতী পাইছেগৈ। এই পৰ্বতশ্ৰেণী অতি কমেও দীঘলে পোন্ধৰমাইল হব। দক্ষিণ-ফালৰ বিলৰ দক্ষিণত এখন গৰু চৰা বকৰানি। সেই বকৰানিৰ দক্ষিণে শৰণীয়া পৰ্বত, পূৱা-পশ্চিমাভাৱে প্ৰায় এমাইল দীঘল। গাঁৱৰ পূৱত পথাৰ। সেই পথাৰৰ পূৱে সৰুবস্তি। বস্তিৰ পূৱে আৰু গাতে শিলপুখুৰী। কুকুৰমুতা গাঁওখনত আমাৰ মুঠ আঠঘৰ মানুহ আছিল। এই ঠাইডোখৰ এফালে যেনেকুৱা মনোৰম আছিল, আনফালে সেইদৰে দুয়োফালে পৰ্বত-পাহাৰ আৰু বিলৰ মাজত থকাৰ বাবে অস্বাস্থ্যকৰো আছিল।"

সি যি নহওক শুনিবলৈ বেয়া হোৱাৰ বাবে লাহে লাহে কুকুৰমুতা নামটো একেবাৰে তল পৰিল আৰু সেই ঠাইত চেনিকুঠি আৰু শিলপুখুৰী নাম বহিল।

এসময়ত কুকুৰমুতাত এটা চেনি-কল আছিল বোলে—মই দেখা নাই, শুনিছিলো। সেই চেনি-কলৰ পৰাই চেনিকুঠি নাম হ'ল। নৱগ্ৰহ মন্দিৰ পৰ্বতৰ ওপৰত হোৱাৰ বাবে স্বৰ্গদেউ ৰাজেশ্বৰসিংহই নৱগ্ৰহ দেৱালয়ৰ বাবে এই শিলপুখুৰী খন্দাইছিল। সেই সময়ত গুৱাহাটী নগৰৰ পূৱসীমা এই শিলপুখুৰীতেই শেষ হৈছিল। শিলপুখুৰীৰ পূবত আছিল 'পেঞ্চনপাৰা'। তাৰ পূবত থকা বামুনীমৈদাম অঞ্চলক আমি 'চেৰাপৰ ভাটী' বুলিহে জানিছিলো। সেইকালে মানুহৰ আহযাহ নাছিলেই।

শোধনাগাৰ থকা তেল-নগৰখনিত বিহুগী কবিৰ খেতিৰ পাম থকা বোন্দা গাঁও আছিল। সেই ঠাইতে কবিয়ে বিখ্যাত 'কেতেকী' কাব্য সৃষ্টি কৰিছিল। এতিয়া তাত কেতেকীৰ মাতৰ সলনি যান্ত্রিক কল-যান-বাহন আদিৰহে গুমগুমনি দিনে-ৰাতিয়ে শুনা যায়। বৰ্ত্তমানে শিলপুখুৰীৰ উজনিত থকা 'আকাশবাণী'ও চাহাবৰ দিনৰ কমিছনাৰ চাহাবৰ হাউলিৰ পৰা তালৈ উঠি যোৱা বেছি দিনৰ কথা নহয়, এই শতিকাৰ ৬ষ্ঠ দশকৰহে কথা।

শিলপুখুৰীৰ পূবৰ এই গোটেই অঞ্চলটো আজি নকৈ তমস্কাৰ হৈ উঠিছে যদিও দ্বিতীয় মহাসমৰৰ আগলৈকে ই এমূৰীয়া আৰু পাতলীয়া লোকবসতিপূর্ণ ঠাই আছিল। আজিকালি এই ঠাইখনে পুৰণি উজানবজাৰ, কুকুৰমুতা (চেনিকুঠি) আদিকো চেৰ পেলাই আগবাঢ়ি গৈছে। 'অম্বিকাগিৰী উদ্যান' পাৰ হৈ 'নৱগিৰি' নামৰ পৰ্বতৰ টিলটোত উঠিলে, ছিলঙৰ এখন ঠাই যেন অনুভৱ হয়। তাত 'গুৱাহাটী আলোচনা-চক্র'ৰ চক্রধাৰী ড° শ্রীকালিনাথ শৰ্মা, ড° শ্রীপ্রমোদচন্দ্র ভট্টাচাৰ্য্য, শ্রীঅতুলচন্দ্ৰ বৰুৱা, শ্রীবিশ্বনাৰায়ণ শাস্ত্রী প্রভৃতি থাকে। 'জোনবাই'ৰ অন্যতম পিতৃ শ্রীনৰেন্দ্রনাথ শৰ্মাৰো তাতেই নিবাস। নৱগিৰিৰ নামনিত পুৰণি 'প্রফেছাৰ-কলনী'। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক আৰু জনচে-ৰেক বিষয়া এদিন এই ঠাইতে আছিল। সেইসকলৰ ভিতৰত 'নিজৰা'ৰ কবি শৈলধৰ ৰাজখোৱাৰ নাম উল্লেখযোগ্য। বৰ্ত্তমানে এই 'প্রফেছাৰ কলনী' অসম চৰকাৰৰ 'বিষয়া-কলনী'ত পৰিণত হৈছে। নিজা ঘৰত আসাম একাডেমীৰ কাৰ্য্যালয়ো ইয়াতেই।

অলপ ভটীয়াই আহিলে 'আসাম ট্রিবিউন' ছাপাখানা পোৱা যায়। এই ছাপাখানাৰ মনোৰম ঘৰতুৱাৰ, ফুলনি, ছপাশাল আদি শ্রীৰাধাগোবিন্দ বৰুৱাদেৱৰ কৰ্মব্যস্ত জীৱনৰ উজ্জ্বল চানেকী। অসমৰ বিখ্যাত ইংৰাজী দৈনিক 'আসাম ট্রিবিউন', 'দৈনিক অসম,' আৰু সাপ্তাহিক 'অসমবাণী' ইয়াৰ পৰাই নিয়মিতভাৱে প্ৰকাশ

কৰা হয়। আলিৰ সিপাৰে এটা ছপাশাল পাতি ড° শ্ৰীমতী নিৰ্মলপ্ৰভা বৰদলৈও সাহিত্য চৰ্চাত লাগি আছে। এই ট্ৰিবিউন প্ৰেছৰ ঘৰ এটাতে অবসৰ লোৱাৰ আগলৈকে প্ৰবীণ সাংবাদিক আৰু গল্পলিখক লক্ষ্মীনাথ ফুকনো আছিল। ফুকনে এসময়ত গল্পৰ উপৰিও কবিতা লিখিছিল।

অলপ আহিয়েই অসমপ্ৰসিদ্ধ নিউ প্ৰেছ। এই নিউ প্ৰেছ নামতহে 'নিউ', দৰাচলতে 'ওল্ড'। চন্দ্ৰকুমাৰে খাৰঘুলিৰ লুইতৰ পাৰত পতা প্ৰেছটো পুতেক শ্ৰীতৰুণকুমাৰ আগৰৱলাই ইয়াতে পাতি লৈছিল। এই ঠাইখনে আজি উচুপি উচুপি কান্দি থকা যেন লাগে। 'স্বৰ্গতো অধিক জনমভূমি'ৰ মন্ত্ৰ সাৰোগত কৰি জীৱনধাৰণ কৰা চন্দ্ৰকুমাৰৰ আৰু অসমীয়া ৰাইজৰ অতিশয় মৰমৰ 'অসমীয়া' বাতৰি কাকতখনিৰ ইয়াতে অপমৃত্যু ঘটিছিল। চন্দ্ৰকুমাৰৰ পুণ্য স্মৃতিত উলিওৱা 'অসমীয়া' আলোচনীখনিয়েও তুবছৰীয়া হৈ ইয়াতে চকু মুদিলে যি মুদিলেই। 'অসমীয়া' কাকতৰ অন্যতম প্ৰাক্তন সম্পাদক যোগেন্দ্ৰনাথ বৰকাকতীয়ে 'মেমেৰা মেথি'ৰ বাব খাই বহু দিন ৰাইজক তিতাকেঁহা বিলাই আছিল। তেওঁৰ ঘৰ মোৰ তুৱাৰমুখতে। অতি পৰিতাপৰ কথা বহু স্মৃতিবিজড়িত নিউপ্ৰেছো এতিয়া আগৰৱালা পৰিয়ালৰপৰা হস্তান্তৰিত হৈ 'হেমকোষ প্ৰেছ'লৈ ৰূপান্তৰিত হৈছে।

নিউপ্ৰেছ থকা আলিটোৰ বিপৰীতফালে 'ডেকা অসম'ৰ কৰ্ণধাৰ, সংৰক্ষিণী-বীৰ অম্বিকাগিৰী ৰায়চৌধাৰীৰ শেষ বাসস্থান। তেওঁ পোনতে পাণবজাৰৰ বৰপেটীয়াপাৰাত, তাৰ পিছত উজানবজাৰ লেম্ব ৰোডত আৰু তাৰ পিছতহে নিজাকৈ এই ঠাই লৈ থিতাপি লাগিছিলহি। এই ঘৰতে তেওঁ শেষনিশ্বাস ত্যাগ কৰে। এতিয়া তাত থাকে, তেওঁৰ বিতুষীকন্যা শ্ৰীমতী শুচিব্ৰতা ৰায়চৌধুৰী আৰু শ্ৰীভবগিৰী ৰায়চৌধুৰী।

অলপ আহিয়েই সিদিনাখনলৈ অসম প্ৰকাশন-পৰিষদৰ কাৰ্য্যালয় থকা সৌটো ঘৰ দেখা পাইছোঁ। এইটোৱেই আছিল

লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰ পুৰণি ঘৰ। ৰাজনৈতিক কীৰ্তি-কাহিনীৰ কথা বাদ দিও লোকপ্ৰিয় বৰদলৈদেৱক অসমীয়া সাহিত্যতো আমি এখন সন্মানৰ আসন নিদি নোৱাৰোঁ, নহয় জানো? তিৰোভাৱৰ আগে আগে লোকপ্ৰিয়ই ইয়াৰপৰা উঠি গৈ উলুবাৰীত সজোৱা ন-ঘৰ লয় আৰু তাতেই জীৱনৰ শেষশয্যা গ্ৰহণ কৰে।

বৰদলৈৰ পুৰণি হাউলিৰ দক্ষিণে এটা সৰু আলি। সেই ঠাইত কেবাটাও টিনৰ ঘৰ আৰু পকীঘৰ নতুনকৈ থিয় হৈছে। তাৰে তিনিটা ঘৰত লগালগিকৈ আছে চাৰিজন কবি-শিল্পী-সাহিত্যিক—শ্ৰীনবকান্ত বৰুৱা, শ্ৰীফণী তালুকদাৰ, শ্ৰীতৰুণ দুৱৰা আৰু শ্ৰীতিলক হাজৰিকা।

সিলুটিত ৰেলৰ আলিৰ দক্ষিণে পুৰশৰণীয়া। তাতে ড° শ্ৰীমহেশ্বৰ নেওগে বৈজয়ন্তী ভৱন' সাজি লৈ কিছুদিন আছিল। পিছত তেওঁ সেই ঘৰ কেৰেয়ালৈ দি জালুকবাৰীত বিশ্ববিদ্যালয়ৰ ভৱন এটিত শিক্ষা-সাহিত্য-সংস্কৃতিৰ গুৰি ধৰি আছে। এই পুৰ-শৰণীয়াতে 'বৈজয়ন্তী'ৰ কেইখোজমান পূৱত শিক্ষাব্ৰতী শ্ৰীনন্দ তালুকদাৰৰ নিবাস। তালুকদাৰ এজন শ্ৰমশীল জীৱনীকাৰ। তেওঁ গুকান জঁকাত তেজ-মঙহ সঞ্চাৰ কৰি ইতিমধ্যে নাম কৰিছে। উত্তৰশৰণীয়াৰ পশ্চিমে গান্ধীবস্তি। এই বস্তিৰ গান্ধীজন মহাত্মা গান্ধী নহয়, গোবৰ্দ্ধন গান্ধীহে। এই গান্ধীবস্তিতে কগ্নশয্যাত নিঃসঙ্গ জীৱন যাপন কৰিছিল সুপ্ৰসিংহ হেম বৰুৱাই। সিদিনা ৯।৪।৭৭ ৰ দিনা তেওঁ গ'ল।

এতিয়া ভটীয়াই আহি পঞ্চবটী আশ্ৰম পালোঁ। ইয়াৰে কাষত সোটো 'অভিৰাম' নামৰ বঙলা। সেই বঙলাত বুৰঞ্জীৰ ওজা গুণাভিৰাম বৰুৱাৰ সুপুত্ৰ সদানন্দময়, সভা গুৱনি জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়াই জীৱনৰ শেষ দিন কেইটা কটাই চকু মুদিছিল। পঞ্চবটীৰ চৌহদতে চিন্তাশীল লিখক শ্ৰীমুনীন বৰকটকী আৰু তেওঁৰ পত্নী শ্ৰীমতী বেণুকা দেৱী বৰকটকী থাকে।

আৰু অলপ আছি গুৱাহাটী-ক্লাব থকা তিনিআলিত থিয় হৈছোঁ। ইয়াৰেপৰা দেখা পোৱা গৈছে, সৌটো বিষ্ণুপ্ৰসাদ দুৱৰা ডাঙৰীয়াৰ "ত্ৰিবেণি"-চ'ৰা। দুৱৰাদেৱে এদিন আলোচনীৰ পাতত "আইতাৰ বিয়া" পাতি ধেমালি কৰিছিল। তাৰ সিকাষে "সন্তোষ-ভৱন" নামেৰে সৌটো বৃহৎ দালান। অৱসৰপ্ৰাপ্ত পুলিচ-বিষয়া শান্তিৰাম লহকৰে তাতে "পুলিচৰ কাহিনী" লিপিবদ্ধ কৰিছিল, "পঞ্চপাণ্ডৱ"ক বনত মেলিছিল, "ৰাম-ৰাৱণ"ৰ যুদ্ধ পাতিছিল। তেওঁৰ দুৱাৰমুখতে সৌটো ডাক্তৰ শ্ৰীঘনশ্যাম দাসদেৱৰ ঘৰ। দাসদেৱে "স্বাস্থ্য—সমাচাৰ" নামৰ এখন স্বাস্থ্য বিষয়ক মাহেকীয়া আলোচনী উলিয়াইছিল।

কামৰূপ একাডেমী স্কুলৰ উত্তৰত দেখা পোৱা যায়, "কমল কুটিৰ"। তাতে আছিল প্ৰবীণ দাৰ্শনিক-কবি আৰু নাট্যকাৰ দুৰ্গেশ্বৰ শৰ্মা ডাঙৰীয়া। তেওঁৰ 'অঞ্জলি', 'নিবেদন', 'পাৰ্থ-পৰাজয়' আৰু 'চন্দ্ৰাৱলী'ৰ কথা বহুতে পাহৰিলে। তেওঁৰ ৰবপুতেক 'জন-শিক্ষা'ৰ প্ৰাক্তন সম্পাদক নিৰ্মলেশ্বৰ শৰ্মায়ো খনচেৰেক জনসাহিত্য পুথি লিখি ভাৰত-চৰকাৰৰপৰা একাধিক বঁটা লাভ কৰিছিল। শৰ্মাদেৱৰ ঘৰৰ সিমূৰে পম্পা সিংহ হাকিমৰ ঘৰ। তেওঁ 'পৰীক্ষিতৰ ব্ৰহ্মশাপ', 'পাৰিজাত' আদি নাটকৰ দুপাহমান ফুল মাতৃপূজাৰ কৰণিত পেলাইছিল। তেওঁৰ ঘৰৰ মুখতে 'জয়ন্তী'ৰ অন্যতম সম্পাদক গিৰিশচন্দ্ৰ বৰুৱাৰ ঘৰ আছিল। বৰ্তমানে সেই ঘৰৰ ভেটি "জয়ন্তী"কাকতৰ প্ৰতিষ্ঠাতা কেশৱকান্ত বৰুৱাদেৱৰ চৌহদত সোমাইছে। গিৰিশ বৰুৱাই নেহৰু-ষ্টেডিয়ামৰ আলহী-ঘৰৰ সমুখত নিজাকৈ ঘৰ-দুৱাৰ সজাই লৈছিল

এতিয়া আমি আকৌ এই তিনিআলিৰপৰা পোনাই পশ্চিমলৈ খোজ লৈছোঁ। বাটতে সোঁৱা বেলৰ আলি পাৰ হোৱাৰ আগতে চন্দ্ৰপ্ৰভা শইকীয়ানীৰ নিবাস পোৱা যায়। অসম মহিলা-সমিতিৰ কামত সম্পূৰ্ণ আত্মনিয়োগ নকৰা হলে

অসমীয়া সাহিত্যই 'পিতৃভিঠা'-বচ'য়ত্ৰী শইকীয়ানীৰপৰাও বুজন বৰঙণি পোৱাৰ থল আছিল। এয়া বেলৰ আলি পাব হলোঁ। বেলৰ আলি পাৰ হৈয়েই সোঁৱা লয়াছ্ৰ্ বুক ষ্টলৰ প্ৰতিষ্ঠাতা বিচিত্ৰ-নাৰায়ণ দত্তবৰুৱাৰ ঘৰ দেখা পাইছোঁ। তাৰ পৰা কেইখোজমান আগতে অসম-যাতুঘৰৰ প্ৰাক্তন সঞ্চালক-শ্ৰীপ্ৰেমধৰ চৌধুৰীৰ ঘৰ। তেওঁৰ ঘৰৰ পাছফালে 'ৰক্ষকুমাৰ'ৰ নাট্যকাৰ শ্ৰীলক্ষ্যধৰ চৌধুৰীৰ ঘৰ। লক্ষ্য চৌধুৰী অসম বিধান-সভাৰ এজন প্ৰাক্তন মেম্বৰ আৰু গুৱাহাটী পৌৰনিগমৰ প্ৰাক্তন মেয়ৰ। পোতাবিলৰ আলিৰ মুখতে ৰসিক সাহিত্যিক অধ্যাপক শ্ৰীৰজনীকান্ত দেৱ শৰ্মাৰ দুমহলীয়া ঘৰ। এই পোতাবিলত আজি নতুন নতুন ঘৰ-দুৱাৰ নিৰ্মিত হৈছে। দৰাচলতে সিদিনালৈকে সেইখন পানীমেটেকাৰে ঢাক খোৱা এখন বিলহে আছিল। তাতেই আছিল 'পা-ফু ৰহস্য চিৰিজ'ৰ জন্মদাতা ৰসৰচনা-লিখক প্ৰেমনাৰায়ণ দত্ত।

এতিয়া আমি বয়ন-বিদ্যালয়ৰ মুখৰ আলিৰে পুৰমুৱা হৈ যোৰপুখুৰীৰ ফালে খোজ লৈছোঁ। এই ফালেদি কোম্পানী-বাগান ৰোড নামৰ এই আলিটো দেখা পালোঁ। আজিকালি এই আলিয়ে সূৰ্য্যকুমাৰ ভূঞা-পথ নাম লৈছে। এই আলিৰ মাজভাগতে সোঁৱা গুৱাহাটী বিশ্ববিদ্যালয়ৰ অন্যতম কৰ্ণধাৰ ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ হাউলি। অসমীয়া সাহিত্যত ভূঞা ডাঙৰীয়া নিজে এটা স্বকীয়া অনুষ্ঠান। তেওঁৰ বিষয়ে, তেওঁৰ অক্লান্ত সাহিত্য-সাধনাৰ বিষয়ে নকৈ কবই নেলাগে। এতিয়া এই পুৰফাললৈ যোৱা আলিটোৰ অলপ মাথোন ভিতৰ সোমাই আহি দেখা পোৱা গৈছে, সেইটো 'প্ৰতিমা'ৰ খনিকৰ, "বীণবৰাগী"ৰ বৰাগী চন্দ্ৰকুমাৰ আগৰৱালাদেৱৰ এসময়ৰ থকা ঘৰ। তেওঁৰ মাতৃ-বন্দনা বতাহত ভাহি আছে, কাণ পাতি শুনিলেই হয়ঃ

"অসমা-সুষমা-কামৰূপা
জয়তু জননী ধৰিত্ৰীদুহিতা।"

এই ঘৰ পিছত শৰৎ কাকতীয়ে (প্ৰাক্তন ৰাজহ-সচিব) কিনি লৈছিল। আগৰৱালাদেৱৰ দুৱাৰমুখতে 'মুনীন্দ্ৰ-কুটিৰত 'ছোভিয়েত' বঁটাবিজয়ী সুৰেন্দ্ৰমোহন দাসৰ ঘৰ।

আগৰৱালাদেৱৰ ঘৰৰ উত্তৰত থকা যোগেন বৰুৱা জজৰ হাউলিৰে সোমাই যোৱা হলে এটা সৰু পুখুৰী দেখা পালে ঁহেঁতেন। সেই পুখুৰীৰ সন্মুখতে আছে ৰামেশ্বৰ শইকীয়াৰ ঘৰ। সেই ঘৰতে বহু বছৰ আছিল ডাঃ ভুবনেশ্বৰ বৰুৱা আৰু লগতে আছিল তেওঁৰ অভিন্নহৃদয় বন্ধু ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা আৰু অমিয়কুমাৰ দাস। সেই ঘৰতে ত্যাগবীৰে জীৱনৰ শেষ নিশ্বাস ত্যাগ কৰিছিল। সেইফালে নেযাওঁ বাৰু।

এয়া আহি আহি যোৰপুখুৰীৰ দক্ষিণ-পশ্চিম মূৰত থিয় হৈছোঁ। পুখুৰীৰ পশ্চিমফালে সৌটো উগ্ৰতাৰা দেৱীৰ মন্দিৰ। উত্তৰফালে তাহানিৰ কৰ্জন হলৰ সৰবৰহী লাইব্ৰেৰিয়ান গোপালকৃষ্ণ দে ডাঙৰীয়াৰ ঘৰ আছিল। বঙালী হলেও দে ডাঙৰীয়াই অসমীয়াৰ লগত মিলিজুলি, অসমৰ স্বাৰ্থৰ লগত নিজকে মিলাই দিছিল। তেওঁ অসমীয়াত 'নৈবেদ্য' এখনো সজাইছিল।

পুখুৰীৰ দক্ষিণপাৰে এইটো বুৰঞ্জীবিদ কনকলাল বৰুৱাদেৱৰ হাউলি। সভাপুৰুনি বৰুৱা ডাঙৰীয়া আজি ইয়াত নাই—আছে তেওঁৰ পুণ্যস্মৃতি; সুপ্ৰসিদ্ধ প্ৰাচীন কামৰূপৰ বুৰঞ্জী। অ' পুখুৰীৰ কোণাতে বাটচ'ৰাৰ সৈতে এটি পুৰণি ধৰণৰ ঘৰ এৰি আহিলোঁ। সেইটো কাৰ ঘৰ বাৰু? বিখ্যাত 'সীতা-হৰণ' কাব্যৰ কবি 'চিন্তা-তৰঙ্গিনী'ৰ তৰঙ্গ তোলোঁতা সুনিপুণ শিল্পী-সাহিত্যিক ভোলানাথ দাস ডাঙৰীয়া সেই ঘৰতে আছিল। তেওঁৰ সুপুত্ৰ অসম সাহিত্য-সভাৰ বিজ্ঞান-শাখাৰ সভাপতি লক্ষ্মীনাথ দাসে সিদিনালৈকে ইয়াতে আছিল।

এতিয়া পুখুৰী দুটাৰ দক্ষিণেদি উজাই গৈ মাধৱ বৰদলৈ পৰিয়ালৰ আহলবহল চৌহদটোৰ মাজেৰে খোজ লৈছোঁ। এই

বৰদলৈ-টোলৰ ভিতৰত সৌটো 'মাধৱ কুটিৰ'। অসমীয়া সপ্তকাণ্ড ৰামায়ণত পোনপ্ৰথমে ছপাৰ পোহৰ পেলাওঁতা মাধৱচন্দ্ৰ বৰদলৈৰ নাম এই কুটিৰেই সোঁৱৰাই দিছে। তাৰ কাষতে সৌটো 'শান্তি ভৱন'। অসমৰ ডেকা-গাভৰুৰ দল, বীৰ-বীৰাঙ্গনাৰ দলক বুকুৰ তেজেৰে শ্যামজেউতীয়া অসমী আইক ৰাঙলী-ৰূপহী কৰি তুলি-বলৈ উদাত্ত স্বৰেৰে উদগনি দিওঁতা কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱৰ ইয়াতেই জীৱন-লীলা অতিবাহিত হৈছিল। ইয়াতে থকা কৰ্মবীৰৰ ভাতৃ গিৰিশচন্দ্ৰ বৰদলৈদেৱৰ ৰচিত অলেখ গীত পুৰণি 'আলোচনী'ত সিঁচৰতি হৈ পৰি আছে। তেওঁ সেই সময়তে বিলাতৰপৰা 'মাইনিং' বিষয়ত উচ্চ শিক্ষা লাভ কৰি আহিছিল কিন্তু অদৃষ্টৰ পৰিহাসত খনিৰ পৰিবৰ্তে তেওঁ ঠাই পাইছিল হাকিমি এজলাচতহে। ইয়াতেই কৰ্মবীৰৰ সুযোগ্যা জীয়াৰী কাব্যভাৰতী শ্ৰীযুতা নলিনীবালা দেৱীয়ে 'সপোনৰ সুৰ', 'সন্ধিয়াৰ সুৰ' গাই অসমীয়া কাব্য-সাহিত্যত সুগন্ধি ফুলৰ মালা গাঁথিছিল।

এতিয়া এই হাউলি পাৰ হৈ উজানবজাৰমুৱা হৈ খোজ লৈছোঁ। বজাৰৰ চাৰিআলিৰ পূব-দক্ষিণ কোণত অৱস্থিত এইটো অম্বিকাপ্ৰসাদ গোস্বামীদেৱৰ ঘৰ। গোসাঁইদেৱে আমাক 'তাৰা' অভিনয় দেখুৱাইছিল; ওডিছি, ইলিয়াদ আৰু কুৰিশতিকাৰ কুম্ভ-কৰ্ণৰ সাধু চেমনীয়াহঁতক শুনাইছিল।

এতিয়া ফটিকবোৰেদি পশ্চিমমুৱা হৈ খোজ লৈছোঁ। সৌৱা কংগ্ৰেছ-নেতা সিদ্ধিনাথ শৰ্মাদেৱৰ হাউলিৰ একোণত থকা স্মৃতি স্তম্ভটোলৈ চাওঁ। সৰ্বেশ্বৰ শৰ্মাকটকী আৰু গোপালকৃষ্ণ দেৱ প্ৰচেষ্টাত অসম সাহিত্য-সভাই এই স্তম্ভ নিৰ্মাণ কৰিছিল। এই স্তম্ভত মাৰ্বলৰ ফলিত লিখি থোৱা ফলকখনিত লিখা আছে :

> "অসমীয়া সাহিত্যৰথী ৺হেমচন্দ্ৰ বৰুৱাৰ স্মৃতিৰক্ষাৰ কাৰণে অসম সাহিত্য সভাই তেখেতৰ শেষ বাসস্থানৰ এচুকত এই স্মৃতিস্তম্ভ প্ৰতিষ্ঠা কৰিলে। ইতি ১৮৩৬

শৰ্ম্মা জন্ম ১৭৫৭ শক ২৪ আহোণ খৃঃ ১৮৩৫ মৃত্যু ১৮১৭ খৃঃ ১৮৯৬ ।

সাহিত্য-ওজা হেমচন্দ্ৰ বৰুৱা ডাঙৰীয়াই ইয়াতে থাকি হেমৰ কোষেৰে ওখ দোল বান্ধিছিল । এই মাটি-বাৰী সম্প্ৰতি শ্ৰীমানৱেন্দ্ৰ শৰ্মাৰ (সিদ্ধি শৰ্মাৰ পুত্ৰ) দখলাধীন ।

সিদ্ধি শৰ্মাৰ ঘৰৰ পাছফালে 'ব্লেক ডেভিল' লিখোঁতা শৈলেন্দ্ৰনাথ ফুকনে সোটো ন দালান সাজি লৈছিল । এই ঠাইতে এটা খেৰী ঘৰত থাকি মহেন্দ্ৰনাথ ডেকা-ফুকনৈ এসময়ত দেশৰ চিন্তাত তলৰ মাটি ওপৰ কৰি দলদোপ হেন্দোলদোপ লগাই আছিল । মাণিকচন্দ্ৰ মধ্যস্কুলৰ উত্তৰে সোটো বৃহৎ দালান ঘৰ । তাতে এসময়ত এটা খেৰী বঙলাত আছিল উপন্যাসৰ ওজা ৰজনীকান্ত বৰদলৈ, ভাঙনিকোৰৰ আনন্দচন্দ্ৰ আগৰৱালা আৰু ড° সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়া ।

সোটো কুমাৰ ভাস্কৰ-নাট্যমন্দিৰ । ইয়াৰপৰা হেমচন্দ্ৰ ৰোডেদি অলপ গ'লেই দেখা যায় ভূগোলবিদ ড° শ্ৰীহেৰম্বকান্ত বৰপূজাৰীৰ দুমহলা বঙলা । তাৰ কাষতে ডাক্তৰ ভুবনেশ্বৰ বৰুৱাৰ এসময়ত ডাক্তৰখানা আৰু তাৰ কাষতেই এই লিখকৰ সাহিত্য-সাধনাৰ ক্ষুদ্ৰ "তপোবন" ।

মাণিকচন্দ্ৰ মধ্য ইংৰাজী স্কুলৰপৰা অলপ আহিয়েই এয়া লাৱণ্য প্ৰেছ পালোঁ । এই প্ৰেছ পাতিছিল গৌৰীকান্ত তালুকদাৰ ডাঙৰীয়াই । তাৰে পৰা তেওঁ 'গীতা' ব্যাখ্যা কৰিছিল আৰু এযুগ কাল "দীপক' নামৰ শিশু-আলোচনী নিয়মীয়াকৈ উলিয়াইছিল । তালুকদাৰ স্বৰ্গী হোৱাত তিনিবছৰ মূয়ো 'দীপক'ক আপডাল কৰিব-লগীয়া হৈছিল । লাৱণ্যপ্ৰেছৰ পুবে সোটো অসম প্ৰচাৰ-বিভাগৰ প্ৰাক্তন সঞ্চালক শ্ৰীঈশ্বৰপ্ৰসাদ চৌধুৰীৰ ঘৰ । এই চৌধুৰীয়ে আজিকালি সংস্কৃতিৰ গীত গোৱাত ব্যস্ত হৈ আছে ।

চৌধুৰীৰ ঘৰৰপৰা হুৰৰমান এৰি সোৱা 'লক্ষ্মী-কুটিৰ'ৰ পূবৰ দালানত জীৱনীলিখক শ্ৰীজিতেন্দ্ৰনাথ বুজৰবৰুৱা। তেওঁৰ পিতৃ জগন্নাথ বুজৰবৰুৱাই ভাৰতৰ নানা তীৰ্থ ভ্ৰমণ কৰি 'আৱাহন'ত 'তীৰ্থভ্ৰমণ কাহিনী' লিখিছিল। এই ঠাইতে এদিন গুৱাহাটীৰ অসমীয়া নাট্যমন্দিৰো আছিল। ১৮৯৭ চনৰ বৰভূঁইকঁপত সেই নাট্যমন্দিৰ ধ্বংস হ'ল। তাৰ স্মৃতিচিনস্বৰূপে থকা বুজৰবৰুৱাৰ পদূলিমুখত সৌ পুৰণি ইটাৰ পুলটো চাই লোৱা।

বুজৰবৰুৱাৰ চাৰিআলিৰ উত্তৰে প্ৰাক্তন মুখ্যমন্ত্ৰী আৰু প্ৰাক্তন ৰাজ্যপাল শ্ৰীবিষ্ণুৰাম মেধিৰ বঙলা। তাৰ কাষতে শ্ৰীনিপ বৰুৱা, ব্ৰজেন বৰুৱা, শ্ৰীৰমেন বৰুৱা, শ্ৰীদ্বিবন বৰুৱা প্ৰভৃতি ফিল্মবিখ্যাত ভাই-ককাই কেইজনৰ নিবাস। বিষ্ণু মেধিৰ দুৱাৰমুখত থকা লতাশিল পথাৰত হেনো পূৰ্বতে এটা পুখুৰী আছিল। পুখুৰী পুতি পিছত খেলমাটি কৰা হয়। এবাৰ হেনো এই ঠাইত চাৰ্কাছৰ বাঘে ধোবাৰ ল'ৰা এটা খালে। তেতিয়াৰ পৰা ইয়াত চাৰ্কাছৰ চাউল উঠিল। এই লতাশিল পথাৰেই 'য়ুনিয়ন ফিল্ড' নামো লৈছিল আৰু ইয়াতেই অসমৰ আধুনিক বিহুতলীৰ জন্ম হৈছিল। এই পথাৰৰ পশ্চিমে বিলাতী চাহাব-মেমৰ 'গুৱাহাটী ক্লাব' আছিল। পিছত সেই ঠাইত হাইকোৰ্ট হোৱাত বিলাতী চাহাব-মেমৰ ঠাই লোৱা দেশী চাহাব-মেমৰ 'গুৱাহাটী ক্লাব' চেনি-কুঠিলৈ স্থানান্তৰিত হ'ল। এই ক্লাবৰ ওচৰতে চিটিবাছৰ যাত্ৰীয়ে উঠা-নমা কৰে, বাছচালকে উশাহ লয়।

এয়া লতাশিল-থানাৰ দক্ষিণে পুৰণি আৰ্ল ল কলেজৰ হাউলি। এই পুৰণি ল কলেজৰ হাউলিৰ কাষতে অসমীয়া সাহিত্যৰ অন্যতম 'সাৰথি' সত্যনাথ বৰা ডাঙৰীয়াই ভৰলুমুখৰপৰা উঠি আহি শেষদিনলৈকে এই ঠাইতে আছিল। তেওঁ থকা সেই পুৰণি টিনৰ ঘৰটো আজিও সলনি নোহোৱাকৈ একেদৰেই আছে। তেওঁৰ সুপুত্ৰদ্বয় অম্বিকানাথ বৰা আৰু জ্ঞাননাথ বৰায়ো ইয়াতে স্বৰ্গী হয়।

সৌ যে যোৰপুখুৰীৰ কালে আলিটো গৈছে, সেই আলিয়েদি গলে গোপাল বৰুৱাৰ 'বৰুৱা এজেন্সি' পোৱা যাব। ৰবাৰ হাউলিৰ দক্ষিণকালেদি আহি আহি এইটো কাঠৰ দুমহলীয়া ঘৰ পালোঁ। পবিত্র কোৰাণছৰিফ অসমীয়া ভাষালৈ অনুবাদ কৰোঁতা আৰু 'কাৰাগাৰৰ চিঠি' লিখোঁতা মহম্মদ তৈয়েবুল্লা চাহেবৰ এইটো ঘৰ। ইয়াতেই তেওঁৰ ককায়েক সুকবি হেৰাচৎউল্লা চাহেবো আছিল। তাৰ সিকালৰ দালানটো হৈছে, আইনৰ ডক্টৰ শ্রীজগদীশচন্দ্র মেধিৰ। শ্রীমেধিয়ে তাহানি 'জয়ন্তী'ত দুটামান মনত লগা গল্প লিখিছিল। দীঘলীপুখুৰীৰ দক্ষিণমূৰত সোঁৱা লোকপ্রিয় বৰদলৈ-উদ্যান। আলিৰ দক্ষিণফালে থকা আমবাৰীত ভগা-বজা কন্দৰ্পেশ্বৰসিংহ স্বৰ্গদেউৰ কাৰেং আছিল। এতিয়া সেই ঠাইত বয়ন-বিদ্যালয়ৰ তাঁতশাল চলে। এই অঞ্চলত পুৰাতত্ত্ব খনন-কাৰ্য্য চলাই বহু শতিকা আগৰ প্রাচীন আপুৰুগীয়া সম্পদ উদ্ধাৰ কৰা হৈছে। মাটিৰ তলত পোত গৈ থকা 'আমবাৰীৰ উৰ্বশী'ও আবিষ্কৃত হৈছে। তাৰ কাষতে অসমৰ যাদুঘৰ আৰু জৰাজীৰ্ণ এটা ঘৰত কামৰূপ অনুসন্ধান-সমিতি। 'ভগৱতীপ্রসাদ বৰুৱা ভৱনো' ওচৰতে।

এতিয়া আমি গুৱাহাটীৰ কৰ্মকেন্দ্র পাণবজাৰৰ মাজত সোমা-, ইছোঁ। শুক্লেশ্বৰঘাটত এইটো নৰ্থব্রুক গেট। ইয়াতে থিয় হলে লুইতৰ বুকুত হোৱা শৰাইঘাটৰ যুদ্ধখন কল্পনা চকুৰে চাই লব পাৰি। ইয়াতে থিয় হৈ কবিগুৰু ৰবীন্দ্রনাথ লুইতৰ বুকৰ বেলিমাৰৰ দৃশ্য দেখি মুগ্ধ হৈছিল। পুৰীৰ বাহিৰে পৃথিবীৰ কতো তেওঁ হেনো এনে মনোৰম বেলিমাৰৰ দৃশ্য দেখা পোৱা নাছিল। বৰলাট নৰ্থব্রুক চাহাব গুৱাহাটীলৈ অহা উপলক্ষে এই তোৰণ সজোৱা হৈছিল। পিছে তেওঁ নগৰত নোসোমাই জাহাজে জাহাজে উভতি গ'ল, কিয়নো সেইদিনা গুৱাহাটী নগৰত জুই লাগি লঙ্কাকাণ্ড হৈছিল। এইখন সৰু উদ্যান। ইয়াতে প্রতিমাৰ খনিকৰৰ সৰু মূৰ্তি এটা অসম সাহিত্য-সভাই স্থাপন কৰিছে।

সৌটো শুক্লেশ্বৰ পৰ্বত—জনাৰ্দনৰ মন্দিৰ। তাৰ ওপৰলৈ

উঠি গলে অধ্যক্ষ শ্ৰীবিপিনচন্দ্ৰ গোস্বামীৰ মুনিকুলাশ্ৰম আজি দেখা পোৱাৰ উপৰিও ‘সেৱা-কুটিৰ’ত ড° শ্ৰীহৰিচন্দ্ৰ ভট্টাচাৰ্যকো লগ পাব পাৰি। সেই ফালৰে নগৈ গুৱাহাটী মেডিকেল কলেজমুৱা হৈ পাণবজাৰৰ ভিতৰত সোমাওঁ। প্ৰথমতে বাণেশ্বৰ দেৱালয়ৰপৰা অলপ আঁতৰত আলিৰ ওখ পাৰটোৰ ওপৰত সোৱা ‘গল্পাঞ্জলি’ৰ লিখক, অসম সাহিত্য-সভাৰ প্ৰথম প্ৰধান সম্পাদক শৰৎচন্দ্ৰ গোস্বামীদেৱৰ বঙলা। ইয়াতে থাকি তেওঁ অৱসৰপ্ৰাপ্ত জীৱনত সাহিত্য-সাধনা কৰিম বুলি পাতিছিল। কিন্তু আলচা কথা নহ’ল সিদ্ধি ব্যতিত আছে কথাবিধি। কাষতে প্ৰবীণ এডভোকেট কালিৰাম বৰ্মণৰ ঘৰ। বৰ্মণে ‘অপৰাধৰ কাহিনী’ বুলি এখনি পুথি লিখিছিল। পুৰণি ‘অসম-বান্ধব’তো প্ৰবন্ধপাতি লিখিছিল। ইযাৰ পাছফালে বৰ্তমান পানীকল (পূৰ্বে দেশভক্ত পাৰ্ক, তাৰো পূৰ্বে জুবিলী গাৰ্ডেন)। পশ্চিমে শ্ৰীমতী ৰাজলক্ষ্মী দাসৰ ঘৰ। এওঁ দুখনমান ভাল নাটক লিখিছিল। শ্ৰীমতী দাস, এসময়ত ‘ডালিমী’ৰ ভাও দি প্ৰসিদ্ধি লাভ কৰা অভিনেতা প্ৰবোধচন্দ্ৰ দাসৰ পত্নী। পণ্ডিতৰ দোকানৰ পাছফালে—সৌৱা ভাস্কৰ শ্ৰীযুগলকুমাৰ দাসেও এটা ন-ঘৰ সাজি লৈ তাত কলাচৰ্চাত মজি আছে।

এতিয়া আমি আহি কটন কলেজ ছাত্ৰাবাসৰ দক্ষিণফালে উপস্থিত হৈছোঁ। সৌটো সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱাদেৱৰ ‘মহাভাৰত কাৰ্য্যালয়’। দত্তবৰুৱাদেৱে কেনেকৈ ‘অষ্টাদশ পৰ্ব অসমীয়া মহাভাৰত’, ‘চিত্ৰ ভাগৱত’ আদি গ্ৰন্থ প্ৰকাশ কৰি অসমীয়া সাহিত্যত যাউতিযুগীয়া কীৰ্তি ৰাখিছে, সেই কথা আগতে কৈ অহা হৈছে।

এতিয়া সনাতন ধৰ্ম-সভাৰ কাষেৰে যাওঁহক। এয়া বঙালী বালক বিদ্যালয়ৰ ওচৰতে প্ৰথমতে দেখা পালোঁ, অক্লান্ত সাহিত্যসেৱী হৰমোহন দাসৰ ঘৰখনি। এতিয়া এই ঘৰত আছে দাসদেৱৰ পো-বোৱাৰী, সাহিত্যিক-দম্পতি ড° শ্ৰীভুবনমোহন দাস আৰু শ্ৰীমতী মঞ্জুমালা দাস। এই আলিৰ মূৰতেই অসম সাহিত্যসভাৰ

অন্যতম প্ৰাক্তন উদ্যোগী সদস্য হৰিনাথ পাঠকচৌধুৰীয়ে অৱসৰপ্ৰাপ্ত জীৱন কটাইছিল। ইয়াৰেপৰা পোনে পোনে গৈ আলি-কেকুঁৰীৰে ঘুৰি ফাঁচীবজাৰমুৱা হওঁ। এই আলিৰে হৰিসভাৰপৰা অলপ আঁতৰতে সোটো কাঠৰ দুমহলীয়া ঘৰ। অসমীয়া-ভাষাতত্ত্ব, ব্যাকৰণ, অলঙ্কাৰলীৰ পণ্ডিত কালিৰাম মেধি ডাঙৰীয়া এই ঘৰতে আছিল। এই ঘৰতে তেওঁ স্বৰ্গী হয়। তেওঁৰ পূৰ্বকালে গাতে লগাই আছিল 'সুদৰ্শনচক্ৰ যঁতৰ' আৱিষ্কাৰক সমাজবিজ্ঞানী লিখক নিধিৰাম দাস। অলপ ভটীয়াই আহি আশ্ৰমৰ নিচিনা এটি সুসজ্জিত ঘৰ চকুত পৰে। ইয়াতে আছিল দেশহিতৈষী হৰেকৃষ্ণ দাস ডাঙৰীয়া। ডাঃ দাস তাহানিৰ 'আসাম-বান্ধৱ' কাকতৰ অন্যতম কাণ্ডাৰী আছিল। তেওঁৰ পত্নী হেমপ্ৰভা দাসেও ছেক্সপীয়েৰৰ গল্প আদি পুথি ৰচনা কৰি অসমীয়া সাহিত্যসেৱা কৰিছিল। দাস ডাঙৰীয়াৰ ঘৰৰ কাষতে এয়া ৰাধাকান্ত সন্দিকৈ কলেজৰ প্ৰাক্তন অধ্যক্ষা শ্ৰীমতী ৰাজবালা দাসৰ ঘৰ। শ্ৰীমতী দাসে ভৰলুৰ পশ্চিমপাৰত গুৱাহাটী-প্ৰেছ পাতি লৈ তাৰেপৰা তিনিদিনীয়া 'অসম বাতৰি' উলিয়াইছিল।

এতিয়া পাণবজাৰ এৰি অভাৰ-ব্ৰিজ পাৰ হৈ দক্ষিণমুৱা হওঁ। ছিলং আলিৰ পূৱে লাচিত-নগৰ, পশ্চিমে বিহাবাৰী। এইবোৰ অঞ্চলৰ বয়স বৰ বেছি নহয়। লাচিত নগৰ বাদ দিলোঁ। সেইকালে যোৱা হলে দক্ষিণ শৰণীয়া 'স্বপ্নাচল'ত থকা শ্ৰীমতী নলিনীবালা দেৱীৰ উপৰিও কথা-সাহিত্যিক শ্ৰীযোগেশ দাস, শ্ৰীকমলেশ্বৰ শৰ্মা, কুমাৰ কিশোৰ আৰু ড° শ্ৰীহেমন্তকুমাৰ শৰ্মাক লগ পালোঁহেঁতেন। মই যি সময়ৰ কথা লিখিছোঁ, সেই সময়ত এইসকলৰ বসতি আনঠাইতহে আছিল। ছিলং আলিৰ কিছু উজনিত প্ৰবীণ শিল্পী শ্ৰীকমলনাৰায়ণ চৌধুৰীৰ বাসগৃহ আৰু কবি ডিম্বেশ্বৰ নেওগৰ দালান।

মই সৰুতে বিহাবাৰীৰ নাম শুনা নাছিলোঁ। পল্টনবজাৰ আৰু টকৌবাৰীৰ নামহে জানিছিলো। ড° বাণীকান্ত কাকতিয়ে

ইয়ালৈ উঠি আহি নিগাজী ঘৰ-বাৰী পাতি লৈ বিহাবাৰীৰ নাম জনাজাত কৰিলে। তেওঁ বিহাবাৰীৰ শিৰৰ মুকুটমণি আছিল। কাকতিৰ হাউলিৰ কাষতে মোৰ শিক্ষাগুৰু ৰাধাকান্ত দাসৰ ঘৰ। দাস ডাঙৰীয়া অদ্ভুৎ মানুহ, লিখিছেও খনচেৰেক অদ্ভুৎ কিতাপ। এই বিহাবাৰীতে মোৰ আৰু দুজন শিক্ষাগুৰুৰ একজন অঙ্কবিদ শান্তিৰাম দাসে ইয়াতে 'বৈৰাগী'ৰ বহা পাতি লৈছিল। আনজন কবি-সাহিত্যিক জলতিৰাম লহকৰৰ 'ওৰে নিশা প্ৰভু কটাম ভঁাততে' নামৰ কবিতাটো পঢ়ি পঢ়ি আজিও ভাল লাগে। বিহাবাৰীত শ্ৰীগিৰিধৰ শৰ্মা, শ্ৰীতাৰিণীকান্ত ভট্টাচাৰ্য্য প্ৰভৃতি মোৰ জনচেৰেক সাহিত্যিক-বন্ধু আছে। ইয়াতে বুৰঞ্জীবিদ প্ৰবীণ সাহিত্যিক শ্ৰীবেণুধৰ শৰ্মাৰ 'সুৰাগপুৰ'ৰ টোকোৰা পঁজাত তেওঁৰ সাহিত্যৰ সোণৰ বেজীটো থাকিব পায়। শৰ্মা অসমৰ বুৰঞ্জী-ককা।

বিহাবাৰী-দৰ্শন শেষ কৰি ভৰলুমুখমুৱা হওঁ। এয়া বেলৰ আলি পাৰ হৈ সোটো আগৰদিনীয়া বিশেষ গঢ়ৰ দুমহলীয়া ঘৰ এটা পালোঁ। তাতে আছিল "অসম-বান্ধব'ৰ অন্যতম কাণ্ডাৰী, 'খেতি,' 'অভিমণ্যু-বধ' আদি বিবিধ গ্ৰন্থ প্ৰণেতা ভাৰতচন্দ্ৰ দাস ডাঙৰীয়া। প্ৰাক্তন মুখ্যন্যায়াধীশ গল্পকাৰ হলীৰাম ডেকাৰ দালানো এই অঞ্চলতে।

এতিয়া খৰটকীয়া খোজেৰে ভৰলুমুখ পালোঁ। সো ফুকন-টোলটোৰ বিষয়ে সুকীয়াকৈ সৰু বুৰঞ্জী এখন ৰচনা কৰিবৰ উপাদান আছে। এই টোলৰ সোঁখন মুকলি চোতালতে এদিন মহাত্মা গান্ধীয়ে পোনপ্ৰথমে বস্ত্ৰদাহ-যজ্ঞত অগ্নিসংযোগ কৰি অসমৰ অসহযোগ আন্দোলনৰ জুইকুৰা দপদপাই জ্বলাই দিছিল। এই টোলৰ সন্মুখত ফুকন-উদ্যানৰ পূবফালে দেখা পোৱা সৌ সৰু পুখুৰীটো হেনো খন্দাইছিল হলিৰাম ঢেকিয়াল ফুকনে। এওঁ বঙলা ভাষাত অসম বুৰঞ্জীলিখক। এই ফুকনটোলত এসময়ত আছিল স্বনামধন্য আনন্দৰাম ঢেকিয়াল ফুকন। তেওঁৰ পুতেক সঙ্গীতজ্ঞ ৰাধিকাৰাম

ঢেকিয়ালফুকন। এওঁ ডক্টৰেট উপাধি ( ডি-এছ-চি ) লাভ কৰোঁতা প্ৰথম অসমীয়া। আৰু কোন কোন আছিল শুনা : 'সুধৰ্মাৰ উপাখ্যান' ৰচয়িত্ৰী পদ্মাৱতী দেৱীফুকননী, 'হৰ্ষ-বিষাদ' ৰচোঁতা বলৰাম ফুকন, 'আসাম' কাকতৰ সম্পাদক কালিৰাম বৰুৱা, 'আসাম-বন্ধুৰ' গুণাভিৰাম বৰুৱা, সাহিত্য সভাৰ প্ৰাক্তন সভাপতি দেশভক্ত তৰুণৰাম ফুকন, তেওঁক ককায়েক বিখ্যাৎ চিকাৰী নবীনৰাম ফুকন আৰু কৰ্মযোগী কামাখ্যাৰাম বৰুৱা প্ৰভৃতি।

ভৰলুৰ পূবপাৰত এসময়ত সত্যনাথ বৰা ডাঙৰীয়াও আছিল বুলি আগতে কৈছোঁয়েই আৰু আছিল গুৱাহাটীৰ পোনপ্ৰথম অসমীয়া উকিল কালিৰাম চৌধুৰী। এওঁ দেশনেতা ৰোহিণীকুমাৰ চৌধুৰীৰ দেউতাক। ৰোহিণী চৌধুৰীও আছিল ভৰলুপৰীয়া এটা ল'ৰা। ৰেলৰ আলি পাৰ হৈয়েই পোৱা যায় 'তীৰ্থনিকেতন' অৰ্থাৎ প্ৰবীণ সাহিত্যিক শ্ৰীতীৰ্থনাথ শৰ্মাৰ আবাসগৃহ। শৰ্মা 'আউনিআটী বুৰঞ্জী'ৰ সুখ্যাত গ্ৰন্থকাৰ।

সময়ৰ অভাৱত কুমাৰপাৰা, মাছখোৱা, লাখটকীয়া আদি বাদ পৰিল। যাব পৰা হলে তাতো 'সাধনাৰ' সম্পাদক মহম্মদ চালেহ, 'শান্তিদূত'ৰ সম্পাদক তাৰিণীচৰণ দাসক লগ পালেঁহেঁতেন।

এতিয়া ভৰলুদলং পাৰ হওঁ। তাহানি ভৰলুমুখতে গুৱাহাটী নগৰখন শেষ হৈছিল বুলি কব পাৰি। শান্তিপুৰ সৃষ্টি হবৰ বেছি দিনৰ কথা নহয়। মোৰ ল'ৰাকালত সোণাৰাম স্কুলখন আৰু তাৰ পশ্চিমে কামাখ্যা-শ্মশানখনহে জনাজাত হৈ আছিল। তেতিয়া প্ৰাগজ্যোতিষ কলেজৰ অস্তিত্ব নাছিল। ৰৰআলিৰ দক্ষিণফালে মানুহৰ পাতলীয়া বসতি আছিল। এই অঞ্চলৰ বেছি ভাগ মাটিয়েই আছিল দক্ষিণপাট সত্ৰৰ সম্পত্তি। হাবিতলীয়া ভৰলুৰ পাৰত আছিল বগৰীৰ গছেই বহুত। সেই বগৰী আমি স্কুলীয়া জীৱনত শনিবাৰে-দেওবাৰে গৈ টোপোলা বান্ধি আনিছিলোগৈ। সাহিত্যিক-সকলৰ ভিতৰত প্ৰথমে তালৈ উজানবজাৰৰপৰা উঠি গৈছিল দৈৱচন্দ্ৰ তালুকদাৰ।

তালুকদাৰৰ ঘৰ সোমালে দেখা পাবা, তেওঁৰ মেজত স্তূপৰ আকাৰত দম হৈ থকা বিবিধ কিতাপৰ পাণ্ডুলিপি। সেইবোৰ সম্পত্তিৰ কথা আজিলৈকে কোনেও চিন্তা কৰা নাই। এই পাণ্ডুলিপিৰ মাজত আছে তেওঁৰ 'কাম্য কামৰূপ' নামৰ বিৰাট বুৰঞ্জী-গ্ৰন্থখনৰ কেবাটাও খণ্ড। তালুকদাৰৰ অযত্নৰক্ষিত কিতাপৰ পাণ্ডুলিপিবোৰে আজিও প্ৰকাশৰ বাট বিচাৰি কান্দিব লাগিছে। এই কান্দোন অসম সাহিত্য সভাই শুনা নাই। অসম প্ৰকাশন-পৰিষদে শুনা নাই। 'গুৱাহাটী প্ৰেছ'ৰ কাষতে ভৰলুপৰীয়া হৈ এসময়ত আছিল 'প্ৰাচ্য অসি'ৰ গ্ৰন্থকাৰ নগেন্দ্ৰনাৰায়ণ দাস। এওঁ কম ভকত নহয়। এওঁ ৰাষ্ট্ৰপতি পদৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰি দ্বিতীয় হৈছিল। নোবেল-বঁটালৈকো ফ'মুটি মাৰিছিল। তালুকদাৰৰ ঘৰৰ দুৱাৰমুখতে উদং হৈ পৰি থকা ধাননি পথাৰখনতে যে আজি 'অসম বাইজ'ৰ সম্পাদক, প্ৰাক্তন এম-এল-এ শ্ৰীদেৱেন্দ্ৰনাথ শৰ্মাৰ বাসভৱন নিৰ্মিত হ'ব আৰু নৱনিৰ্মিত শান্তিপুৰে এদিন অধ্যাপক শ্ৰীৰায়হান ছাহ, অধ্যাপক শ্ৰীবিনন্দ বৰ্মণ, শ্ৰীআদিত্য ভৰালী, শ্ৰীমহম্মদ পিয়াৰ আদি ভালেকেইজন সাহিত্যিকক কোলাত ঠাই দিব, সেই কথা কোনেও অনুমানকে কৰিব পৰা নাছিল। শান্তিপুৰৰ ৰৰআলিৰ দাঁতিতে' অসম-বান্ধৱ', 'চেতনা'ৰ 'ধুমুহা' কবি আৰু গল্পলিখক দীননাথ মেধিয়েও থিতাপি লাগিছিলহি।

চিলনীয়ে থাপ মৰাৰ নিচিনাকৈ আমাৰ আধাডুখৰীয়া ভ্ৰমণত বহুতক পালোঁ, বহুতক লগ পাবলৈ বাকী থাকিল। সোৱা কামাখ্যাৰ কাষে চোৱা—লুইতৰ বুকুত মনমোহনীয়া বেলিমাৰ। ৰঙা মুখে ৰঙা বেলি মাগিছে বিদায়।

কাউৰী গ'ল গধূলি হ'ল,
আমাৰ ভ্ৰমণো সমাপ্ত হ'ল!

——————

# মোখনি

কোনো নির্দিষ্ট ভাব-মূর্তি আগত নৰখাকৈ হোৱাই নোহোৱাই বহু কথাই লিখা হ'ল। কি লিখিব খুজিছিলো, নিজেই জনা নাছিলোঁ। এতিয়া ছপাৰ শেষতহে ধাৰণা এটা হৈছে। মুঠতে বুজিব পাৰিছোঁ যে এই 'স্মৃতিৰ পাপৰি' মোৰ 'স্মৃতিলেখা'ৰেই ভনীয়েক হ'ল। ইখনক সিখনৰ ইলুটি আৰু সিলুটি বা পৰিপূৰক বুলি ধৰিব পাৰি। মই নিজে জনা আৰু আনৰ মুখত বিশ্বস্তভাবে শুনা কথাত ভেজা লৈ এই পাপৰিবোৰ যুগুত কৰি সজোৱা হৈছে। জ্যামিতিৰ বিন্দুৰ যেনেকৈ স্থিতি আছে কিন্তু দীঘ-পুতল নাই, তেনেকৈ ইয়াৰ বহু পাপৰিত কোনো ব্যক্তি বা কাহিনীৰ প্ৰকাশ আছে, কিন্তু বিকাশ নাই। ইয়াত মই কাৰো পূৰ্ণ জীৱন-কথা লিখিবলৈ প্ৰয়াস কৰা নাই। সেই কাৰণে ইয়াত কাৰো কাৰো জীৱনৰ সৰু ডুখৰীয়া ছবিহে দেখা পোৱা যাব। এই পাপৰিবোৰত ডাঙৰ মানুহৰ সৰু কথা আছে, সৰু মানুহৰ ডাঙৰ কথাও আছে।

মোৰ 'মঞ্জুলেখা' বঁটা-বিজয়িনী হোৱাৰ পিছত হিতাকাঙ্ক্ষী-সকলে 'স্মৃতিলেখা' লিখিবলৈ খটীয়াই আছিল। 'স্মৃতিলেখা'ই কেনেকৈ 'স্মৃতিৰ পাপৰি' সৃষ্টিত সহায়ক হ'ল, সেই কথা এই পুথিৰ 'জোৰণি'ত বিবৰি কোৱা হৈছে। মুঠতে এই পাপৰিবোৰ পাৰপৰা একৰাই গা-গধুৰ 'স্মৃতিলেখা' পাতল হ'ল, ময়ো সকাহ পালোঁ। আৰু ছিগা চুলি, তাৰ ছিগা চুলি মাৰি যাওঁ নেঘেৰী খোপাৰ দৰে যদি এই পাপৰিবোৰ গোট খাই অসমীয়া সাহিত্যৰ কোনোবা এটী ৰচকী আইটীৰ এটা নেঘেৰী খোপা হয়, তেতিয়াহে মোৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

অনিচ্ছাকৃত ভুল থাকি গ'ল। বহুত কাৰণ, নোকোৱাই ভাল। ক্ষমাভিক্ষাৰে ইমানকে কৈ পুথিৰ মোখনি মাৰি সহৃদয় পঢ়ুৱৈ ৰাইজলৈ সাতোটি সেৱা জনালো।

**: সমাপ্ত :**